


# আন্তৰ্জাতিক ক্ৰীড়াক্ষেত্ৰত ছটা দশকৰ অসমীয়া


জিতু বৰঠাকুৰ
চিৰঞ্জীৱ শৰ্মা



পৰিৱেশক



গ্ৰন্থপীঠ
পানবজাৰ : গুৱাহাটী - ১

*Antorjatik Krirakkhetrat Sota Dashakar Asomiya*
A biographical collection of International Sports Persons from Assam.
Published by Chiranjib Sarmah, Printed at Perfect Imagers,
Rajgarh Road, Guwahati- 781003
Price : 250 Only



**প্ৰথম প্ৰকাশ**
আগষ্ট, ২০০৯

**প্ৰকাশক**
চিৰঞ্জীৱ শৰ্মা

**প্ৰচ্ছদ**
অৰূপজ্যোতি বৰকটকী

**অক্ষৰ বিন্যাস**
মীনাক্ষী শইকীয়া
পাৰফেক্ট ইমেজাৰছ, ৰাজগড় ৰোড
চানমাৰি, গুৱাহাটী- ৭৮১০০৩
৯৮৬৪১ ৫৫৭৮৮ (ম)

**মূল্য ঃ ২৫০ টকা মাত্ৰ**

**মুদ্ৰক**
পাৰফেক্ট ইমেজাৰছ, ৰাজগড় ৰোড
চানমাৰি, গুৱাহাটী- ৭৮১০০৩

## সূচীপত্ৰ




## লেখকৰ একাষাৰ ...

মনত দোলা দি থাকে বিভিন্ন পৰিকল্পনাই। তাৰেই হয়তো বাস্তৱায়ন অসমৰ আন্তৰ্জাতিক খেলুৱৈসকলৰ জীৱন আৰু কেৰিয়াৰক লৈ প্ৰণয়ন কৰা এই গ্ৰন্থ। গ্ৰন্থখনৰ সম্পৰ্কত এটা দিশে কিছু ক্ষেত্ৰত সন্দেহৰ সৃষ্টি কৰিব পাৰে পাঠকৰ মনত। প্ৰশ্ন উঠিব পাৰে বহুকেইটা ইভেণ্টত ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰা খেলুৱৈৰ বিষয়ে দেখোন ইয়াত বিশেষভাৱে উল্লেখ কৰা হোৱা নাই। এনে সম্ভাব্য সন্দেহৰ প্ৰত্যুত্তৰত আমি ক'ব বিচাৰো যে অলিম্পিক স্পৰ্টছত স্বদেশক ছিনিয়ৰ পৰ্যায়ত প্ৰতিনিধিত্ব কৰা খেলুৱৈসকলকহে আমি এই গ্ৰন্থত স্থান দিছো। অৱশ্যে পৃথকভাৱে সংযোজিত এক আলোচনাত অলিম্পিক স্পৰ্টছৰ বাহিৰৰ ইভেণ্টসমূহত দেশক প্ৰতিনিধিত্ব কৰা খেলুৱৈৰ নাম উল্লেখ কৰিবলৈ আমি পাহৰা নাই। তথ্যৰ অভাৱত বা আমাৰ সীমাবদ্ধতাৰ বাবে কোনো খেলুৱৈৰ বিষয়ে বিতংকৈ জনাব নোৱাৰাত আমি দুঃখিত। সেইদৰে আমাৰ অজ্ঞতাৰ বাবে যদি কোনো খেলুৱৈৰ নাম যদি বাদ পৰি গৈছে তেওঁলোকৰ ওচৰত আমি ক্ষমা প্ৰাৰ্থী। ১৯৪৭ চনৰ পৰা ২০০৭ চন পৰ্যন্ত স্বদেশক আন্তৰ্জাতিক পৰ্যায়ত অলিম্পিক স্পৰ্টছত প্ৰতিনিধিত্ব কৰা খেলুৱৈৰ বিষয়ে কিতাপখনত লিপিবদ্ধ কৰা হৈছে। সেয়েহে গ্ৰন্থৰ নাম— "আন্তৰ্জাতিক ক্ৰীড়া ক্ষেত্ৰত ছটা দশকৰ অসমীয়া"। আশা কৰো অসম আৰু অসমীয়া ক্ৰীড়া প্ৰতিভাক আন্তৰ্জাতিক স্তৰলৈ আগবঢ়াই নিয়াসকলৰ প্ৰতি এয়া হ'ব আমাৰ বিশেষ সন্মান। গ্ৰন্থখন পঢ়ি যদি পাঠক সমাজ অলপো উপকৃত হয়,

উত্তৰ প্ৰজন্মই যদি নিজকে অনুপ্ৰাণিত কৰাৰ বাবে ইয়াত কিবা অলপ বিচাৰি পায় তেনেহ'লে আমাৰ শ্ৰম সাৰ্থক হোৱা বুলি ভাবিব পাৰিম। অসমৰ ক্ৰীড়া ক্ষেত্ৰৰ প্ৰতি আমাৰ হৃদয়ত অনুভূত দুৰ্বলতাৰ এক ফচল এই গ্ৰন্থ। এয়া আমাৰ প্ৰথম পদক্ষেপ। নিশ্চিতভাৱেই অজ্ঞাতে ভুল-ভ্ৰান্তি ৰৈ যাব পাৰে। আমাৰ চিন্তাৰ সীমাবদ্ধতায়ো কোনো ক্ষেত্ৰত পাঠকক অসন্তুষ্ট কৰিব পাৰে। এই সকলো ভুল-ভ্ৰান্তি আঙুলিয়াই দিলে আমি সুখী হ'ম। চেষ্টা কৰিম নিখুঁত ৰূপত পৰৱৰ্তী সংস্কৰণ প্ৰকাশ কৰিবলৈ। পাঠক সমাজৰ ভাষ্যই আমাৰ পৰৱৰ্তী পৰিকল্পনাসমূহ বাস্তৱত ৰূপ দিয়াত উৎসাহিত কৰিব। গ্ৰন্থখনৰ ধাৰণাৰ উৎপত্তিৰ পৰা প্ৰকাশৰ মুখ দেখালৈকে সুখ-দুখ-কষ্টৰ সমঅংশীদাৰ হৈ আমি একেলগে আহাৰৰ উত্তপ্ত দুপৰীয়া গছকিছো, শাওণৰ মুষলধাৰ বৰষুণত তিতিছো। সন্মুখীন হৈছো তিতা-মিঠা অভিজ্ঞতাৰ। আশা কৰো আমাৰ এই ক্ষুদ্ৰ প্ৰয়াসে অসমৰ ক্ৰীড়া সাহিত্যক অলপ হ'লেও সমৃদ্ধ কৰিব। পঢ়ুৱৈ সমাজৰ মনত স্বতঃস্ফূৰ্তভাৱে এই কথা উপলব্ধি হ'লে আমাৰ ভাল লাগিব। অনুভৱ কৰিব পাৰিম যে নেতিবাচক চিন্তা-চৰ্চাত সমাজ আক্ৰান্ত হোৱাৰ সময়ত আমাৰ এই ইতিবাচক কাৰ্যপন্থাই সমাজক কিছু হ'লেও উপকৃত কৰিছে। গ্ৰন্থখনৰ বাবে বিভিন্ন খেলুৱৈক লগ কৰাৰ সময়ত তেওঁলোকৰ হৃদয়ৰ বিশালতাৰ উপলব্ধিয়ে আমাক আপ্লুত কৰি তুলিছিল। বহুতৰে পৰা লাভ কৰা ভাতৃপ্ৰতীম স্নেহ আমি পাহৰিব নোৱাৰো। এই কিতাপত সন্নিৱিষ্ট কেইজনমান খেলুৱৈৰ লগত আমি মুখামুখিয়েই হৈ পোৱা নাই। যোগাযোগ হৈছিল মাত্ৰ ফোন আৰু ইণ্টাৰনেট যোগে। কিন্তু গভীৰ প্ৰত্যয়েৰে নিজস্ব জীৱনটো আমাৰ আগত তুলি ধৰাত কৃপনালি কৰা নাছিল তেওঁলোকে। কেইবাগৰাকীও খেলুৱৈয়ে বিচৰাতকৈও অধিক প্ৰসাৰিত ৰূপত আমাৰ আগত তুলি ধৰিছিল নিজস্ব জীৱন। আমি অভিভূত হৈ পৰিছিলো। অনুভৱ হৈছিল সকলো সংকীৰ্ণতাৰ উৰ্দ্ধত হৃদয়ত এখন অকৃত্ৰিম পৃথিৱী জীয়াই ৰাখে খেলুৱৈয়ে। সহযোগিতা আগবঢ়োৱা এই সকলোৰে ওচৰত আমি কৃতজ্ঞ। এই যাত্ৰাত বিশেষ সহযোগিতাৰে আমাক উৎসাহিত কৰিলে ছাইৰ উত্তৰ-পূৱ আঞ্চলিক উপকেন্দ্ৰৰ সঞ্চালক (ভাৰপ্ৰাপ্ত) সুভাষ বসুমতাৰী, প্ৰাক্তন বেডমিণ্টন খেলুৱৈ সুশান্ত বৰা আৰু মাধুৰ্য্য বৰুৱাই।

কল্পনাৰ কিতাপখন বাস্তৱত ৰূপ দিয়াৰ পথত আন বহুজনে বিভিন্নধৰণে আমালৈ সহযোগিতাৰ আগবঢ়ালে। নাম উল্লেখ কৰিব পাৰিব অজন্তা বুঢ়াগোহাঞিৰ। সাংবাদিক জীৱনৰ ব্যস্ততা অথবা আন কামত উজনি অসমলৈ গৈ তথ্য সংগ্ৰহৰ কথা ভাবি যেতিয়া সমস্যাৰ সন্মুখীন হৈছিলো তেতিয়া নিজে খেলা-ধূলাৰ লগত জড়িত অজন্তা বুঢ়াগোহাঞিয়ে পূৰ্ণ উদাৰতাৰে সহায়ৰ হাত আগবঢ়াইছিল। খুব সুন্দৰ আৰু নিয়াৰিকৈ স্বাধীন ডেকাৰজা আৰু কৃষ্ণা ডেকাৰজাৰ সাক্ষাৎ ফটোসহ আমালৈ প্ৰেৰণ কৰিছিল।

নাম উল্লেখ কৰিব লাগিব আমি জয়ন্ত মাধব গগৈৰো। ক্ৰীড়া নিবন্ধকাৰ গগৈয়ে নিজ সামৰ্থ্যৰ ভিতৰত যিকোনো তথ্য সংগ্ৰহ কৰি দিবলৈ সাজু থকাৰ কথা দোহাৰিছিল আমাৰ আগত। তেওঁ বিচৰা ধৰণে ভোগেশ্বৰ বৰুৱাৰ লগতে বিজিত গগৈৰ কেৰিয়াৰৰ সম্পৰ্কত বিতং তথ্য গোটাই আমাক সহায় কৰিছিল। গগৈ নিশ্চিতভাৱে ধন্যবাদৰ পাত্ৰ। অসম টেনিছ সন্থাৰ সম্পাদক ৰক্তিম শইকীয়ায়ো প্ৰয়োজনীয় তথ্য আগবঢ়াই আমাক সহায় কৰিলে। গ্ৰন্থখনৰ বাবে ফুটবল খেলুৱৈৰ নাম নিৰ্বাচনত আমি ভিত্তি গ্ৰন্থ হিচাপে লৈছিলো লোকেশ্বৰ গগৈৰ 'অসম ফুটবল' নামৰ কিতাপখন। তথ্যৰ অভাৱত ছৈয়দ আবিদ ইমামৰ বিষয়ে তেওঁৰ গ্ৰন্থৰ আধাৰতে লেখা প্ৰস্তুত কৰিছো। অসম সাংবাদিক ক্ৰীড়া সন্থাই প্ৰকাশ কৰা "স্পৰ্টছ ডাইৰেক্টৰী" খনো আমাৰ বাবে যথেষ্ট সহায়ক হয়। সহজভাৱেই সুন্দৰকৈ ডি টি পিৰ পৰা লে-আউটলৈকে সকলো কাম অতিশয় আন্তৰিকতাৰে সম্পাদন কৰি আমাক উপকৃত কৰিলে আমাৰ গ্ৰুপটোৰ সকলোৰে বাইদেউ মীনাক্ষী শইকীয়াই। 'ডেকাল'ৰা কিতাপখন সোনকালে শেষ কৰি পেলোৱা' বুলি কৈ থকা জিতেনদাৰো (জিতেন্দ্ৰলাল শৰ্মা) জানো অলপ উৎসাহ। গ্ৰন্থখনৰ নামো থিৰাং কৰে তেওঁৱেই। আমাক উৎসাহিত কৰিলে সকলো সময়তে কাষত থকা ৰেকিবদায়ো (ৰেকিব শইকীয়া)। লগতে নাম ল'ব লাগিব ভাতৃপ্ৰতীম শশাংক আৰু অজয়ৰ উৎসাহৰ কথাও। ফটো সংগ্ৰহত আমাক সহায় কৰিলে ইউ বি ফটোজ, প্ৰাঞ্জল কলিতা আৰু গীতিকা তালুকদাৰে। এনে কামত সদায় উৎসাহিত কৰি আহিছে জ্যেষ্ঠ সহকৰ্মী ৰণজিৎ ভট্টাচাৰ্য আৰু যুগললোচন দাসে। লগতে আছেবন্ধু প্ৰমোদ শৰ্মা, ৰবীন ভূঞা, খনীন্দ্ৰ কুমাৰ ডেকা, দিলীপ কুমাৰ শৰ্মা, শিৱাজী পুৰকায়স্থ আৰু বিপুল কুমাৰ বৰ্মনৰ উৎসাহ। জনসাধাৰণত একেলগে কাম কৰাৰ সময়ত দিগন্তদা (ওজা) আৰু মৃণালদায়ো (মৃণাল কুমাৰ বৰা) ভাষাগত ক্ষেত্ৰত আমাক সদায় উৎসাহিত কৰিছিল। সেই চাপ নিশ্চয় স্পষ্ট এই গ্ৰন্থত। শেষত এই গ্ৰন্থৰ যাত্ৰাত সুখে-দুখে সকলো সময়তে কাষত থকা সকলৰ প্ৰতি আমি কৃতজ্ঞতা প্ৰকাশ কৰিছো।

জিষ্ণু বৰঠাকুৰ
চিৰঞ্জীৱ শৰ্মা



ডঃ সুভাষ বসুমতাৰী
সঞ্চালক (ভাৰপ্ৰাপ্ত) ভাৰতীয় ক্ৰীড়া প্ৰাধিকৰণ
উত্তৰ-পূব আঞ্চলিক উপকেন্দ্ৰ, গুৱাহাটী

# শুভেচ্ছা বাণী

'আন্তৰ্জাতিক ক্ৰীড়া ক্ষেত্ৰত ছটা দশকৰ অসমীয়া' গ্ৰন্থখনত স্পষ্ট হৈ পৰিছে ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত অসমীয়া খেলুৱৈৰ সফলতাৰ ছবিখন। দুজন যুৱ ক্ৰীড়া সাংবাদিক জিন্তু বৰঠাকুৰ আৰু চিৰঞ্জীৱ শৰ্মাই গ্ৰন্থখনৰ যোগেদি দাঙি ধৰিছে ক্ৰীড়া ক্ষেত্ৰত চমৎকাৰ সফলতা লাভ কৰা খেলুৱৈসকলৰ কেৰিয়াৰ আৰু জীৱন। অসমৰ এই আগশাৰীৰ খেলুৱৈসকলৰ বিষয়ে তথ্য আহৰণৰ ক্ষেত্ৰত যুৱ সাংবাদিকদ্বয়ে মোৰ পৰা সম্ভাব্য সহায় আৰু পৰামৰ্শ গ্ৰহণ কৰিছে। 'আন্তৰ্জাতিক ক্ৰীড়া ক্ষেত্ৰত ছটা দশকৰ অসমীয়া' গ্ৰন্থখনত ৰাজ্য আৰু স্বদেশক বিশ্ব ক্ৰীড়া ক্ষেত্ৰত গৌৰৱৰ সুযোগ দিয়া অসমৰ অৰ্জুন বঁটাপ্ৰাপ্ত খেলুৱৈকেইজনৰ কেৰিয়াৰ আৰু সৰ্বোচ্চ সফলতাৰ বিষয়েও অন্তৰ্ভুক্ত হৈছে। ৰাজ্যৰ অতীত আৰু বৰ্তমানৰ খেলুৱৈসকলৰ জীৱনৰ বিষয়ে সৰ্বসাধাৰণক জনোৱাৰ বাবে অসমত প্ৰথমবাৰৰ বাবে প্ৰয়াস চলালে শ্ৰীবৰঠাকুৰ আৰু শ্ৰীশৰ্মাই। বিশ্ব ক্ৰীড়া ক্ষেত্ৰত আমাৰ খেলুৱৈসকলৰ গৌৰৱময় মুহূৰ্তবোৰ পুনৰ ৰোমন্থন কৰাৰ বাবে নিশ্চিতভাৱে গ্ৰন্থখনে এক সুযোগ দিব। গ্ৰন্থখনে উঠি অহা প্ৰজন্মক ক্ৰীড়া বিষয়টো গুৰুত্ব সহকাৰে গ্ৰহণ কৰিবলৈ অনুপ্ৰাণিত কৰিব বুলি আশা কৰিব পাৰি। খেলুৱৈসকলৰ সফলতাৰ দ্বাৰা কেৱল অসমৰে নহয় উত্তৰ-পূব ভাৰতৰ ক্ৰীড়াপ্ৰেমীও উপকৃত হ'ব। আশা কৰিলো শ্ৰীবৰঠাকুৰ আৰু শ্ৰীশৰ্মাই এনে ধৰণৰ উচ্চমানবিশিষ্ট অধিক গ্ৰন্থ ৰচনাৰে অনাগত দিনত অসমৰ ক্ৰীড়া সাহিত্যক সমৃদ্ধ কৰিব।

সুভাষ বসুমতাৰী

(ডঃ সুভাষ বসুমতাৰী)

# অর্জুন ভোগেশ্বৰ বৰুৱা

এক প্ৰবল জেদী মন লৈ জীৱনত বহু পলমকৈ তেওঁ নামি পৰিছিল এদিন এথলেটিকছ ক্ষেত্ৰত। প্ৰমাণ দিছিল প্ৰচুৰ প্ৰতিভাৰ। আন্তৰ্জাতিক ক্ষেত্ৰত লাভ কৰা ঈৰ্ষণীয় সফলতাৰে তেওঁ হৈ পৰিছিল অসমৰ প্ৰথমজন অৰ্জুন। অৰ্জুন ভোগেশ্বৰ বৰুৱা। ক্ৰমাৎ যাৰ নাম হৈ পৰিছে অসমৰ ক্ৰীড়াক্ষেত্ৰত এক অনুষ্ঠানস্বৰূপ। এক দৃষ্টান্ত ভৱিষ্যৎ প্ৰজন্মৰ বাবে। বৰ্ণিল জীৱন পৰিক্ৰমাৰে নিজকে ক্ৰীড়াক্ষেত্ৰত প্ৰতিষ্ঠা কৰা ভোগেশ্বৰ বৰুৱাৰ কেৰিয়াৰো বৰ্ণিল। অনুকৰণীয় হ'ব পাৰে বহুতৰ বাবেই। ১৯৬৬ চনৰ বেংকক এছিয়ান গেমছত ৮০০ মিটাৰ দৌৰত স্বৰ্ণপদক জয়েৰে কেৰিয়াৰত এক বিশাল সাফল্য লাভ কৰা এই ক্ৰীড়াবিদজনে খেলুৱৈ জীৱন আৰম্ভ কৰিছিল কিন্তু সাঁতোৰ, ফুটবল আদিৰ জৰিয়তেহে। শিৱসাগৰৰ ঐতিহাসিক জয়সাগৰ পুখুৰীৰ পাৰত শৈশৱ পাৰ কৰা খেলুৱৈজনে ল'ৰালিতে সমনীয়াৰ লগত সাঁতুৰিছিল, ফুটবল খেলিছিল। ক্ৰীড়াক যথেষ্ট গুৰুত্ব সহকাৰে লৈছিল তেওঁ কিছু পলমকৈ। ভোগেশ্বৰ বৰুৱাই ১৯৬০ চনৰ ২৩ নৱেম্বৰত যোগদান কৰে ভাৰতীয় প্ৰতিৰক্ষা বাহিনীৰ ই এম



ভোগেশ্বৰ বৰুৱা

১৯৩৭ চনত জন্ম হোৱা দৌৰবিদ ভোগেশ্বৰ বৰুৱা এছিয়ান গেমছত স্বৰ্ণ পদক বিজয়ী প্ৰথমজন অসমীয়া খেলুৱৈ। অৰ্জুন বঁটা বিজয়ী প্ৰথমজন অসমীয়াও তেঁৱেই। ১৯৬৭ চনৰ ১৮ ডিচেম্বৰত তেওঁক অৰ্জুন বঁটা প্ৰদান কৰে ৰাষ্ট্ৰপতি ডঃ জাকিৰ হুছেইনে।

ই শাখাত। ইয়াতে আৰম্ভ হয় তেওঁৰ আচল খেলুৱৈ জীৱন। প্ৰতিৰক্ষা বাহিনীৰ হৈ তেওঁ অংশ ল'বলৈ ল'লে ছুইমিং, শ্যুটিং, ফুটবল আদি প্ৰতিযোগিতাত। লগতে অংশ লৈছিল বক্সিঙতো। বৰুৱা যে এজন বক্সাৰো আছিল এই কথা হয়তো অধিক সংখ্যক ক্ৰীড়াপ্ৰেমীৰ বাবেই জ্ঞাত নহয়। ফুটবলত বিশেষ পাৰদৰ্শিতা দেখুওৱা বৰুৱা আছিল১৯৬২ চনৰ ডুৰাণ্ড কাপ বিজয়ী প্ৰতিৰক্ষা বাহিনী দলটোৰ সদস্য। তেওঁৰ তেতিয়া কৰ্মস্থান অন্ধ্ৰপ্ৰদেশ। '৬২ চনত তেওঁ আমন্ত্ৰণ লাভ কৰে অন্ধ্ৰপ্ৰদেশৰ ৰাজ্যিক ফুটবল দলৰ বাছনি শিবিৰলৈ। সেই সময়ত ৰাইটবেক পজিছনত খেলি বিশেষ ক্ৰীড়া নৈপুণ্য প্ৰদৰ্শন কৰিছিল ভোগেশ্বৰ বৰুৱাই। কিন্তু আশ্চৰ্যজনকভাৱে বাছনি শিবিৰৰ পৰা ঘোষিত যোল্লজনীয়া ৰাজ্যিক দলটোত স্থান নাপালে তেওঁ। এনে কাৰ্যত ক্ৰীড়ানুৰাগীৰ আলোচনাতো বহিঃপ্ৰকাশ ঘটিছিল ক্ষোভৰ। বৰুৱাক দলত স্থান নিদিয়াত প্ৰতিবাদো কৰিছিল অনেকে। ভোগেশ্বৰ বৰুৱাৰ জেদী মনটোৱে সিদ্ধান্ত লৈ পেলালে— নেখেলে তেওঁ আৰু ফুটবল। মনোনিৱেশ কৰিব এথলেটিকছত। পিছদিনাই তেওঁ বন্ধু পি কে দেৰ লগত উপস্থিত হৈছিলগৈ এন আই এছ প্ৰশিক্ষক সূৰ্য নাৰায়ণৰ ওচৰত। ব্যক্ত কৰিলে তেওঁৰ মনৰ ইচ্ছা। সূৰ্য নাৰায়ণে যেন কমাৰশালত গঢ়াদি গঢ়িলে এই অসম সন্তানক। ক্ৰমাৎ নিজকে প্ৰতিষ্ঠা কৰা বৰুৱাক আন্তৰ্জাতিক পৰ্যায়ৰ খেলুৱৈ হিচাপে পূৰ্ণতা দিলে দ্ৰোণাচাৰ্য বঁটা বিজয়ী গুৰু ইলিয়াচ বাবৰৰ প্ৰশিক্ষণে। জেদী মন এটাৰেই নতুনকৈ জন্ম হ'ল 'অৰ্জুন' ভোগেশ্বৰ বৰুৱাৰ।

১৯৬২-৬৩ চনত দিল্লীত অনুষ্ঠিত মুকলি ভাৰত এথলেটিকছ প্ৰতিযোগিতাত অংশ গ্ৰহণেৰে ৰাষ্ট্ৰীয় পৰ্যায়ত এথলেটিকছ জীৱন আৰম্ভ কৰিছিল খেলুৱৈজনে। সেই প্ৰতিযোগিতাত ৪ x ৪০০ মিটাৰ ৰীলেত তেওঁ অৰ্জন কৰিছিল প্ৰথম স্থান। ১৯৬৪-৬৫ চনত চণ্ডীগড়ত অনুষ্ঠিত ৰাষ্ট্ৰীয় এথলেটিকছ প্ৰতিযোগিতাত ৪০০ মিটাৰ দৌৰত প্ৰথম স্থান লাভ কৰে খেলুৱৈজনে। একেটা ইভেণ্টতে একে বৰ্ষতে মুকলি ভাৰত এথলেটিকছ প্ৰতিযোগিতাত দ্বিতীয় স্থান লাভ কৰে। ১৯৬৫-৬৬ চনত ৰাষ্ট্ৰীয় প্ৰতিযোগিতাত ৮০০ মিটাৰ আৰু ৪ x ৪০০ মিটাৰ ৰীলেত প্ৰথম স্থান লাভ কৰা বৰুৱাই মুকলি ভাৰত এথলেটিকছত ৮০০ আৰু ৪০০ মিটাৰ দৌৰত স্বৰ্ণ পদক জয় কৰে। মাদ্ৰাজত ১৯৬৭-৬৮ চনত হোৱা ৰাষ্ট্ৰীয় এথলেটিকছত আগৰ বৰ্ষৰ দৰেই একে সফলতা লাভ কৰা খেলুৱৈজনে সেই বছৰত হায়দৰাবাদত হোৱা মুকলি ভাৰত এথলেটিকছত ৮০০ মিটাৰ দৌৰত প্ৰথম স্থান অৰ্জন কৰে। ১৯৬৮-৬৯ আৰু ১৯৬৯-৭০ চনত ক্ৰমে জলন্ধৰ আৰু কটকত হোৱা ৰাষ্ট্ৰীয় এথলেটিকছ প্ৰতিযোগিতাত খেলুৱৈজনে ৪ x ৪০০ মিটাৰ ৰীলেত দুবাৰ আৰু ৮০০ আৰু ৪০০ মিটাৰ দৌৰত এবাৰকৈ প্ৰথম স্থান লাভ কৰিবলৈ সক্ষম হয়। সেইদৰে ১৯৬৮-৬৯ চনৰ পৰা ১৯৭২ চন পৰ্যন্ত সৰ্বভাৰতীয় মুকলি এথলেটিকছত

ক্রীড়াবিদজনে ৪×৪০০ মিটাৰ ৰীলেত চাৰিবাৰকৈ প্ৰথম স্থান লাভ কৰাৰ লগতে এবাৰ স্বৰ্ণপদক (১৯৬৯-৭০) অৰ্জন কৰে ৮০০ মিটাৰ দৌৰত। ১৯৬৪-৬৫ চনত হায়দৰাবাদত হোৱা আন্তঃমাণ্ডলিক খেলত ৪০০ মিটাৰ দৌৰত দ্বিতীয় আৰু ৪×১০০মিটাৰ ৰীলেত প্ৰথম স্থান লাভ কৰা খেলুৱৈজনে পিছৰ বছৰত লক্ষ্ণৌত হোৱা আন্তঃমাণ্ডলিক খেলত ৪০০ আৰু ৮০০মিটাৰ দৌৰ উভয়তে প্ৰথম স্থান অৰ্জন কৰে।



৩৩ তম ৰাষ্ট্ৰীয় ক্ৰীড়াত ভোগেশ্বৰ বৰুৱা

এথলেটিকছ ক্ষেত্ৰত ভৰি দিয়াৰ মাত্ৰ দুবছৰ পিছতে প্ৰথমটো আন্তৰ্জাতিক সাফল্য অৰ্জন কৰিবলৈ সক্ষম হৈছিল ভোগেশ্বৰ বৰুৱাই। ১৯৬৪ চনত চিলনত অনুষ্ঠিত ইণ্ডো-চিলন ট্ৰাৰত ৪০০ আৰু ৮০০ মিটাৰ দৌৰত প্ৰথম স্থান দখল কৰাৰ লগতে ৮০০ মিটাৰ দৌৰত তেওঁ গঢ়ি তোলে এক নতুন অভিলেখো। ১৯৬৫-৬৬ চনত ইণ্ডো-ৰাছিয়ান টেষ্টৰ মাদ্ৰাজ, ভিলাই, জলন্ধৰ আৰু দিল্লীত হোৱা খেলত বৰুৱাই ৪০০, ৮০০ আৰু ৪×৪০০মিটাৰ ৰীলে দৌৰত লাভ কৰে প্ৰথম স্থান। ৰাছিয়া ভ্ৰমণৰ অংশ হিচাপে ১৯৬৮ চনত মস্কো, ৰাছিয়া আৰু বাংকোৰত অংশ লোৱা প্ৰতিযোগিতাত আগশাৰীৰ প্ৰতিযোগীক পিছ পেলাই বৰুৱাই লাভ কৰিছিল প্ৰথম স্থান। ১৯৬৬ চনত তেওঁ অৰ্জন কৰিছিল কেৰিয়াৰৰ বৃহৎ সফলতাটো। বেংককত অনুষ্ঠিত হোৱা পঞ্চম এছিয়ান গেমছত ঈৰ্ষণীয় কৃতিত্বৰে তেওঁ আজুৰি আনিলে স্বৰ্ণ পদক। ভাৰতীয় ক্ৰীড়া ইতিহাসত সোণালী আখৰেৰে জিলিকিল ভোগেশ্বৰ বৰুৱাৰ নাম। এক মিনিট ৪৯.৪ ছেকেণ্ডৰে দৌৰ সমাপ্ত কৰি সেই প্ৰতিযোগিতাত গঢ়ি তুলিছিল তেওঁ এক নতুন এছিয়ান গেমছ ৰেকৰ্ড। টকিঅ' এছিয়ান গেমছত জাপানৰ ৰাই মাৰাবিয়ে গঢ়া ১.৫২ মিনিটৰ ৰেকৰ্ড ভংগ কৰিছিল তেওঁ। উল্লেখ্য, প্ৰতিযোগিতাখনৰ বাবে নিৰ্বাচিত হৈয়ো প্ৰথমে খেলুৱৈজন ভাৰতীয় এথলেটিকছ দলটোৰ সৈতে বেংককলৈ যাব পৰা নাছিল। ভাঙি পৰিব খুজিছিল তেওঁৰ এক সপোন। প্ৰশিক্ষকৰ অশেষ অনুৰোধতহে বৰুৱাক ভাৰতীয় ৰেষ্টলিং দলটোৰ লগত যাবলৈ অনুমতি দিয়া হৈছিল বেংককলৈ। প্ৰতিযোগিতাখনত শেষ হাঁহি মাৰিছিল জেদীবৰুৱাই । ১৯৭০চনত বেংককত অনুষ্ঠিত

ষষ্ঠ এছিয়ান গেমছত ৪ × ৪০০ মিটাৰ ৰীলে দৌৰত দ্বিতীয় স্থান অৰ্জনেৰে তেওঁ লাভ কৰিছিল ৰূপৰ পদক। সেয়াই আছিল তেওঁ অন্তিম আন্তৰ্জাতিক সাফল্য।

ভাৰতীয় ক্ৰীড়া ক্ষেত্ৰলৈ আগবঢ়োৱা অৱদানৰ বাবে কেন্দ্ৰীয় চৰকাৰে ১৯৬৭ চনত ভোগেশ্বৰ বৰুৱালৈ আগবঢ়াই সেই সময়ৰ দেশৰ ক্ৰীড়া ক্ষেত্ৰৰ সৰ্বোচ্চ সন্মান অৰ্জুন বঁটা। '৬৭ চনৰ ১৮ ডিচেম্বৰত ৰাষ্ট্ৰপতি ডঃ জাকিৰ হুছেইনৰ পৰা অৰ্জুন বঁটা গ্ৰহণ কৰি অভিভূত হৈ পৰিছিল অসমৰ এই প্ৰতিভাধৰ খেলুৱৈজন। এই বঁটা লাভ কৰা উত্তৰ-পূবৰ তেওঁ প্ৰথম ক্ৰীড়াবিদ। এনে এক সফলতা সত্ত্বেও অলিম্পিকত অংশ লোৱাৰ সুযোগ নোপোৱাৰ বাবে জীৱনজোৰা আক্ষেপ থাকি গ'ল বৰুৱাৰ মনত। অভিযোগ আছে — ১৯৬৪ চনৰ অলিম্পিকত অংশ গ্ৰহণ কৰা জাতীয় এথলেটিকছ দলটোৰ পৰা অন্যায়ভাৱে বঞ্চিত কৰা হয় উত্তৰ-পূবৰ অৰ্জুনক। ১৯৩৭ চনৰ ৩ ছেপ্টেম্বৰত জন্ম হোৱা এই অসম গৌৰৱ খেলুৱৈজনৰ পিতৃ-মাতৃৰ নাম ক্ৰমে ভদ্ৰেশ্বৰ বৰুৱা আৰু আইকণ বৰুৱা। কেৰিয়াৰত বিশ্বৰ যিকোনো খেলুৱৈৰ সন্মুখত প্ৰতিবন্ধক হৈ থিয় দিয়া বৰুৱাৰ সপোন অভিৰুচি এথলেটিকছ একাডেমী আৰু অভিৰুচি শাৰীৰিক শিক্ষানুষ্ঠানৰ যোগেদি অসমৰ ক্ৰীড়া ক্ষেত্ৰত নতুন প্ৰতিভাৰ জন্ম দিয়া। তেওঁৰ একাডেমীয়ে অলিম্পিক পদক বিজয়ী খেলুৱৈ জন্ম দিব পাৰিলে সুখী হ'ব বৰুৱা। জীৱনত আগবাঢ়ি যোৱাৰ বাটত পিতৃ-মাতৃ, বন্ধু বৰ্গ আৰু শুভাকাংক্ষীয়ে জনোৱা অনুপ্ৰেৰণাৰ বাবে তেওঁলোকৰ ওচৰত কৃতজ্ঞতা প্ৰকাশ কৰে ক্ৰীড়াবিদজনে। ক্ৰীড়া জীৱনত পোৱা সহায়-সহযোগিতাৰ বাবে তেওঁ পশ্চিম বংগৰ লোকসকলৰ ওচৰতো কৃতজ্ঞতা প্ৰকাশ কৰে। কেৰিয়াৰত জাৰ্মান প্ৰশিক্ষক এট'পজাৰৰ ওচৰতো প্ৰশিক্ষণ লোৱা ভোগেশ্বৰ বৰুৱাই ভাল পাই সৰু সৰু ল'ৰা-ছোৱালীৰ সান্নিধ্য।☆

# তৈবুন নিছা



তৈবুন নিছা

নতুন দিল্লীত অনুষ্ঠিত এছিয়ান গেমছত ভাৰতক প্ৰতিনিধিত্ব কৰা  থ্ৰ'বাৰ তৈবুন নিছাই ১৯৭৯ চনৰ হায়দৰাবাদ নেচনেল গেমছত ৩৪.২৬ মিটাৰ ডিছ্‌কাছ থ্ৰ' কৰি অৰ্জন কৰিছিল দ্বিতীয় স্থান। ৰাষ্ট্ৰীয় ক্ৰীড়াত পদক অৰ্জন কৰা অসমৰ প্ৰথম মহিলা তেওঁৱেই।

চন ১৯৭৪। জয়পুৰত অনুষ্ঠিত হৈছে আন্তঃৰাজ্যিক এথলেটিকছ্‌ মীট। খিতাপ জয়ৰ বাবে গোট খাইছে দেশৰ আগশাৰীৰ প্ৰতিযোগীসকল। এক উখল-মাখল পৰিৱেশ। এনে এক পৰিৱেশতে মহিলাৰ ডিছ্‌কাছ থ্ৰ'ত বাৰ বছৰীয়া ৰেকৰ্ড ভংগ কৰি সকলোকে হতবাক কৰি দিছে অসমৰ এজনী ছোৱালীয়ে। পিছদিনা দেশৰ আগশাৰীৰ সংবাদ পত্ৰৰ শিৰোনামাত জিলিকি উঠিছে এটা নাম— তৈবুন নিছা। অসমৰ এই সুযোগ্যা এথলীটগৰাকীয়ে সেইবাৰ ডিছ্‌কাছ থ্ৰ' কৰিছিল ২৯.৩২ মিটাৰ। অপাৰ বিস্ময়েৰে তেওঁৰ প্ৰদৰ্শন প্ৰত্যক্ষ কৰিছিল আন ৰাজ্যৰ প্ৰতিদ্বন্দ্বীয়ে। 'টাইমছ অব ইণ্ডিয়া'ৰ দৰে কাকতৰ শিৰোনামাতো জিলিকিছিল তৈবুন নিছাৰ নাম। চিহ্নিত হৈছিল তেওঁ ডিছ্‌কাছ কুইন হিচাপে। ক্ৰমাৎ প্ৰদৰ্শনৰ অধিক উত্তৰণেৰে দেশৰ সীমা অতিক্ৰমী আন্তৰ্জাতিক ক্ষেত্ৰতো ভাৰতক প্ৰতিনিধিত্ব কৰিছিল খেলুৱৈগৰাকীয়ে। ক্ৰীড়া ক্ষেত্ৰত লাভ কৰা সফলতাৰে গৌৰৱ কঢ়িয়াই আনিছিল স্বৰাজ্যলৈ।

তৈবুন নিছাৰ জন্ম হৈছিল শিৱসাগৰৰ ধাই আলিত। তেওঁৰ পিতৃ ৰফিকুদ্দিন আহমেদ (ধন আলী) আছিল এজন দীৰ্ঘ দূৰত্বৰ দৌৰবিদ। খেলা-

ধূলাত তেওঁ বিশেষ উৎসাহ যোগাইছিল জীয়েকক। বিপৰীতে মাক হবিবুল নিছা আছিল এগৰাকী ৰক্ষণশীল মহিলা। ভাল নাপাইছিল তেওঁ ছোৱালীয়ে খেলা-ধূলাত অংশ লোৱাটো। এই পিতৃ-মাতৃক অকালতে হেৰুৱাব লগা হৈছিল তৈবুন নিছাই। তীব্ৰ দৰিদ্ৰতাৰ মাজত সংগ্ৰাম কৰিব লগা হৈছিল আঠটাকৈ ল'ৰা-ছোৱালীৰ পৰিয়ালটোৱে। ন বছৰ বয়সৰ পৰা খেলিবলৈ লোৱা এথলীট গৰাকীয়ে ল'ৰালিত খেলা-ধূলাত অংশ লৈছিল শিৱসাগৰ তৰুণ সংঘ ৰিডিং ক্লাবে দৰবাৰ ফিল্ডত আয়োজন কৰা ঈদ স্পৰ্টছ আৰু পূবেৰুণ ক্লাবে বৰ্ডিং ফিল্ডত আয়োজন কৰা বিহু স্পৰ্টছত। লগতে অংশ লৈছিল স্বস্থানত ২৬ জানুৱাৰী আৰু ১৫ আগষ্ট উপলক্ষে আয়োজিত খেল-ধেমালিত। ১৯৭০ চনত তেওঁ অংশ লয় ডিব্ৰুগড়ত অনুষ্ঠিত আন্তঃজিলা এথলেটিকছ প্ৰতিযোগিতাত। প্ৰতিযোগিতাখনত তেওঁ অংশ ল'বলৈ গৈছিল ১০০ মিটাৰ দৌৰতহে। নিৰ্ধাৰিত ইভেণ্টটোত ব্যৰ্থ হোৱাত খেলুৱৈগৰাকীয়ে অংশ ল'লে ডিছকাছ থ্ৰত। অৰ্জন কৰিলে তৃতীয় স্থান। এনেদৰেই এগৰাকী থ্ৰ'ৱাৰ হোৱাৰ যাত্ৰা আৰম্ভ কৰিছিল তৈবুন নিছাই। ১৯৭১ চনত তেওঁ স্বৰাজ্যক প্ৰতিনিধিত্ব কৰে আহমেদাবাদত অনুষ্ঠিত নৱম আন্তঃৰাজ্যিক এথলেটিকছ প্ৰতিযোগিতাৰ জুনিয়ৰ পৰ্যায়ত। লাভ কৰিলে তৃতীয় স্থান। ক্ৰমাৎ ইখনৰ পিছত সিখন ৰাষ্ট্ৰীয় প্ৰতিযোগিতাত তেওঁ প্ৰতিনিধিত্ব কৰাৰ সুযোগ পালে অসমক। হাতলৈ আহিল সফলতাও। '৭১ চনৰ পৰা '৯১ চনলৈ অসম আৰু ভাৰতৰ বিভিন্ন প্ৰতিযোগিতাত অংশ লোৱা তৈবুন নিছাৰ সুন্দৰ ফৰ্ম অব্যাহত আছিল ১৯৮৮ চন পৰ্যন্ত। এই সময়ছোৱাত প্ৰায়বোৰ ৰাষ্ট্ৰীয় প্ৰতিযোগিতাত তেওঁ প্ৰথম বা দ্বিতীয় স্থান অৰ্জন কৰিছিল। ডিছকাছৰ লগতে শ্বটপুটটো অংশ লোৱা খেলুৱৈগৰাকীয়ে '৭৪ চনত এই ইভেণ্টত ৰাষ্ট্ৰীয় পৰ্যায়ত অৰ্জন কৰিছিল দ্বিতীয় স্থান। ১৯৭৯ চনৰ হায়দৰাবাদ নেচনেল গেমছৰ ডিছকাছ থ্ৰত ৩৪.২৬ মিটাৰ ডিছকাছ থ্ৰ' কৰি তৈবুন নিছাই অৰ্জন কৰিছিল দ্বিতীয় স্থান। ৰাষ্ট্ৰীয় ক্ৰীড়াত পদক অৰ্জন কৰা অসমৰ প্ৰথম মহিলা তেওঁৱেই। কলকাতাত হোৱা আন্তঃৰাজ্যিক এথলেটিকছ চেম্পিয়নশ্বিপত ডিছকাছত প্ৰথম হোৱা এই উজ্জ্বল তাৰকাই হিচাৰ আৰু বাংগালোৰত (১৯৮১) হোৱা একে প্ৰতিযোগিতাত প্ৰথম স্থান অৰ্জন কৰিছিল। ভাৰতৰ প্ৰায়বোৰ প্ৰধান প্ৰতিযোগিতাত প্ৰতিদ্বন্দ্বিতা আগবঢ়োৱা তৈবুন নিছাই বিভিন্ন টুৰ্ণামেণ্টত ৰেলৱেক প্ৰতিনিধিত্ব কৰিও সফলতা লাভ কৰিছে।

১৯৭৬ চনত তেওঁ ভাৰতক প্ৰতিনিধিত্ব কৰে ইণ্ডো-শ্ৰীলংকা ডুয়েল এথলেটিক মীটত। ডিছকাছত দ্বিতীয় স্থান লাভ কৰাৰ বিপৰীতে জেভলিনত অৰ্জন কৰে তেওঁ তৃতীয় স্থান। ১৯৮২ চনত বম্বেত অনুষ্ঠিত হোৱা পাঁচ দেশীয় ইণ্টাৰনেচনেল এথলেটিক মীটত তৈবুন নিছাই ভাৰতক প্ৰতিনিধিত্ব কৰে। ভাৰতসহ মালয়েছিয়া, জাপান, চীন

আৰু কোৰিয়াই অংশ লোৱা প্ৰতিযোগিতাখনত খেলুৱৈগৰাকীয়ে ডিছ্‌কাছত অৰ্জন কৰে দ্বিতীয় স্থান। ১৯৮২ চনত কেৰিয়াৰৰ বৃহৎ ক্ৰীড়া মহোৎসৱ খনত অংশ লয় তৈবুন নিছায়ে। নতুন দিল্লীত অনুষ্ঠিত এছিয়ান গেমছত তেওঁ প্ৰতিনিধিত্ব কৰে ভাৰতক। লাভ কৰে ষষ্ঠ স্থান। এসময়ত শিৱসাগৰ ধাই আলি হাইস্কুলৰ ছাত্ৰী এই খেলুৱৈগৰাকীয়ে ১৯৭৪ চনত ৰেলৱেৰ চাকৰিত যোগদান কৰে। '৮৩ চনত তেওঁ বিবাহ পাশত আবদ্ধ হয় বৰপেটাৰ ক্ৰিকেট খেলুৱৈ চহিদুল্লাৰ সৈতে। কেৰিয়াৰত শাজ্যৰ হৈ বহু সফলতা লাভ কৰিলেও এছিয়ান গেমছত পদক লাভত ব্যৰ্থ হোৱা আৰু অলিম্পিকত অংশ লোৱাৰ সুযোগ নোপোৱা বাবে আক্ষেপ থাকি যায় তৈবুন নিছাৰ। প্ৰশিক্ষক সুৰেন্দ্ৰ কুমাৰ সিঙক নিজৰ গুৰু হিচাপে অভিহিত কৰা তৈবুন নিছাই ১৯৯৩ চনৰ পৰা অংশ লয় ভেটাৰ্ণ গেমছত। ইতিমধ্যে তেওঁ নিউয়ৰ্ক, জাকাৰ্টা, জাপান আদিত বিভিন্ন আন্তৰ্জাতিক ভেটাৰ্ন গেমছত ভাৰতক প্ৰতিনিধিত্ব কৰি সফলতা লাভ কৰিছে। কৃষি কৰ্ম আৰু গান ভালপোৱা খেলুৱৈগৰাকী বৰ্তমান জড়িত বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত। তেওঁ চলাই আছে এটা শৰীৰ চৰ্চা ক্লাবো। তেওঁৰ হেঁপাহ আছে নিজাকৈ এগৰাকী খেলুৱৈ গঢ়ি তোলাৰ। যি হ'ব পাৰে অসমৰ ভৱিষ্যতৰ তৈবুন নিছা।☆



*প্ৰাক্তন টেবুল টেনিছ তাৰকা মনালিছা বৰুৱাৰ সৈতে ৩৩ তম্ ৰাষ্ট্ৰীয় ক্ৰীড়াৰ শিখা হাতত লৈ তৈবুন নিছা (সোঁফালে)*

# কুশল লাহন

উচ্চতা তেওঁৰ ছফুট দুই ইঞ্চি। শৰীৰৰ আকাৰ আক্ষৰিক অৰ্থতে বিশাল। চিনেমা হ'লৰ কাউণ্টাৰৰ সন্মুখত গৈ থমকি ৰ'ব লগা হয় তেওঁৰ হাতখন। কিয়নো বিশাল হাতখন কাউণ্টাৰৰ ফুটায়েদি পাৰ নহয়। এই বিশাল পুৰুষে যিকোনো বস্তুকে যেন দলিয়াই দিব পাৰিছিল সাধাৰণ পুতলাৰ দৰে। এই শক্তিধৰ পুৰুষেই হ'ল কুশল লাহন। অসমৰ ক্ৰীড়া ক্ষেত্ৰত থ্ৰ'ৱাৰ হিচাপে চিনাকি নাম। ৰাজ্যক প্ৰতিনিধিত্ব কৰি ৰাষ্ট্ৰীয় ক্ষেত্ৰত উল্লেখনীয় সফলতা লাভ কৰা কুশল লাহনে আন্তঃৰাষ্ট্ৰীয় পৰ্যায়তো পদক লাভ কৰি দেশলৈ কঢ়িয়াই আনিছিল গৌৰৱ। ভাৰতৰ ক্ৰীড়া ক্ষেত্ৰত দুৰন্ত প্ৰদৰ্শনেৰে এক উজ্জ্বল নক্ষত্ৰ হিচাপে ধৰা দিবলৈ সক্ষম হৈছিল কুশলে। এই প্ৰতিভাসম্পন্ন খেলুৱৈ জনৰ জন্ম হৈছিল ১৯৭২চনত শিৱসাগৰ জিলাৰ কৌঁৱৰপুৰৰ গড়কোষ শেনচোৱাত। তেওঁৰ পিতৃৰ নাম লোকনাথ লাহন আৰু মাতৃৰ নাম সৰুমাই লাহন। গড়কোষ শেনচোৱা হাড়মতী প্ৰাথমিক বিদ্যালয়ত বুনিয়াদী শিক্ষা লাভ কৰি তেওঁ মজলীয়া শিক্ষা লাভ কৰিছিল কৌঁৱৰপুৰ



কুশল লাহন

১৯৭২ চনত শিৱসাগৰ জিলাৰ কৌঁৱৰপুৰৰ গড়কোম শেনচোৱাত জন্ম থ্ৰ'ৱাৰ কুশল লাহনৰ। ১৯৯০-৯১ চনত শ্ৰীলংকাত অনুষ্ঠিত ছাফ গেমছত জেভলিন থ্ৰ'ত ৰূপৰ পদক অৰ্জনেৰে তেওঁ বিশেষ কৃতিত্ব অৰ্জন কৰে। আঘাতৰ বাবে কেৰিয়াৰত অধিক সফলতা লাভত ব্যৰ্থ হয় কুশল।

ল'ৰা মজলীয়া বিদ্যালয়ত। সপ্তম শ্ৰেণীৰ পৰা দশম শ্ৰেণীলৈকে কোঁৱৰপুৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ত পঢ়া কুশলে উচ্চতৰ মাধ্যমিক শ্ৰেণীত শিক্ষা লৈছিল দেৰগাঁও উচ্চতৰ মাধ্যমিক বিদ্যালয়ত। এই বিদ্যালয়খনত থকা সুন্দৰ খেলা-ধূলাৰ পৰিৱেশেই কুশল লাহনক সহায় কৰিছিল জীৱনৰ অন্য এক যাত্ৰা আৰম্ভ কৰাত। অৱশ্যে থ্ৰ'ৱাৰ নহয়, ক্ৰীড়া জীৱনৰ প্ৰথম খোজত তেওঁৰ চিনাকি আছিল ফুটবল আৰু হেণ্ডবল খেলুৱৈ হিচাপেহে।


প্ৰতিযোগিতাত অংশ লোৱাৰ সময়ত কুশল লাহন

১৯৮৫ চনত তেওঁ প্ৰথম গোলাঘাটৰ হৈ আন্তঃজিলা ফুটবল খেলিছিল। '৮৬ চনত গুৱাহাটীত অনুষ্ঠিত আন্তঃজিলা জুনিয়ৰ হেণ্ডবল প্ৰতিযোগিতাত গোলাঘাটৰ হৈ তেওঁ অৰ্জন কৰে ৰাণাৰ্ছ আপৰ খিতাপ।

ফুটবলত বা হেণ্ডবলত নহয় আচলতে কুশলৰ সফলতাৰ প্ৰকৃত পথাৰখন আছিল থ্ৰ'ৱিং ক্ষেত্ৰতহে। দেৰগাঁও উচ্চতৰ মাধ্যমিক বিদ্যালয়ত পঢ়ি থকা অৱস্থাতে ১৯৮৬ চনত স্কুলখনৰ শাৰীৰিক নিৰ্দেশক নৰেন গগৈৰ অধীনত শ্বটপুট, ডিচকাছ, জেভলিন আদিৰ প্ৰশিক্ষণ লৈছিল কুশলে। লগতে আছিল দেৰগাঁৱৰ ক্ৰীড়াৰ বিকাশত অন্যতম অৰিহণা যোগোৱা বিদ্যালয়খনৰে শিক্ষক গুণ বৰুৱাৰ উৎসাহ। সেই সময়তে কুশলে অংশ ল'বলৈ লয় যোৰহাটত হোৱা ক্লাব মীটত। যোৰহাটৰ ক্লাব মীটে যেন আন এখন সম্ভাৱনাৰ দুৱাৰ মুকলি কৰি দিলে খেলুৱৈজনৰ বাবে। যোৰহাটৰ পৰা ৰাজ্যিক পৰ্যায়লৈ তেওঁৰ সফলতাৰ প্ৰসাৰ হোৱাৰ পিছত গুৱাহাটীত আৰ এছ ৰংগীৰ ওচৰত প্ৰশিক্ষণ লৈ অসমৰ হৈ ৰাষ্ট্ৰীয় স্কুল গেমছ খেলিবলৈ সুযোগ পাই কুশলে। ১৯৮৬-৮৭ চনত গুৱাহাটীত হোৱা ৰাষ্ট্ৰীয় স্কুল গেমছত ডিচকাছ থ্ৰ'ত পঞ্চম স্থান অৰ্জন কৰা খেলুৱৈজনে ১৯৮৭ চনতচণ্ডীগড়ত হোৱা ৰাষ্ট্ৰীয় স্কুল গেমছত শ্বটপুট থ্ৰ'ত ৰূপৰ পদক অৰ্জন কৰে। সেই একে বৰ্ষতে তেওঁ স্থান পায় গুৱাহাটীৰ ছাই উপ-কেন্দ্ৰত। ছাইত প্ৰশিক্ষক আৰ এছ ৰংগীৰ অধীনত কুশল লাহনৰ ক্ৰীড়া জীৱনে এক বিশেষ গতি লাভ কৰে। ১৯৮৮ চনত

জলন্ধৰত অনুষ্ঠিত জুনিয়ৰ নেচনেল এথলেটিকছ চেম্পিয়নশ্বিপত ডিছকাছত সোণৰ পদক লাভ কৰি কৃতিত্ব অৰ্জন কৰাৰ লগতে শ্বটপুটত তেওঁ লাভ কৰে চতুৰ্থ স্থান। ক্ৰমাগতভাৱে অধিক সফলতা লাভ কৰা কুশলে ১৯৮৯ চনত বাংলালোৰত অনুষ্ঠিত জুনিয়ৰ এথলেটিকছ চেম্পিয়নশ্বিপৰ ডিছকাছ আৰু শ্বটপুট উভয়তে স্বৰ্ণ পদক লাভ কৰে। ১৯৯০চনত বিহাৰত অনুষ্ঠিত জুনিয়ৰ এথলেটিকছ চেম্পিয়নশ্বিপত ডিছকাছত দ্বিতীয় আৰু জেভলিন থ্ৰ'ত লাভ কৰে তেওঁ তৃতীয় স্থান। ১৯৯০ চনত কলকাতাত অনুষ্ঠিত ইষ্ট জ'ন এথলেটিকছ চেম্পিয়নশ্বিপত কুশলে গঢ়ি তোলে এক নতুন অভিলেখ। প্ৰতিযোগিতাখনত তেওঁ জেভলিন থ্ৰ' কৰে ৬৬.৬৭ মিটাৰ। ১৯৯০-৯১ চনত এক বিশেষ প্ৰত্যাহ্বানৰ সন্মুখীন হয় কুশল লাহন। ছাফ গেমছৰ দল নিৰ্বাচনৰ বাবে দিল্লীত অনুষ্ঠিত অ'পেন ট্ৰায়েলত অংশ লয় তেওঁ। জুনিয়ৰ পৰ্যায়ৰ পৰা ছিনিয়ৰ দলত স্থান পোৱাৰ বাবে প্ৰতিদ্বন্দ্বিতা। কিন্তু অসমৰ এই দীৰ্ঘদেহী থ্ৰ'ৱাৰজনে দলত স্থান পোৱাই নহয় জাতীয় দলক প্ৰতিনিধিত্ব কৰি কেৰিয়াৰৰ প্ৰথমখন আন্তৰ্জাতিক প্ৰতিযোগিতাত লাভ কৰিলে সফলতা। শ্ৰীলংকাত অনুষ্ঠিত ছাফ গেমছত তেওঁ লাভ কৰিলে জেভলিন থ্ৰ'ত ৰূপৰ পদক। চিহ্নিত হ'ল এই সফলতা জীৱনৰ স্মৰণীয় মুহূৰ্ত হিচাপে। ১৯৯১-৯২ চনত ছিংগাপুৰত হোৱা অপেন মীটত চতুৰ্থ স্থান অৰ্জন কৰে কুশলে।



*জেভলিন নিক্ষেপৰ সময়ত কুশল লাহন*

আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত অধিক সফলতাৰ পথত কুশল লাহনৰ সন্মুখত প্ৰতিবন্ধক হৈ থিয় দিলে আঘাত। ১৯৯৩ চনত গুৱাহাটীত হোৱা এক মটৰ চাইকেল দুৰ্ঘটনাত সম্ভাৱনাপূৰ্ণ থ্ৰ'ৱাৰজনে ভৰিত গুৰুতৰ আঘাত পায়। প্ৰায় ডেৰমাহ পেং লৈ চলা-ফুৰা কৰিব লগা হয়। এই প্ৰতিবন্ধকতা নহা হ'লে কুশল লাহনৰ যোগেদি অসমে হয়তো এজন অলিম্পিয়ান পালেহেঁতেন। অলিম্পিকলৈ যোগ্যতা অৰ্জন কৰিবৰ বাবে এছিয়ান কোৱালিফাইং মাৰ্ক অতিক্ৰম কৰিব পাৰিব বুলি নিজৰ ওপৰত পূৰ্ণ আস্থা আছিল কুশলৰ। প্ৰথমে এফ চি আই আৰু পিছত টাটাত যোগদান কৰা খেলুৱৈজনে ১৯৯৭ চনত অইল ইণ্ডিয়াত কৰ্ম জীৱন আৰম্ভ কৰে। ১৯৯৮ চনত কুশল লাহন বিবাহ পাশত আৱদ্ধ হয় ৰীতা লাহনৰ সৈতে। ৰীতা নিজেও এগৰাকী থ্ৰ'ৱাৰ। আজৰি সময়ত ঘূৰি ফুৰি ভাল পাই তেওঁ। আড্ডা মাৰে বন্ধু-বান্ধৱৰ লগত।☆

# জুনুমণি শইকীয়া



জুনুমণি শইকীয়া

১৯৭৩ চনৰ এক এপ্ৰিলত মাজুলীৰ বনগাঁৱৰ ধোবাচলা গাঁৱত জন্ম দৌৰবিদ জুনুমণি শইকীয়াৰ। ১৯৯১ চনত কলম্বোত অনুষ্ঠিত ছাফ গেমছত ভাৰতীয় ৰীলে দলৰ হৈ তেওঁ ৪x১০০ মিটাৰ দৌৰত লাভ কৰে সোণৰ পদক। '৯২ চনত নতুন দিল্লীত অনুষ্ঠিত এছীয় জুনিয়ৰ ট্ৰেক এণ্ড ফিল্ড মীটত ৪x১০০ মিটাৰ ৰীলেত সোণৰ পদক অৰ্জন কৰাৰ লগতে গঢ়ি তোলে নতুন অভিলেখ।

কেৱল ক্ৰীড়া নৈপুণ্য অথবা খেলপথাৰৰ দক্ষতাৰেই নহয় অমায়িক আচৰণ আৰু স্বভাৱসুলভ সৰলতাৰেও এক নিজস্ব ইমেজ গঢ়ি তুলিছিল জুনুমণি শইকীয়াই। 'অসমৰ বৰদৈচিলা' হিচাপে চিহ্নিত এই দৌৰবিদগৰাকীয়ে কম সময়ৰ ভিতৰতে ৰাজ্যৰ ইমূৰৰ পৰা সিমূৰলৈ লাভ কৰিছিল প্ৰচুৰ জনপ্ৰিয়তা। জুনুমণি শইকীয়া হৈ পৰিছিল ৰাজ্যখনৰ প্ৰতিজন ক্ৰীড়াপ্ৰেমীৰ বাবে চিনাকি নাম। বিশ্বৰ বৃহত্তম নদী দ্বীপ মাজুলীৰ ছোৱালী জুনুমণি। মাজুলীৰ সহজ-সৰল পৰিৱেশত বিশুদ্ধ বায়ু-পানীৰ মাজত ডাঙৰ হৈ তেওঁ ওলাই আহিছিল প্ৰতিদ্বন্দ্বিতামূলক ক্ষেত্ৰখনলৈ। উত্তৰ-পূবৰ ট্ৰেকট তেওঁ হৈ পৰিছিল অপ্ৰতিদ্বন্দ্বী। জুনিয়ৰ পৰ্যায়ত সমগ্ৰ দেশত সঘনে উচ্চাৰিত হৈছিল তেওঁৰ নাম। দেশ অথবা বিদেশ সকলোতে তেওঁ স্বাক্ষৰ ৰাখিছিল নিজস্ব প্ৰতিভাৰ। আন্তৰ্জাতিক পৰ্যায়ত ছিনিয়ৰ দলৰ হৈয়ো জুনুমণিয়ে লাভ কৰিছিল স্বৰ্ণপদক। গৌৰৱ কৰাৰ সুযোগ দিছিল অসম আৰু অসমীয়াক। ক্ৰীড়া দক্ষতা আৰু অমায়িক আচৰণেৰে এক নিজস্ব ইমেজ গঢ়ি তোলা স্প্ৰিণ্ট কুইন জুনুমণি

চিহ্নিত অসমৰ ট্ৰেকৰ প্ৰথমগৰাকী গ্লেমাৰ গাৰ্ল হিচাপে।

জুনুমণিৰ জন্ম হৈছিল ১৯৭৩ চনৰ এক এপ্ৰিলত মাজুলীৰ বনগাঁৱৰ ধোৱাচলা গাঁৱত। দেউতাক গুণাৰাম শইকীয়া আৰু মাক ৰূপহী শইকীয়া। তেওঁৰ শিক্ষা আৰম্ভ হয় বনগাঁৱৰ কাষৰে মেৰাগড় নাৰায়ণদেৱ হাইস্কুলত। পিতৃ আছিল সেই স্কুলৰে শিক্ষক। খেলা-ধূলাৰ শিক্ষকো আছিল তেওঁ। দেউতাকৰ উৎসাহতে ষষ্ঠ শ্ৰেণীৰ পৰা খেলা-ধূলাত মনোনিৱেশ কৰিবলৈ লয় জুনুমণিয়ে। এই ক্ষেত্ৰত আন এজন ব্যক্তিৰ অৱদানো উল্লেখনীয়। তেওঁ হ'ল সেই সময়ৰ মাজুলী ছাত্ৰ সন্থাৰ সভাপতি অজয় বৰুৱা। জুনুমণিহঁতৰ দৰে ল'ৰা-ছোৱালীবোৰ গোটাই অজয় বৰুৱাই জঁপিয়াবলৈ, দৌৰিবলৈ শিকাইছিল। অজয় আৰু দেউতাকৰ উৎসাহতে মাজুলীৰ প্ৰতিভাৱান ছোৱালীজনীয়ে ১৯৮৩ চনত প্ৰথমবাৰৰ বাবে অংশ লয় স্কুলৰ ক্ৰীড়া প্ৰতিযোগিতাত। তেওঁৰ বয়স তেতিয়া দহ বছৰ। হাইজাম্প, ১০০ আৰু ২০০ মিটাৰ দৌৰত লাভ কৰিলে সফলতাও। এনেকৈয়ে আৰম্ভ হৈছিল ক্ৰমাৎ দ্ৰুত হৈ পৰা বৰদৈচিলাৰ যাত্ৰা। ১৯৮৪ চনত আন্তঃজিলা স্কুল এথলেটিকছ প্ৰতিযোগিতাত যোৰহাটক প্ৰতিনিধিত্ব কৰে জুনুমণিয়ে। শিৱসাগৰত হোৱা সেই প্ৰতিযোগিতাত ১০০মিটাৰ, ২০০ মিটাৰ দৌৰ আৰু হাইজাম্পত সফলতা লাভেৰে ৰাজ্যিক ক্ষেত্ৰৰ প্ৰথম প্ৰতিযোগিতাতে নিজস্ব প্ৰতিভাৰ প্ৰমাণ দিবলৈ সক্ষম হয় খেলুৱৈগৰাকীয়ে। ক্ৰমাৎ তেওঁৰ প্ৰতিভাৰ প্ৰসাৰ হয় ৰাষ্ট্ৰীয় পৰ্যায়লৈ। ১৯৮৫ চনত গুৱাহাটীত অনুষ্ঠিত মিনি নেচনেল স্কুল গেমছত ২০০ মিটাৰ দৌৰত দ্বিতীয় হয় জুনুমণি। '৮৫ চনত হাৰিয়ানাৰ হিচাৰত অনুষ্ঠিত সৰ্বভাৰতীয় জুনিয়ৰ নেচ নেল এথলেটিকছ চেম্পিয়নশ্বিপত তেওঁ



প্ৰতিনিধিত্ব কৰে অসমক। ১৯৮৭ চনত গুৱাহাটীত অনুষ্ঠিত নেচনেল স্কুল গেমছত অসমক প্ৰতিনিধিত্ব কৰি জুনুমণিয়ে ১০০ আৰু ২০০ মিটাৰ দৌৰত লাভ কৰে ব্ৰঞ্জৰ পদক।

সেই বছৰতে পাটিয়ালাৰ নেচনেল ইনষ্টিটিউট অব স্পৰ্টছৰ প্ৰতিভা সন্ধানী পৰীক্ষাত উত্তীৰ্ণ হৈ গুৱাহাটীত থকা ছাই উপ-কেন্দ্ৰত স্থান পায় জুনুমণিয়ে। ভৰ্তি হয় তেওঁ পাণবজাৰ হায়াৰ ছেকেণ্ডাৰী স্কুলত দশমমান শ্ৰেণীত। ছাই কেন্দ্ৰত প্ৰশিক্ষক ৰণবীৰ সিং ৰংগিৰ অধীনত এক বিশেষ মাত্ৰা লাভ কৰে জুনুমণিৰ ক্ৰীড়া প্ৰতিভাই। '৮৭ চনত মণিপুৰৰ ইম্ফলত অনুষ্ঠিত উত্তৰ-পূব ক্ৰীড়া সমাৰোহত ১০০ মিটাৰ দৌৰত স্বৰ্ণ পদক অৰ্জন কৰা জুনুমণি চিহ্নিত হয় প্ৰতিযোগিতাখনৰ মহিলা শাখাৰ দ্ৰুততম এথলীট হিচাপে। ছাইৰ অধীনত ক্ৰীড়া দক্ষতাৰ অধিক উত্তৰণ ঘটাই ১৯৮৮ চনত চণ্ডিগড়ত অনুষ্ঠিত নেচনেল স্কুল গেমছত ১০০ মিটাৰ দৌৰত স্বৰ্ণ পদক অৰ্জন কৰে জুনুমণিয়ে। একে বছৰতে পঞ্জাবৰ জলন্ধৰত অনুষ্ঠিত জুনিয়ৰ নেচনেলত ১০০ মিটাৰ আৰু ২০০ মিটাৰ দৌৰ উভয়তে প্ৰথম স্থান লাভ কৰি তেওঁ অৰ্জন কৰে অন্যতম খ্যাতি। '৮৮-'৮৯ চনত কটকত অনুষ্ঠিত জুনিয়ৰ নেচ নেল স্কুল গেমছতো ১০০ মিটাৰ দৌৰত স্বৰ্ণ পদক অৰ্জন কৰে খেলুৱৈগৰাকীয়ে। ৰাষ্ট্ৰীয় পৰ্যায়ত লাভ কৰা সফলতাৰে জুনুমণিয়ে সুযোগ পায় দেশক প্ৰতিনিধিত্ব কৰাৰ বাবেও। '৯০ চনত বেইজিঙত অনুষ্ঠিত জুনিয়ৰ এছিয়ান ট্ৰেক এণ্ড ফিল্ড মীট আৰু মালয়েছিয়াত অনুষ্ঠিত এছিয়ান এথলেটিকছ মীটত ভাগ লয় এথলীটগৰাকীয়ে। ১৯৯১ চনত ছিনিয়ৰ দলৰ হৈ বিশেষ সফলতা অৰ্জন কৰে জুনুমণিয়ে। কলম্বোত অনুষ্ঠিত ছাফ গেমছত ভাৰতীয় দলৰ হৈ তেওঁ ৪X১০০ মিটাৰ ৰীলে দৌৰত লাভ কৰে সোণৰ পদক। '৯২ চনত নতুন দিল্লীত অনুষ্ঠিত এছীয় জুনিয়ৰ ট্ৰেক এণ্ড ফিল্ড মীটত ৪X১০০ মিটাৰ ৰীলেত সোণৰ পদক অৰ্জন কৰাই নহয়, গঢ়ি তোলে এক নতুন অভিলেখো। ৪৬.১৫ ছেকেণ্ডৰ বিপৰীতে ৪৬.০২ ছেকেণ্ডত দৌৰ সমাপ্ত কৰি জুনুমণিৰ দলে গঢ়ে এছিয়ান ৰেকৰ্ড।

দীৰ্ঘদিনৰ প্ৰেমৰ অন্তত ১৯৯৩ চনত দেৰগাঁৱৰ নেঘেৰিটিং শিৱ মন্দিৰত আন্তৰ্ৰাষ্ট্ৰীয় প'লভল্টাৰ মৃদুল দুৱৰাৰ সৈতে বিবাহ পাশত আবদ্ধ হয় জুনুমণি। তেওঁলোকৰ দুই কন্যা সন্তান এনিশা আৰু মাইনা। বিয়াৰ পিছতো ট্ৰেকৰ মোহৰ পৰা আঁতৰি থাকিব পৰা নাছিল 'অসমৰ ৰবৌদেচিলা'। তেজপুৰৰ ৰাজ্যিক ক্ৰীড়া সমাৰোহত সফলতা লাভৰ লগতে গেংটকত হোৱা উত্তৰ-পূব ক্ৰীড়া সমাৰোহতো ১০০ মিটাৰ আৰু লং জাম্পত সফলতা অৰ্জন কৰিছিল। ১৯৯৭ চনত শেষ বাৰলৈ অংশ লোৱা উত্তৰ-পূব ক্ৰীড়া সমাৰোহত তেওঁ লাভ কৰিছিল স্বৰ্ণ পদক। কিন্তু দুখৰ বিষয় ট্ৰেকৰ দ্ৰুত গতিৰ দৰেই

জীৱনৰ গতিও সোনকালে সামৰিলে জুনুমণি শইকীয়া দুৱৰাই। ২০০১ চনৰ আঠ ডিচেম্বৰৰ মাজনিশা হঠাতেই অজস্ৰ গুণমুগ্ধক কন্দুৱাই পৃথিৱীৰ মোহ এৰি গুচি গ'ল স্প্ৰিণ্ট কুইন। প্ৰসূতিজনিত ৰোগেই কাল হ'ল তেওঁৰ বাবে। গুৱাহাটীৰ এখন ব্যক্তিগত নাৰ্ছিং হোমত প্ৰায় চৈধ্যঘণ্টা মৃত্যুৰ সৈতে যুঁজ দি মাত্ৰ আঠাইশ বছৰ বয়সতে পৃথিৱীৰ পৰা বিদায় ল'লে খেলুৱৈগৰাকীয়ে। জুনুমণিৰ শেষ ইচ্ছা অনুসৰি তেওঁক সমাধিস্থ কৰা হয় স্বামী গৃহ মৃদুলৰ চাবুৱাৰ চেতিয়া গাঁৱত। জুনুমণিৰ মৃত্যুৱে সমগ্ৰ অসম শোকাচ্ছন্ন কৰি তুলিছিল। তেওঁৰ মৃত্যুৰ পিছত সাংবাদিক পূৰ্বজ্যোতি চুতীয়াই স্মৃতি ৰোমন্থন কৰি লিখিছিল — 'আকৌ যদি জীৱনটো নতুনকৈ আৰম্ভ কৰোঁ তেন্তে ট্ৰেকেই হ'ব মোৰ প্ৰথম প্ৰেম' — ক্ৰীড়া জীৱনৰ বিয়লি বেলা এদিন জুনুমণি শইকীয়াই এনেদৰে কৈছিল। অসমৰ একমাত্ৰ স্প্ৰিণ্ট কুইনৰ অকাল বিয়োগৰ পিছত সেয়ে বিশ্বাস কৰিবলৈ মন গৈছে জুনুমণিয়ে যেন ট্ৰেকৰ অপূৰ্ণ আশা পূৰণ কৰাৰ বাবেই এক সুখী সংসাৰ, জীৱনৰ সকলো মায়া-মোহ এৰি খৰখেদাকৈ আঁতৰি গ'ল। যেন নতুন জীৱনলৈ আকৌ উভতি আহিব অসমৰ ক্ৰীড়া ক্ষেত্ৰলৈ। বিশিষ্ট সংগঠক আৰু প্ৰতিভা সন্ধানীৰ দৃষ্টিত আকৌ ধৰা পৰিব এজনী কেনভাছ পিন্ধা কণমানি ছোৱালীৰ প্ৰতিভা।'☆

# প্ৰমীলা ভৰালী



প্ৰমীলা ভৰালী

প্ৰমীলা ভৰালীৰ জন্ম ১৯৭০ চনৰ এক জুনত ডিব্ৰুগড় জিলাৰ কান্দুগুৰি গাঁৱত। ১৯৯১ চনত কলম্বোত অনুষ্ঠিত ছাফ গেমছ তেওঁৰ কেৰিয়াৰৰ প্ৰথমখন আন্তৰ্জাতিক প্ৰতিযোগিতা। এই প্ৰতিযোগিতাত প্ৰমীলায়ে ডিছকাছ থ্ৰ'ত অৰ্জন কৰে স্বৰ্ণ পদক।

গ্ৰাম্য ক্ৰীড়াৰ যোগেদিয়ে ৰাজ্যৰ খেলজগতত নিজৰ প্ৰতিভাৰ পৰিচয় দাঙি ধৰিবলৈ সক্ষম হৈছিল থ্ৰ'ৱাৰ প্ৰমীলা ভৰালীয়ে। এই প্ৰতিভাই প্ৰসাৰ লাভ কৰিছিল ৰাষ্ট্ৰীয় পৰ্যায়ৰ পৰা আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰ পৰ্যন্ত। ক্ৰীড়া ক্ষেত্ৰত দক্ষ থ্ৰ'ৱাৰ হিচাপে এক বিশেষ পৰিচয় লাভ কৰে প্ৰমীলাই। স্কুলীয়া পৰ্যায়তে বিভিন্ন খেলা-ধূলাত মনোনিৱেশ কৰিবলৈ লোৱা এথলীটগৰাকীয়ে এসময়ত থ্ৰ'ৱিঙকে নিজৰ প্ৰিয় ইভেণ্ট হিচাপে বাছি ল'লে। ১৯৮৭ চনত তেওঁ স্থান পালে গুৱাহাটীত থকা ছাই উপ-কেন্দ্ৰত। ছাইত প্ৰশিক্ষক প্ৰদীপ বেনাৰ্জীৰ অধীনত তেওঁৰ প্ৰতিভাই বিশেষ মাত্ৰা লাভ কৰিলে। ৰাষ্ট্ৰীয় পৰ্যায়ত এই খেলুৱৈগৰাকীয়ে প্ৰথমটো সফলতা লাভ কৰিছিল ১৯৯১ চনত কলকাতাত অনুষ্ঠিত তৃতীয় নেচনেল এথলেটিকছ মীটত। প্ৰতিযোগিতাখনত ডিছকাছ থ্ৰ'ত তেওঁ ব্ৰঞ্জৰ পদক লাভ কৰিছিল। একে বছৰতে নতুন দিল্লীত অনুষ্ঠিত এছকৰ্ট মাষ্টাৰ মীটত ডিছকাছ থ্ৰ'ত তেওঁ ৰূপৰ পদক লাভ কৰে। সেই বছৰতে সৰ্বভাৰতীয় ছিনিয়ৰ ইণ্টাৰ ষ্টেট এথলেটিক মীটত স্বৰ্ণ পদক লাভ কৰে প্ৰমীলাই। ১৯৯৩ চনত বাংগালোৰত অনুষ্ঠিত সৰ্বভাৰতীয় অ'পেন এথলেটিক মীটত ডিছকাছ থ্ৰ'ত

ব্ৰঞ্জৰ পদক লাভ কৰা খেলুৱৈগৰাকীয়ে '৯৪ চনত চেন্নাইত হোৱা অ'পেন নেচনেল এথলেটিক মীটত ডিছ্‌কাছত ৰূপ আৰু শ্বটপুটত ব্ৰঞ্জৰ পদক লাভ কৰে। ১৯৯৫ চনত সৰ্বভাৰতীয় ইণ্টাৰ ষ্টেট এথলেটিকছ্ চেম্পিয়নশ্বিপত তেওঁ অৰ্জন কৰে ব্ৰঞ্জৰ পদক। একে বৰ্ষতে চেন্নাইত হোৱা ডমেষ্টিক চাৰ্কিট এথলেটিক মীটত ডিছ্‌কাছ থ্ৰ'ত তেওঁ স্বৰ্ণ পদক লাভ কৰিবলৈ সক্ষম হয়। ১৯৯৬ চনত মাদ্ৰাজত অনুষ্ঠিত দ্বিতীয় ফেডাৰেচন কাপ এথলেটিক মীটত ডিছ্‌কাছ থ্ৰ'ত ৰূপৰ পদক লাভ কৰে প্ৰমীলাই। একে বছৰতে কলকাতাত হোৱা ইণ্টাৰ ষ্টেট ছিনিয়ৰ এথলেটিকছ্ চেম্পিয়নশ্বিপত শ্বটপুটত ব্ৰঞ্জৰ পদক লাভ কৰে। ১৯৯৭ চনত এই প্ৰতিযোগিতাত শ্বটপুটত খেলুৱৈগৰাকীয়ে ব্ৰঞ্জৰ পদক লাভ কৰে। প্ৰমীলাৰ সাফল্যৰ তালিকাৰ পৰা বাদ পৰা নাই ৰাষ্ট্ৰীয় ক্ৰীড়াও। ১৯৯৪ চনত পুনে নেচনেল গেমছত ৰাজ্যৰ হৈ শ্বটপুটত লাভ কৰে তেওঁ ব্ৰঞ্জৰ পদক। ১৯৯৭ চনৰ বাংগালোৰ নেচনেল গেমছ, '৯৯ চনৰ মণিপুৰত হোৱা নেচনেল গেমছ, ২০০১ৰ পাঞ্জাব নেচনেল গেমছ, ২০০৩ৰ হায়দৰাবাদ নেচনেল গেমছ আৰু ২০০৭ৰ গুৱাহাটী নেচনেল গেমছত খেলুৱৈগৰাকীয়ে ৰাজ্যক প্ৰতিনিধিত্ব কৰে। ভাৰতৰ বিভিন্ন স্থানত অনুষ্ঠিত হোৱা বহুকেইটা নেচনেল ক'চিং কেম্পত অংশ লোৱা খেলুৱৈগৰাকীয়ে প্ৰথম আৰু একমাত্ৰ আন্তঃৰাষ্ট্ৰীয় সাফল্যটো অৰ্জন কৰে ১৯৯১ চনত কলম্বোত অনুষ্ঠিত ছাফ গেমছত। কেৰিয়াৰৰ প্ৰথমখন আন্তৰ্জাতিক প্ৰতিযোগিতাত অংশলৈয়ে প্ৰমীলাই ডিছ্‌কাছ থ্ৰ'ত অৰ্জন কৰিবলৈ সক্ষম হৈছিল স্বৰ্ণ পদক।

প্ৰমীলা ভৰালীৰ জন্ম ১৯৭০ চনৰ এক জুনত ডিব্ৰুগড় জিলাৰ কান্দুগুৰি গাঁৱত। তেওঁৰ পিতৃৰ নাম ধানী ভৰালী আৰু মাক খৰ্গেশ্বৰী ভৰালী। ধামান হাইস্কুলত শিক্ষা গ্ৰহণ কৰা প্ৰমীলাক কেৰিয়াৰৰ প্ৰাথমিক অৱস্থাত আগুৱাই যোৱাৰ বাবে বিশেষভাৱে উৎসাহিত কৰিছিল শিক্ষক মেঘ বৰুৱাই। ১৯৯০ চনত গুৱাহাটী ছাই উপ-কেন্দ্ৰৰ পৰা অব্যাহতি লোৱা খেলুৱৈগৰাকীয়ে ১৯৯২ চনত যোগদান কৰে উত্তৰ-পূব সীমান্ত ৰেলৱেত। বৰ্তমান তেওঁ ৰেলৱেত কৰ্মৰত। আজৰি সময়ত গান শুনি ভাল পোৱা এই খেলুৱৈগৰাকীয়ে দীৰ্ঘ দিন ধৰি উত্তৰ-পূবৰ ক্ৰীড়া ক্ষেত্ৰত থ্ৰ'ৱাৰ হিচাপে নিজৰ আধিপত্য বিস্তাৰ কৰি আহিছে।☆



*ডিছ্‌কাছ নিক্ষেপৰ মুহূৰ্তত প্ৰমীলা ভৰালী।*
*ফটো ঃ দশৰথ ডেকা*

# মৃদুল দুৱৰা



মৃদুল দুৱৰা

চাবুৱাৰ হাতী আলিৰ চেতিয়া গাঁৱত জন্ম প'ল ভল্টাৰ মৃদুল দুৱৰাৰ। ১৯৯৮ চনত ইছলামাবাদত হোৱা ছাফ গেমছত তেওঁ ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰে।

ল'ৰালিতে গাঁৱৰ বোকা-পানী খচকিয়েই খেলা-ধূলাৰ আদি পাঠ লৈছিল মৃদুল দুৱৰাই। এনেকৈয়ে তেওঁ এদিন ওলাই আহিছিল অসমৰ ক্ৰীড়াক্ষেত্ৰলৈ অপাৰ সম্ভাৱনা বহন কৰি। চিহ্নিত হৈ পৰিছিল সৰ্বত্ৰ প'ল ভল্টাৰ মৃদুল দুৱৰা হিচাপে। এই বিশেষ ইভেন্টটোত জাতীয় দলক প্ৰতিনিধিত্ব কৰা একমাত্ৰ অসমীয়া খেলুৱৈজনেই হৈছে মৃদুল। চাবুৱাৰ হাতী আলিৰ চেতিয়া গাঁৱত জন্ম হোৱা খেলুৱৈজনে প্ৰাৰম্ভিক অৱস্থাত বাহৰ প'ল বনাই আৰম্ভ কৰিছিল প'ল ভল্টৰ অনুশীলন। এই ক্ষেত্ৰত তেওঁক উৎসাহ যোগাইছিল খুৰাক সুৰেণ দুৱৰাই। স্কুল পৰ্যায়তে প্ৰতিভাৰ প্ৰমাণ দিবলৈ সক্ষম হোৱা মৃদুলে ক্ৰমাগতভাৱে সফলতা অৰ্জন কৰিছিল ৰাজ্যিক আৰু ৰাষ্ট্ৰীয় পৰ্যায়ত। নিজস্ব সময়ত অসম দলৰ এৰাব নোৱাৰা অংগ আছিল তেওঁ। মৃদুলে প্ৰথমবাৰৰ বাবে নিজ জিলাক প্ৰতিনিধিত্ব কৰিছিল ১৯৮৩ চনত তিনিচুকীয়াত হোৱা আন্তঃজিলা এথলেটিকছ প্ৰতিযোগিতাত। এয়াই যেন আছিল আৰম্ভণি। উক্ত প্ৰতিযোগিতাত লাভ কৰা সফলতাৰ সুবাদতে খেলুৱৈজনে স্থান লাভ কৰিছিল অসম স্কুল দলত। জলন্ধৰত হোৱা স্কুল গেমছত ৩.৩০ মিটাৰ উচ্চতা

জপিয়াই খেলুৱৈজনে লাভ কৰিছিল ব্ৰঞ্জৰ পদক। কিন্তু তৃতীয় স্থান লাভ কৰি এক অসন্তুষ্ট মনেৰে স্বৰাজ্যলৈ উভতিছিল মৃদুল। তেতিয়াই তেওঁ মানসিকভাৱে প্ৰস্তুত হৈছিল পৰৱৰ্তী প্ৰতিযোগিতাত স্বৰ্ণ পদক জয়ৰ বাবে। '৮৪ চনৰ স্কুল গেমছত সেই সপোন সাকাৰ কৰি সঁচাকৈয়ে খেলুৱৈজনে অৰ্জন কৰিছিল সোণৰ পদক। এনে সফলতাই স্বাভাৱিকতেই উৎসাহিত কৰি তুলিছিল মৃদুল দুৱাৰক। খেলুৱৈ জনে মাদ্ৰাজত হোৱা আন্তঃৰাজ্যিক এথলেটিকছ প্ৰতিযোগিতাত অনুৰ্ধ্ব ১৭ আৰু ১৯ বছৰ শাখাত ব্ৰঞ্জৰ পদক লাভ কৰাৰ লগতে হিছাৰত হোৱা ৰাষ্ট্ৰীয় জুনিয়ৰ এথলেটিকছত তৃতীয় স্থান লাভ কৰিছিল। মাদ্ৰাজত হোৱা আন্তঃমহানগৰী এথলেটিক চেম্পিয়নশ্বিপটো তেওঁ ব্ৰঞ্জৰ পদক লাভ কৰিছিল। সেইবাৰ তেওঁ অতিক্ৰম কৰিছিল ৪.২০ মিটাৰ উচ্চতা। ১৯৮৭ চনত গুৱাহাটীত হোৱা নেচনেল স্কুল গেমছত পুনৰ উজলি উঠিল প'ল ভল্টাৰজন। প্ৰতিযোগিতাখনত তেওঁ এক নতুন অভিলেখ প্ৰতিষ্ঠা কৰি লাভ কৰিলে প্ৰথম স্থান। সোণৰ পদক জয়ৰ পথত তেওঁ অতিক্ৰম কৰিছিল ৪ মিটাৰ উচ্চতা। জলন্ধৰত হোৱা তৃতীয় জুনিয়ৰ ৰাষ্ট্ৰীয় এথলেটিকছ প্ৰতিযোগিতাত স্বৰ্ণ পদক জয়ৰ লগতে এই অসমীয়া খেলুৱৈজনে এটা নতুন অভিলেখো প্ৰতিষ্ঠা কৰিছিল। অভিলেখ সৃষ্টিৰ বাটত তেওঁ অতিক্ৰম কৰিছিল ৪.৪১ মিটাৰ উচ্চতা। বহুকেইটা ৰাষ্ট্ৰীয় শিবিৰত অংশ লোৱা খেলুৱৈগৰাকীয়ে বিদেশী প্ৰশিক্ষক জৰ্দন কেৰলৰ অধীনতো প্ৰশিক্ষণ লোৱাৰ সুযোগ পাইছিল। ৰাষ্ট্ৰীয় পৰ্যায়ত কৰা প্ৰদৰ্শনেৰে তেওঁ সুযোগ পাই আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত জাতীয় দলক প্ৰতিনিধিত্ব কৰাৰ বাবে। ১৯৯৮ চনত ইছলামাবাদত হোৱা ছাফ গেমছত তেওঁ ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰে। অইল ইণ্ডিয়া লিমিটেডৰ কৰ্মচাৰী মৃদুলে পেট্ৰ'লিয়াম স্পৰ্টছ প্ৰমোছন ব'ৰ্ড মীটতো সুন্দৰ সফলতা লাভ কৰিবলৈ সক্ষম হৈছে।

দীৰ্ঘদিনৰ প্ৰেমৰ অন্তত ১৯৯৩ চনত স্প্ৰীণ্টাৰ জুনুমণি শইকীয়াৰ সৈতে বিবাহ পাশত আবদ্ধ হয় মৃদুল। তেওঁলোকৰ দুই কন্যা সন্তান এনিশা আৰু মাইনা। অৱশ্যে ২০০১ চনৰ ৮ ডিচেম্বৰত সকলোকে কন্দুৱাই এই পৃথিৱীৰ পৰা চিৰ বিদায় মাগে জুনুমণিয়ে। আধৰুৱা হৈ ৰ'ল তেওঁলোকৰ যুগ্ম জীৱনৰ দীঘলীয়া সপোন।☆

# জয়ন্ত তালুকদাৰ



জয়ন্ত তালুকদাৰ

অৰ্জুন বঁটা বিজয়ী অসমৰ তৃতীয়জন খেলুৱৈ হৈছে আৰ্চাৰ জয়ন্ত তালুকদাৰ। বিশ্বকাপ আৰ্চাৰীত ব্যক্তিগতভাৱে স্বৰ্ণ পদক অৰ্জন কৰা তেওঁ প্ৰথমজন ভাৰতীয় খেলুৱৈ।

অল্পভাষী, অমায়িক যুৱক জয়ন্ত তালুকদাৰ। বুদ্ধিদীপ্ত দুচকুত অনবৰত তিৰবিৰ কৰি থাকে স্বপ্নই। কিন্তু হাতত ধনু-কাঁড় পৰাৰ লগে লগেই দুৰন্ত হৈ উঠে জয়ন্ত। প্ৰত্যাহ্বান হৈ উঠে তেওঁ পৃথিৱীৰ যিকোনো আগশাৰীৰ ধনুৰ্ধৰৰ বাবে। নতশিৰ হ'বলৈ বাধ্য হয় তেওঁৰ ওচৰত অলিম্পিক চেম্পিয়নে। বিশ্ব কাপ আৰ্চাৰীত ব্যক্তিগতভাৱে স্বৰ্ণ পদক অৰ্জন কৰিবলৈ সক্ষম হোৱা প্ৰথমজন অসমীয়াই নহয় প্ৰথমজন ভাৰতীয় আৰ্চাৰো জয়ন্ত তালুকদাৰ। তেওঁ জন্ম গুৱাহাটীত। দেউতাক ৰঞ্জন কুমাৰ তালুকদাৰ আৰু মাক সত্যৱতী। জয়ন্তৰ ককায়েক নিখিলেশ আছিল এজন আৰ্চাৰী খেলুৱৈ। ককায়েকক দেখি দেখিয়ে ধনু-কাঁড়ৰ প্ৰতি আকৰ্ষণ বাঢ়ি আহিছিল জয়ন্তৰ। মনে মনে তেৰোঁ কৰিবলৈ ধৰিছিল কাঁড় সঞ্চালন। পুত্ৰৰ ধনু-কাঁড়ৰ প্ৰতি বাঢ়ি অহা দুৰ্বলতা দেখি পিতৃ ৰঞ্জন তালুকদাৰে তেওঁক শ্বিলঙৰ পৰা অনাই দিছিল আন দুখন ধনু। সেই সাধাৰণ ধনুৰেই যেন আৰম্ভ হৈছিল জয়ন্তৰ অসাধাৰণ হৈ উঠাৰ যাত্ৰা। তেতিয়া তেওঁ দিছপুৰ বিদ্যালয়ৰ ছাত্ৰ। ক্ৰমাগতভাৱে সফলতা লাভ কৰিব ধৰিছিল ইখনৰ পিছত সিখন প্ৰতিযোগিতাত।

সফলতাৰ ধাৰা আৰম্ভ হৈছিল ৰাজ্যৰ পৰা ৰাষ্ট্ৰীয় পৰ্যায়লৈ। ২০০২ চনত দিল্লীত হোৱা নেচনেল জুনিয়ৰ আৰ্চাৰী চেম্পিয়নশ্বিপত দলগতভাৱে ব্ৰঞ্জৰ পদক পোৱা জয়ন্তই হায়দৰাবাদত হোৱা ছিনিয়ৰ নেচনেল গেমছতো দলগতভাৱে ব্ৰঞ্জৰ পদক জয় কৰিবলৈ সক্ষম হয়। উজ্জ্বল প্ৰতিভাৰ স্বাক্ষৰ বহন কৰা আৰ্চাৰজনে সেই বছৰে স্থান লাভ কৰিলে জামছেদপুৰৰ টাটা আৰ্চাৰী একাডেমীত। টাটা একাডেমীয়ে যেন জয়ন্তৰ জীৱনলৈ এক নতুন মাত্ৰা আনি দিলে। তাত তেওঁ পুষ্ট হ'ল বিদেশী প্ৰশিক্ষকৰ প্ৰশিক্ষণেৰে। ২০০৩ চনত জামছেদপুৰত অনুষ্ঠিত এছিয়ান জুনিয়ৰ আৰ্চাৰী চেম্পিয়নশ্বিপত খেলুৱৈজনে লাভ কৰিলে দুটাকৈ স্বৰ্ণ পদক (এটা ব্যক্তিগত, এটা দলগত)। একে বছৰতে ২৫ তম নেচনেল জুনিয়ৰ আৰ্চাৰী চেম্পিয়নশ্বিপত জয়ন্তই চাৰিটাকৈ স্বৰ্ণ পদক জয়েৰে লাভ কৰিলে বিশেষ সফলতা (৯০ মিটাৰ, ৩০মিটাৰ, ব্যক্তিগত শাখাত সামগ্ৰিকভাৱে, দলগতভাৱে)। ২০০৪ চনত মালয়েছিয়াত অনুষ্ঠিত এছিয়ান গ্ৰাঁ পিত তিনিটা স্বৰ্ণ (৭০ মিটাৰ, দলগত ৰেংকিং, দলগতভাৱে), এটা ৰূপ (৭০ মিটাৰ) জয় কৰা প্ৰতিভাসম্পন্ন খেলুৱৈজনে ইংলেণ্ডত অনুষ্ঠিত জুনিয়ৰ ৱৰ্ল্ড আৰ্চাৰী চেম্পিয়নশ্বিপত দলগতভাৱে অৰ্জন কৰিলে ৰূপৰ পদক। ক্ৰমাৎ দীঘলীয়া হৈ গৈ থাকিল এই অসম সন্তানৰ সফলতাৰ তালিকাখন। দেশৰ আৰ্চাৰী ক্ষেত্ৰৰ চিনাকি নাম হৈ পৰিল জয়ন্ত তালুকদাৰ।

২০০৫ বৰ্ষত এক ঈৰ্ষণীয় সাফল্যই বাট চাই আছিল জয়ন্তৰ বাবে। সেইবাৰ তেওঁ ভাৰতীয় দলৰ হৈ অংশ লোৱাৰ সুযোগ পাইছিল মাদ্ৰিদত অনুষ্ঠিত ৱৰ্ল্ড আউটডোৰ টাৰ্গেট আৰ্চাৰী চেম্পিয়নশ্বিপত। সুযোগৰ সদ ব্যৱহাৰ কৰি ভাৰতীয় দলৰ হৈ জয়ন্তই সৃষ্টি কৰিলে ইতিহাস। প্ৰতিযোগিতাত দলগত শাখাৰ ফাইনেলত দক্ষিণ কোৰিয়াৰ বিৰুদ্ধে পৰাস্ত হোৱা ভাৰতীয় দলে লাভ কৰিলে ৰূপৰ পদক। বিশ্ব আৰ্চাৰীত ভাৰতৰ এইটোৱে প্ৰথম পদক। নিশ্চিতভাৱে ইতিহাসৰ এক অংশ হৈ ৰ'ল জয়ন্ত। দলৰ আন খেলুৱৈকেইজন আছিল তৰুণদ্বীপ ৰায়, গৌতম সিং আৰু ৰবীন সিং। ৬৫ খন দেশৰ ২০৮জন খেলুৱৈয়ে অংশ লোৱা প্ৰতিযোগিতাখনত জয়ন্তৰ ৰেংকিং আছিল ১২। কিন্তু ইমানতে বৈ যোৱা নাই এই নক্ষত্ৰৰ সফলতাৰ গ্ৰাফ। মাত্ৰ এটা বছৰৰ অন্তত তেওঁ লাভ কৰিলে জীৱনৰ শ্ৰেষ্ঠ সফলতা। ক্ৰ'ৱেচিয়াৰ পৰেকত অনুষ্ঠিত বিশ্ব কাপ আৰ্চাৰীত এইজন অসম সন্তানে ব্যক্তিগতভাৱে জয় কৰিলে স্বৰ্ণ পদক। বিশ্ব চেম্পিয়ন হ'ল অসমৰ জয়ন্ত তালুকদাৰ। সৃষ্টি হ'ল আন এক ইতিহাস ৰ। বিশ্বকাপ আৰ্চাৰীত স্বৰ্ণ পদক লাভ কৰা প্ৰথমজন ভাৰতীয় হিচাপে পৰিগণিত হ'ল তাৰকাজন। ফাইনেলত আটলাণ্টা অলিম্পিকৰ ৰূপৰ পদক বিজয়ী চুইডেনৰ মেগনাজ পেটাৰছনক ১০৮-১০৫ ব্যৱধানত পৰাস্ত কৰা জয়ন্তই ছেমি ফাইনেলত পৰাস্ত কৰিছিল ইটালীৰ অলিম্পিক চেম্পিয়ন মাৰ্কো গালিয়াজোক ১০৯-১০৮ ব্যৱধানত। প্ৰতিযোগিতাখনৰ সময়ত জয়ন্তই কৰা



*ৰাষ্ট্ৰপতি প্ৰতিভা পাটিলৰ পৰা অৰ্জুন বঁটা গ্ৰহণ কৰিছে জয়ন্তই*

প্ৰদৰ্শনক উচ্চ প্ৰশংসা কৰিছিল টুৰ্ণামেণ্টখনৰ সংগঠকসকলে। বিশ্ব কাপ আৰ্চাৰীৰ নিজস্ব বেব ছাইটত কোৱা হৈছিল — Is a star born? watch out this Indian talent in coming days. ডোহা এছিয়ান গেমছত ব্যক্তিগতভাৱে নহ'লেও দলগতভাৱে ব্ৰঞ্জৰ পদক লাভ কৰিবলৈ সক্ষম হৈছিল জয়ন্তই। দীৰ্ঘ সময়ৰ পিছত এছিয়ান গেমছত এজন অসমীয়া খেলুৱৈয়ে লাভ কৰিলে সফলতা।

দেশৰ ক্ৰীড়া ক্ষেত্ৰলৈ আগবঢ়োৱা অৱদানৰ বাবেই ভাৰত চৰকাৰে জয়ন্তলৈ আগবঢ়ালে অৰ্জুন বঁটা। ২০০৭ চনৰ আগষ্টত ৰাষ্ট্ৰপতি প্ৰতিভা পাটিলৰ পৰা জয়ন্তই অৰ্জুন বঁটা গ্ৰহণ কৰে। দেশৰ ক্ৰীড়া ক্ষেত্ৰত তেওঁ চিহ্নিত হ'ল অৰ্জুন বঁটা বিজয়ী তৃতীয়জন অসমীয়া হিচাপে। জামছেদপুৰ টাটা একাডেমীৰ শিক্ষাৰ্থী জয়ন্তৰ নাম অৰ্জুন বঁটাৰ বাবে অৱশ্যে প্ৰস্তাৱ দিছিল ঝাৰখণ্ড চৰকাৰেহে। বিশ্ব ক্ৰীড়াংগনত জিলিকি উঠা জয়ন্ত আজি কেৱল অসমৰে নহয় সমগ্ৰ ভাৰতৰে গৌৰৱ। সেয়েহে প্ৰতিখন বৃহৎ প্ৰতিযোগিতাৰ সময়ত জয়ন্তৰ ফলাফললৈ অপেক্ষা কৰি উৎকণ্ঠাৰে সময় পাৰ কৰে ক্ৰীড়াপ্ৰেমীয়ে।☆

**সংযোজন ঃ** শেহতীয়াকৈ জয়ন্তই ২০০৮ চনত কলম্বোত অনুষ্ঠিত ছাফ গেমছত দলগতভাৱে স্বৰ্ণ পদক অৰ্জন কৰিছে। একে বছৰতে তেওঁ তুৰস্কত হোৱা বিশ্বকাপ পৰ্যায়-৩ত দলগতভাৱে সোণৰ পদক পায়। ২০০৯ চনত ডমিনিকান ৰিপাব্লিকত বিশ্বকাপ আৰ্চাৰী পৰ্যায়-১ত দলগতভাৱে সোণৰ পদক লাভ কৰা খেলুৱৈজনে ক্ৰ'ৱেচিয়াৰ প'ৰেকত অনুষ্ঠিত বিশ্বকাপ পৰ্যায়-২ত ব্যক্তিগত আৰু টীম ইভেন্ট উভয়তে খিতাপ অৰ্জন কৰে। বিশ্বকাপ আৰ্চাৰীত ৰেংকিঙৰ উত্তৰণ ঘটে এক নং স্থানলৈ।

# ৰুণু স্বৰ্গীয়াৰী



ৰুণু স্বৰ্গীয়াৰী

১৯৮৯ চনৰ ছয় ডিচেম্বৰত বাক্সা জিলাৰ পাখামাৰাত জন্ম আৰ্চাৰ ৰুণু স্বৰ্গীয়াৰীৰ। ৰুণুৱে প্ৰথম দেশক প্ৰতিনিধিত্ব কৰে ইংলেণ্ডত অনুষ্ঠিত জুনিয়ৰ আৰ্চাৰী ৱৰ্ল্ড কাপত। তেওঁ একাধিক বাৰ এছিয়ান গ্ৰাঁ প্ৰিত ভাৰতক প্ৰতিনিধিত্ব কৰিছে।

জয়ন্ত তালুকদাৰৰ পদাংক অনুকৰণ কৰি অসমৰ যি কেইগৰাকী আৰ্চাৰী খেলুৱৈয়ে প্ৰচুৰ প্ৰতিভাৰ প্ৰমাণ দিবলৈ সক্ষম হৈছে তাৰ ভিতৰত অন্যতম ৰুণু স্বৰ্গীয়াৰী। কেৱল ৰাষ্ট্ৰীয় প্ৰেক্ষাপটতে নহয় আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰতো ইতিমধ্যে সফলতা অৰ্জন কৰিবলৈ সক্ষম হৈছে ৰুণুৱে। প্ৰমাণ দিছে নিজৰ ক্ৰীড়া দক্ষতাৰ। বাক্সা জিলাৰ এক ভিতৰুৱা অঞ্চল পাখামাৰাত জন্ম হোৱা ছোৱালীজনীয়ে স্কুল পৰ্যায়ত প্ৰায় সকলোবোৰ খেলতে অংশ লৈছিল। লাভ কৰিছিল সফলতাও। ৰুণুৰ বায়েকেও খেলা-ধূলা কৰিছিল। সেয়েহে সৰুৰে পৰাই এক খেলা-ধূলাৰ পৰিৱেশৰ মাজেৰেই ডাঙৰ হৈছিল ছোৱালীজনী।
— সেয়া ২০০৩ চনৰ কথা। ৰুণু তেতিয়া ক্লাছ নাইনৰ ছাত্ৰী। গুৱাহাটী ছাই কেন্দ্ৰতঅনুষ্ঠিত হৈছিল আৰ্চাৰীৰ এটা ছিলেকচন কেম্প। স্কুলৰ শিক্ষক আৰু উৎসাহী ক্ৰীড়া সংগঠকৰ উদ্যোগত ৰুণুৱেও অংশ লৈছিলহি সেই ছিলেকচন কেম্পত। বৰবড়ী বাৰদেই চিখলা গাৰ্লছ হাইস্কুলৰ ছাত্ৰীগৰাকী নিৰ্বাচিত হ'ল ঝাৰখণ্ডৰ সৰ্বভাৰতীয় ছিলেকচন কেম্পলৈ। পাখিমাৰাৰ পৰা ওলাই অহা ছোৱালীজনী কিন্তু থমকি নৰ'ল ইয়াতো। এক নবোদিত প্ৰতিভা হিচাপে

নিজকে চিহ্নিত কৰি ৰুশুৱে স্থান লাভ কৰিলে জামছেদপুৰৰ টাটা আৰ্চাৰী একাডেমীত। আৰম্ভ হ'ল ৰুশু স্বৰ্গীয়াৰীৰ খেলুৱৈ জীৱনৰ আচল যাত্ৰা। টাটা একাডেমীত লাভ কৰা উপযুক্ত সুযোগ-সুবিধা আৰু উন্নত প্ৰশিক্ষণেৰে অসমৰ এই খেলুৱৈ গৰাকীয়ে ক্ৰমাগতভাৱে শক্তিশালী হিচাপে গঢ়ি তুলিব ধৰিলে নিজকে। ইয়াতে তেওঁ সান্নিধ্য লাভ কৰিলে দেশৰ আগশাৰীৰ আৰ্চাৰসকলৰো।

ৰুশুৰ কেৰিয়াৰৰ প্ৰথম প্ৰতিযোগিতা আছিল ২০০৩ চনত বাংগালোৰত অনুষ্ঠিত ছাব-জুনিয়ৰ নেচনেল আৰ্চাৰী চেম্পিয়নশ্বিপ। প্ৰতিযোগিতাখনত তেওঁ তিনিটা স্বৰ্ণ আৰু তিনিটা ৰূপসহ মুঠ ছটা পদক অৰ্জন কৰিবলৈ সক্ষম হৈছিল। ২০০৪ চনত তেওঁ অংশ লয় চণ্ডীগড় জুনিয়ৰ নেছনেল আৰ্চাৰী চেম্পিয়নশ্বিপত। প্ৰতিযোগিতাখনত ৩০ মিটাৰ আৰু অভাৰঅল শাখাত ব্ৰঞ্জৰ পদক লাভ কৰা খেলুৱৈগৰাকীয়ে দলগতভাৱেও অৰ্জন কৰে ব্ৰঞ্জৰ পদক। একে বছৰতে তেওঁ কেৰালাত অনুষ্ঠিত ছিনিয়ৰ আৰ্চাৰী চেম্পিয়নশ্বিপতো সফলতা অৰ্জন কৰে। কেৰালাত তেওঁ ৩০ মিটাৰ দূৰত্বত ব্ৰঞ্জৰ পদক লাভ কৰাৰ লগতে অলিম্পিক ৰাউণ্ডত চেম্পিয়ন হিচাপে লাভ কৰে সোণৰ পদক। ২০০৫ চনত ঝাৰখণ্ডত অনুষ্ঠিত জুনিয়ৰ নেচনেলছত ৰুশুৱে অভাৰঅল শাখাত ৰূপ আৰু দলগতভাৱে স্বৰ্ণ পদক অৰ্জন কৰিবলৈ সক্ষম হয়। ছিকিমত ২০০৬ চনত অনুষ্ঠিত জুনিয়ৰ নেছনেল আৰ্চাৰী চেম্পিয়নশ্বিপত ৬০ মিটাৰ দূৰত্বত ব্ৰঞ্জ আৰু দলগতভাৱে সোণৰ পদক লাভ কৰে খেলুৱৈগৰাকীয়ে। ২০০৭ চনত ছিনিয়ৰ নেচনেল আৰ্চাৰী চেম্পিয়নশ্বিপত তেওঁ টীম ইভেণ্টত সোণৰ পদক অৰ্জন কৰে। উল্লেখ্য, এই সময়ছোৱাত জামছেদপুৰত টাটা আৰ্চাৰী একাডেমিত থকা বাবে বিভিন্ন প্ৰতিযোগিতাত তেওঁ প্ৰতিনিধিত্ব কৰিব লগা হৈছিল ঝাৰখণ্ডক। কিন্তু স্বৰাজ্যৰ প্ৰতি থকা দুৰ্বলতাৰ বাবেই ২০০৭ চনত ৰুশু প্ৰত্যাৱৰ্তন কৰে অসমলৈ। বিভিন্ন প্ৰতিযোগিতাত অসমক প্ৰতিনিধিত্ব কৰিব বিচৰা খেলুৱৈগৰাকী কোকৰাঝাৰ ছাইৰ প্ৰশিক্ষাৰ্থী হিচাপে আছে। ২০০৭ চন পৰ্যন্ত তেওঁ অসমক প্ৰতিনিধিত্ব কৰিছে মাত্ৰ দুখন ৰাষ্ট্ৰীয় পৰ্যায়ৰ প্ৰতিযোগিতাত। গুৱাহাটীত অনুষ্ঠিত ৩৩তম্ ৰাষ্ট্ৰীয় ক্ৰীড়াত দলগতভাৱে ব্ৰঞ্জৰ পদক অৰ্জন কৰিছিল ৰুশুৱে। ইয়াৰ পিছতে তেওঁ অংশ লয় ইম্ফলত হোৱা নেচনেল স্কুল গেমছত। প্ৰতিযোগিতাখনত ৬০ মিটাৰ, ৩০ মিটাৰ, অভাৰঅল আৰু টীম ইভেণ্টত সোণৰ পদক লাভ কৰা খেলুৱৈগৰাকীয়ে ৫০ মিটাৰত ৰূপ আৰু ৭০ মিটাৰ দূৰত্বত ব্ৰঞ্জৰ পদক লাভ কৰিছিল।

আন্তৰ্জাতিক ক্ষেত্ৰতো নিজৰ প্ৰতিভাৰ প্ৰমাণ দিবলৈ সক্ষম হোৱা ৰুশু স্বৰ্গীয়াৰীৰ কেৰিয়াৰৰ প্ৰথমখন ইণ্টাৰ নেচনেল টুৰ্ণামেণ্ট আছিল ইংলেণ্ডত অনুষ্ঠিত হোৱা জুনিয়ৰ

ৱ'ৰ্ল্ড কাপ। প্ৰতিযোগিতাখনত তেওঁৰ ৱ'ৰ্ল্ড ৰেংকিং আছিল ৩০ আৰু দলগতভাৱে ৭ । এই প্ৰতিযোগিতাৰ পিছতে তেওঁ অংশ লয় জীৱনৰ দ্বিতীয়খন আন্তৰ্জাতিক প্ৰতিযোগিতা মালয়েছিয়াত অনুষ্ঠিত দ্বিতীয় এছিয়ান গ্ৰাঁ পিত। প্ৰতিযোগিতাখনত ৫০ মিটাৰত ৰূপ আৰু টীম ইভেণ্টত ব্ৰঞ্জৰ পদক লাভ কৰি ৰুণুৱে আন্তৰ্জাতিক সাফল্য অৰ্জন কৰিবলৈ সক্ষম হয়। বিশ্বৰ আগশাৰীৰ খেলুৱৈৰ বিৰুদ্ধে যুঁজি সফলতা লাভ কৰা প্ৰতিযোগিতাখনৰ কথা ৰোমন্থন কৰি এতিয়াও অভিভূত হৈ পৰে আৰ্চাৰীগৰাকী। চীনৰ খেলুৱৈক পৰাস্ত কৰাটো এই মুহূৰ্তলৈ তেওঁ শ্ৰেষ্ঠ কৃতিত্ব বুলি ভাবে। ২০০৭ চনত তেওঁ অংশ লয় থাইলেণ্ডত অনুষ্ঠিত এছিয়ান গ্ৰাঁ পিত। প্ৰতিযোগিতাখনত খেলুৱৈগৰাকীয়ে অৰ্জন কৰিলে টীম ইভেণ্টত ৰূপৰ পদক।

১৯৮৯ চনৰ ছয় ডিচেম্বৰত জন্ম হোৱা অসমৰ এই প্ৰতিভাসম্পন্ন খেলুৱৈগৰাকীৰ দেউতাক বীৰেণ স্বৰ্গীয়াৰী আৰু মাক সুমিত্ৰা স্বৰ্গীয়াৰী। কেৰিয়াৰত আগবাঢ়ি যোৱাৰ ক্ষেত্ৰত তেওঁক উৎসাহিত কৰি আহিছে পৰিয়ালৰ লোকে। ২০০৭ চনত ঝাৰখণ্ডৰ নেচনেল ইনষ্টিটিউট অ'পেন স্কুলৰ পৰা উচ্চতৰ মাধ্যমিক চূড়ান্ত পৰীক্ষাত অৱতীৰ্ণ হোৱা ৰুণুৱে আৰ্চাৰীৰ বাহিৰে ভাল পাই লন টেনিছ। ছানিয়া মিৰ্জা তেওঁৰ প্ৰিয় খেলুৱৈ। উল্লেখ্য আৰ্চাৰীৰ দৰে খেলৰ ক্ৰীড়া সৰঞ্জামৰ দাম কিন্তু বহুত। এখন ধেনুৰ দাম এক লাখ টকা। ১২ ডাল কাঁড়ৰ এটা ছেটৰ দাম ১২ৰ পৰা ১৫ হেজাৰ টকা। ঝাৰখণ্ডত ৰুণুৰ প্ৰশিক্ষক আছিল ধৰ্মেন্দ্ৰ তিৱাৰী। অসমত তেওঁ প্ৰশিক্ষণ লৈ আছে ৰাজু কুমাৰ সিং আৰু গুণীন চাংমাইৰ অধীনত। পাখামাৰাৰ পৰা ওলাই অহা এই ছোৱালীজনীয়ে ইতিমধ্যেই দুচকুত আঁকি লৈছে এক বৃহৎ স্বপ্ন। অলিম্পিক পদক জয়ৰ স্বপ্ন। যিকোনো শ্ৰমৰ বিনিময়ত তেওঁ চুই চাব বিচাৰে কাংক্ষিত সপোন।☆

# দীপাংকৰ ভট্টাচাৰ্য



দীপাংকৰ ভট্টাচাৰ্য

১৯৯২ চনৰ বাৰ্চিলোনা অলিম্পিক আৰু ১৯৯৬ চনৰ আটলাণ্টা অলিম্পিকত ভাৰতীয় বেডমিণ্টন দলক প্ৰতিনিধিত্ব কৰে দীপাংকৰ ভট্টাচাৰ্যই। দুখনকৈ অলিম্পিকত অংশ লোৱা তেওঁ অসমৰ প্ৰথম আৰু একমাত্ৰ খেলুৱৈ।

ৰাজ্য আৰু দেশৰ সীমা অতিক্ৰমী তেওঁ উজ্জ্বল প্ৰতিভাৰ স্বাক্ষৰ বহন কৰিছিলি অলিম্পিকৰ দৰে প্ৰতিযোগিতা পৰ্যন্ত। নিজস্ব ক্ৰীড়া দক্ষতাৰে এসময়ত সমগ্ৰ ভাৰততেই বেডমিণ্টন ক্ষেত্ৰত পৰিচিত নাম আছিল দীপাংকৰ ভট্টাচাৰ্য। ক্ষীপ্ৰ গতি আৰু প্ৰচণ্ড চাপৰ সন্মুখতো বৰফ শীতল মস্তিষ্কৰে খেলি যাব পৰা দক্ষতাৰেই নিজকে দেশৰ এজন আগশাৰীৰ খাটলাৰ হিচাপে গঢ়ি তুলিবলৈ সক্ষম হৈছিল দীপাংকৰে। ৰাষ্ট্ৰীয় পৰ্যায়ত ইখনৰ পিচত সিখন প্ৰতিযোগিতাত লাভ কৰা সফলতাৰে তেওঁ দেশক প্ৰতিনিধিত্ব কৰাৰ সুযোগ পাইছিল বিশ্বৰ প্ৰায়বোৰ আগশাৰীৰ প্ৰতিযোগিতাতে। স্বমহিমাৰে তেওঁ ধন্য কৰিছিল সমগ্ৰ দেশৰ লগতে অসমক, উত্তৰ-পূবক। নিচেই সৰু কালত ঘৰতেই দীপাংকৰে লাভ কৰিছিল ক্ৰীড়াৰ এক পৰিৱেশ। চাৰি নে পাঁচ বছৰ বয়সতে দেউতাক ঈশ্বৰ ভট্টাচাৰ্যৰ অনুপ্ৰেৰণাত হাতত তুলি লৈছিল বেডমিণ্টনৰ ৰেকেট। আৰু সাত বছৰ বয়সত তেওঁ ভৰ্তি হৈছিলহি গুৱাহাটীৰ নেহৰু ষ্টেডিয়ামত থকা কনকলতা ইনডৰ ষ্টেডিয়ামত। সুযোগ্য প্ৰশিক্ষক প্ৰদীপ চলিহাৰ অধীনত তেওঁ আৰম্ভ কৰিছিল এক উজ্জ্বল যাত্ৰাৰ কুচ-কাৱাজ।

ক্ৰমাগতভাৱে ৰাজ্যৰ বেডমিণ্টন ক্ষেত্ৰত সফলতা লাভ কৰা দীপাংকৰে ১৯৮৩ চনৰ ছেপ্টেম্বৰত অংশ লয় দুৰ্গাপুৰত হোৱা ইষ্টাৰ্ণ জ'ন বেডমিণ্টন টুৰ্ণামেণ্টত। মাত্ৰ বাৰ বছৰ বয়সত তেওঁ প্ৰতিযোগিতাখনত অংশ লৈছিল অনুৰ্ধ ১৮ শাখাত। ইয়াৰ পিছতে তেওঁ অংশ লয় অনুৰ্ধ পোন্ধৰ বছৰ শাখাত সৰ্ব ভাৰতীয় জুনিয়ৰ নেচনেল বেডমিণ্টন চেম্পিয়নশ্বিপত। প্ৰতিযোগিতাখনত দীপাংকৰে



একক শাখাত ৰাৰ্ণাছ আপৰ সন্মান লাভ কৰাৰ লগতে মৃন্ময় শৰ্মাৰ সৈতে যুটি বান্ধি ডাবলছত চেম্পিয়নশ্বিপ অৰ্জন কৰে। ১৯৮৭ চনত সৰ্বভাৰতীয় বেডমিণ্টন প্ৰতিযোগিতাৰ অনুৰ্ধ্ব ১৮ বছৰ শাখাৰ চেম্পিয়ন হয় খেলুৱৈজন। ১৯৯২ চনত দীপাংকৰৰ বাবে অপেক্ষা কৰি আছিল বিশেষ সফলতাই। সেই বছৰ গুৱাহাটীত অনুষ্ঠিত হৈছিল ছিনিয়ৰ ৰাষ্ট্ৰীয় বেডমিণ্টন প্ৰতিযোগিতা। ঘৰুৱা দৰ্শকৰ উল্লাসৰ মাজত তেওঁ ছেমি ফাইনেলত চমৎকাৰ প্ৰদৰ্শনেৰে পৰাস্ত কৰিছিল সেই সময়ৰ অন্যতম আগশাৰীৰ খেলুৱৈ জৰ্জ থমাছক। নেহৰু ষ্টেডিয়ামৰ ফাইনেলত প্ৰবীণ কুমাৰক পৰাস্ত কৰি দীপাংকৰে আজুৰি আনে ছিনিয়ৰ নেচনেলৰ খিতাপ। সেই বছৰে তেওঁ লাভ কৰে সৰ্বভাৰতীয় ক্ষেত্ৰত এক নম্বৰ ৰেংকিং। বিশ্ব ৰেংকিঙত তেতিয়া তেওঁৰ স্থান ৩৮। ভাৰতীয় বেডমিণ্টন ক্ষেত্ৰৰ অন্যতম যুঁজাৰুজনে স্থান লাভ কৰিলে বাৰ্চিলোনা অলিম্পিকৰ বাবে জাতীয় দলত। চিহ্নিত হ'ল তেওঁ অসমৰ দ্বিতীয়জন অলিম্পিয়ান হিচাপে। উৎসৱমুখৰ হৈ পৰিল ঘৰুৱা ৰাজ্যখন। সকলোৱে অত্যন্ত আগ্ৰহেৰে বাট চালে অলিম্পিকত অসমীয়া ডেকাৰ প্ৰদৰ্শনৰ বাবে। ক্ৰীড়া মহোৎসৱখনত প্ৰথম দুটা ৰাউণ্ডত অগ্ৰগতি লাভ কৰাৰ পিছত তৃতীয় ৰাউণ্ডত তেওঁ পৰাস্ত হয় সেই সময়ৰ বিশ্ব ক্ৰমৰ এক নম্বৰ খেলুৱৈ চীনৰ ঝাও জিয়ানহুৱাৰ বিৰুদ্ধে। বাৰ্চিলোনাই নহয়, ১৯৯৬ চনৰ আটলাণ্টা অলিম্পিকতো ভাৰতীয় *দলক প্ৰতিনিধিত্ব কৰাৰ সুযোগ পায় দীপাংকৰে। সেইবাৰ তেওঁ দ্বিতীয় ৰাউণ্ডত থমকিবলৈ বাধ্য হয় বিশ্ব চেম্পিয়ন ইণ্ডোনেচিয়াৰ হাৰিয়াণ্টো আৰ্বিৰ বিৰুদ্ধে। দুবাৰকৈ অলিম্পিকত*

অংশ লোৱা অসমৰ প্ৰথম আৰু একমাত্ৰ খেলুৱৈ দীপাংকৰ।

ভাৰতীয় বেডমিণ্টন ক্ষেত্ৰৰ অন্যতম তাৰকা হিচাপে চিহ্নিত হোৱা অসমৰ এই খেলুৱৈজনে ১৯৯২ৰ পৰা ১৯৯৬ চন পৰ্যন্ত একেলেথাৰিয়ে পাঁচ বছৰ .দশৰ এক নম্বৰ ৰেংকিং প্ৰাপ্ত খ্যাটলাৰ আছিল। তেওঁ প্ৰতিদ্বন্দ্বিতা আগবঢ়াইছে অল ইংলেণ্ড অ'পেনত পাঁচবাৰ, ফ্ৰেঞ্চ অ'পেনত পাঁচবাৰ, ছুইছ অ'পেনত পাঁচবাৰ, চাইনা অ'পেনত চাৰিবাৰ, ইণ্ডোনেচিয়া অ'পেনত তিনিবাৰ, থমাছ কাপত দুবাৰ। ১৯৯৬ চনত ভাৰতীয় থমাছ কাপ দলৰ তেওঁ অধিনায়ক আছিল। এছিয়ান বেডমিণ্টন চেম্পিয়নশ্বিপটো দীপাংকৰে দেশক দুবাৰ প্ৰতিনিধিত্ব কৰিছে। ভাৰতীয় বেডমিণ্টনৰ শক্তিশালী পুৰুষ দীপাংকৰে ১৯৯৪, '৯৫ আৰু '৯৬ চনত একেলেথাৰিয়ে ছিনিয়ৰ নেচনেল বেডমিণ্টন চেম্পিয়নশ্বিপৰ খিতাপ জয় কৰি হেট্ৰিক অৰ্জন কৰিছিল। সেই তিনি বছৰত তেওঁ ফাইনেলত পৰাস্ত কৰিছিল ক্ৰমে উত্তৰ প্ৰদেশৰ সুশান্ত ছাক্সেনা, মহাৰাষ্ট্ৰৰ ৰাজীৱ বাগ্গা আৰু অন্ধ্ৰপ্ৰদেশৰ পুলেল্লা গোপীচান্দক। জীৱনত বহু কঠিন প্ৰতিপক্ষৰ বিৰুদ্ধে যুঁজ দিব লগা হোৱা এই খেলুৱৈজনে শ্ৰদ্ধাৰে সোঁৱৰে ৰাজীৱ বাগ্গা, পুলেল্লা গোপীচান্দ, লিন লিউৱেন, হুঝিলান আদি দুৰ্দান্ত প্ৰতিদ্বন্দ্বীৰ বিৰুদ্ধে অৱতীৰ্ণ হোৱাৰ কথা। কেৰিয়াৰৰ অন্তিম চাৰি বছৰ এই অসম সন্তানে বাংগালোৰত কটাইছিল। প্ৰশিক্ষণ লৈছিল প্ৰকাশ পাডুকনৰ অধীনত। ১৯৭২ চনৰ এক ফেব্ৰুৱাৰীত গুৱাহাটীত জন্ম হোৱা দীপাংকৰক কেৰিয়াৰত উৎসাহিত কৰিছিল মাক আৰতি ভট্টাচাৰ্যয়ো। এই ক্ষেত্ৰত তেওঁ উল্লেখ কৰে বেডমিণ্টন সন্থাৰ সদস্য ডম্বৰু দাসৰ কথাও। বৰ্তমান ইণ্ডিয়ান অইল কৰ্পোৰেচনৰ চাকৰিয়াল দীপাংকৰে স্কুলীয়া শিক্ষা লৈছিল গুৱাহাটী ডনবস্ক' আৰু মালিগাঁও চেণ্ট্ৰেল স্কুলত। ২০০১ চনত তেওঁ বিবাহ পাশত আবদ্ধ হয় ডালিয়া ভট্টাচাৰ্যৰ সৈতে। তেওঁলোকৰ একমাত্ৰ পুত্ৰ অনিৰ্বাণ। ৰাজ্যৰ ভৱিষ্যৎ প্ৰজন্মৰ উত্তৰণৰ বাবে দীপাংকৰে নিজাকৈ প্ৰতিষ্ঠা কৰিছে আই চি বি এল বেডমিণ্টন একাডেমী। পেইণ্টিং কৰি আৰু ডাকটিকট সংগ্ৰহ কৰি ভালপোৱা এই তাৰকাৰ আশা চাকৰি জীৱনৰ পৰা অৱসৰৰ পিছত পুনৰ তেওঁ জড়িত হ'ব পেইণ্টিঙৰ সৈতে, প্ৰৱেশ কৰিব ৰং আৰু তুলিকাৰ অন্য এখন জগতত। উল্লেখ্য, দুবাৰকৈ অলিম্পিক ক্ৰীড়া মহোৎসৱত জাতীয় দলক প্ৰতিনিধিত্ব কৰাৰ সুযোগ পালেও কেৰিয়াৰৰ চূড়ান্ত স্বপ্ন স্পৰ্শ কৰাৰ পৰা দূৰতেই বৈ গ'ল দীপাংকৰ। এক বিশাল স্বপ্ন হৃদয়ত পুহি ৰাখিছিল এই অসম সন্তানে। তেওঁৰ নিজৰো বিশ্বাস জীৱনত যিকোনো ডাঙৰ কাম কৰিবলৈ মানুহে প্ৰথমে সপোন দেখিব লাগিব। দীপাংকৰৰ সপোন আছিল বেডমিণ্টনৰ বিশ্ব চেম্পিয়নশ্বিপৰ খিতাপ জয় কৰা। কিন্তু তেওঁ স্পৰ্শ কৰিব নোৱাৰিলে সেই স্বপ্ন। সুনিপুণ ক্ৰীড়াশৈলী আৰু নিজস্ব দক্ষতাৰে তেওঁ যি অৱদান আগবঢ়ালে বেডমিণ্টন ক্ষেত্ৰলৈ তাৰ গুৰুত্ব কম নহয় অসমৰ ক্ৰীড়া ইতিহাসত।✰

# সুশান্ত বৰা



সুশান্ত বৰা

১৯৬৩ চনত বোকাখাটত জন্ম হোৱা সুশান্ত বৰাই ১৯৮৯ চনত জাকার্টাত অনুষ্ঠিত বিশ্ব বেটমিণ্টন চেম্পিয়নশ্বিপত ভাৰতক প্রতিনিধিত্ব কৰে। ১৯৯০ত নিউজিলেণ্ডৰ অকলেণ্ডত হোৱা কমনৱেলথ গেমছতো তেওঁ অংশ লয়।

বোকাখাটৰ সেউজ পৰিৱেশ, শাৰী শাৰী চাহ বাগানৰ মাজত ল'ৰালি পাৰ কৰিছিল সুশান্ত বৰাই। ইয়াতে লাভ কৰিছিল তেওঁ এক খেলৰ পৰিৱেশো। ফুটবল খেলিছিল, ভলীবল খেলিছিল লগৰীয়াৰ লগত। নিশা মাজে-সময়ে দেউতাকৰ লগত গৈছিল বাগানৰ ক্লাবলৈ। সুযোগ বুজি হাতত তুলি লৈছিল বেডমিণ্টনৰ ৰেকেট। কেতিয়াবা এটা বা দুটা গেম খেলিছিল। ল'ৰালিতে ফুটবল খেলা বাবে কেবাদিনো দেউতাকৰ চেকনিৰ কোব খাব লগা হৈছিল সুশান্ত বৰাই। কিন্তু ল'ৰাই বেডমিণ্টন খেলিলে নির্বিকাৰ হৈ ৰৈছিল সেই পিতৃ। তেওঁ আচলতে মনে মনে বিচাৰিছিল পুত্র বেডমিণ্টন খেলুৱৈ হৈ উঠাটো। সুশান্তৰ দেউতাকৰ ইচ্ছা পূৰণ হৈছিল। বাগানৰ ক্লাবত সুযোগ বুজি বেডমিণ্টনৰ ৰেকেট হাতত তুলি লোৱা ল'ৰাটোৱে নিজকে প্রতিষ্ঠা কৰিবলৈ সক্ষম হৈছিল ভাৰতৰ আগশাৰীৰ শ্বাটলাৰসকলৰ মাজত। স্বদেশক প্রতিনিধিত্ব কৰাৰ সুযোগ পাইছিল আন্তর্জাতিক ক্ষেত্রত। প্রাথমিক অৱস্থাত সুশান্তই বাগানবোৰৰ মাজত হোৱা বিভিন্ন প্রতিযোগিতাত অংশ লৈছিল। কেৰিয়াৰত তেওঁ প্রথমখন ৰাজ্যিক প্রতিযোগিতাত অংশ লৈছিল

১৯৭৫-৭৬ চনত। সেই প্ৰতিযোগিতাত তেওঁ প্ৰতিনিধিত্ব কৰিছিল যোৰহাট দলক। ক্ৰমাগতভাৱে নিজৰ প্ৰতিভাৰ প্ৰমাণ দিবলৈ সক্ষম হোৱা এই খেলুৱৈজনে ১৯৮৪ চনত অৰ্জন কৰিলে ৰাজ্যিক প্ৰতিযোগিতাৰ ছিনিয়ৰ শাখাৰ ছিংগলছৰ খিতাপ। ইয়াৰ পিছত ১৯৮৭ চন পৰ্যন্ত তেওঁ অপ্ৰতিৰোধ্য হৈ ৰ'ল ৰাজ্যিক ভিত্তিত। একেলেথাৰিয়ে জয় কৰিলে ইটোৰ পিছত সিটো খিতাপ। কেৰিয়াৰত ৰাজ্যিক ভিত্তিত জুনিয়ৰ পৰ্যায়ত মাত্ৰ এবাৰহে খেলিছিল সুশান্তই। ১৯৮৬ চনত প্ৰথমবাৰৰ বাবে উত্তৰ-পূব ক্ৰীড়া সমাৰোহত অংশ লৈয়ে চেম্পিয়নৰ সন্মান অৰ্জন কৰিছিল শ্বাটলাৰজনে। নিজস্ব সময়ত তেওঁ বেডমিণ্টনক প্ৰতিনিধিত্ব কৰিছিল গুৱাহাটী বিশ্ববিদ্যালয়কো। অল ইণ্ডিয়া ইণ্টাৰ ইউনিভাৰচিটি ইষ্ট জ'ন টিম চেম্পিয়নশ্বিপত একেলেথাৰিয়ে তিনিবাৰকৈ বিজয়ীৰ সন্মান অৰ্জন কৰিছিল সুশান্তৰ দলে। এলাহবাদত অনুষ্ঠিত সৰ্বভাৰতীয় ইণ্টাৰ ইনষ্টিটিউচনেল চেম্পিয়নশ্বিপত তেওঁ অৰ্জন কৰিছিল ছিংগলছৰ চেম্পিয়নৰ খিতাপ। পাটনা, বেৰেলী, উদ্যোগমণ্ডল আৰু গোৰখপুৰত অনুষ্ঠিত হোৱা সৰ্বভাৰতীয় মেজৰ ৰেংকিং



*কেৰিয়াৰৰ এক সোণালী মুহূৰ্তত সুশান্ত বৰা*

টুৰ্ণামেণ্টতটো ছিংগলছ শাখাত চেম্পিয়নৰ সন্মান অৰ্জন কৰিছিল সুশান্ত বৰাই। ১৯৮৪ চনৰ পৰা ১৯৮৬ চনলৈ একেলেথাৰিয়ে তিনিবাৰ তেওঁ জয় কৰিছিল পি এছ চি বি ছিংগলছ চেম্পিয়নশ্বিপ। ৰাষ্ট্ৰীয় পৰ্যায়ত লাভ কৰা সফলতাৰ সুবাদত অসমৰ এই খেলুৱৈজনে সুযোগ পাই আন্তঃৰাষ্ট্ৰীয় প্ৰতিযোগিতাত ভাৰতক প্ৰতিনিধিত্ব কৰাৰ। ১৯৮৯ চনত জাকাৰ্টাত অনুষ্ঠিত বিশ্ব চেম্পিয়নশ্বিপত তেওঁ প্ৰতিনিধিত্ব কৰে ভাৰতক। প্ৰতিযোগিতাখনত প্ৰথম ৰাউণ্ডতে অৱশ্যে তেওঁৰ গতি স্তব্ধ হয়। সেই একে বছৰতে চীনৰ চাংহাইত অনুষ্ঠিত এছিয়ান বেডমিণ্টন চেম্পিয়নশ্বিপত তেওঁ অংশ লয় স্বদেশৰ হৈ। প্ৰতিযোগিতাখনত সুশান্ত তৃতীয় ৰাউণ্ড পৰ্যন্ত আগুৱাইছিল। ১৯৯০ চনত নিউজিলেণ্ডৰ অকলেণ্ডত হোৱা কমনৱেলথ গেমছত ভাৰতৰ হৈ অংশ লয় খেলুৱৈজনে। প্ৰতিযোগিতাখনত তেওঁ থমকে প্ৰি-কোৱাৰ্টাৰত। সেই বছৰত নতুন দিল্লীত অনুষ্ঠিত ছিনিয়ৰ নেচনেল চেম্পিয়নশ্বিপত প্ৰথম বাছনি লাভ কৰিছিল সুশান্তই। আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত এই অসম সন্তানে অংশ লৈছিল কুৱালালামপুৰ আৰু বেংককত ক্ৰমে মালয়েছিয়া আৰু থাইলেণ্ড অ'পেনতো।

কঠোৰ শ্ৰম আৰু দৃঢ়তাৰে বেডমিণ্টন ক্ষেত্ৰত নিজকে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছিল সুশান্তই। ১৯৮১ চনত উচ্চতৰ মাধ্যমিক পাছ কৰি গুৱাহাটীৰ কমাৰ্ছ কলেজত ভৰ্তি হোৱাৰ পিছতহে কনকলতা ইনডৰ ষ্টেডিয়ামত তেওঁ অনুশীলন কৰিবলৈ আৰম্ভ কৰে। কিন্তু ইতিমধ্যেই তেওঁ আয়ত্ত কৰিছিল নিৰ্দিষ্ট ইভেণ্টটোৰ বাবে প্ৰয়োজনীয় জ্ঞানখিনি। ছৈয়দ মোদীৰ বাহিৰে নিজস্ব সময়ত তেওঁ হৰুৱাবলৈ সক্ষম হৈছিল প্ৰকাশ পাড়ুকন, জৰ্জ থমাছ, ৰাজীৱ বাগ্গা, প্ৰবীণ কুমাৰ আদি দেশৰ সকলো আগশাৰীৰ খেলুৱৈক। অসমৰ এই দুৰন্ত তাৰকাৰ হাতত পৰাস্ত হৈয়ে বেডমিণ্টনৰ পৰা অৱসৰ ল'বলৈ বাধ্য হৈছিল তাৰকা প্ৰকাশ পাড়ুকনে। সেয়া ১৯৮৯ চনৰ কথা। জলন্ধৰত অনুষ্ঠিত হৈছিল ছিনিয়ৰ নেচনেল বেডমিণ্টন চেম্পিয়নশ্বিপ। কোৱাৰ্টাৰ ফাইনেলত সুশান্তৰ সমুখত প্ৰকাশ। দুয়োৰে মাজত তীব্ৰ যুঁজ। পৰি-ধৰি খেলোতে গাৰ ছাল চিগি গৈছে সুশান্তৰ। ভাগৰত ক্লান্ত হৈ পৰিছে তেওঁ। কিন্তু ধৈৰ্য হেৰুওৱা নাই। কৌশলেৰে প্ৰথমটো ছেট জয়ৰ পিছত অশেষ পৰিশ্ৰমেৰে তেওঁ জয় কৰিছিল দ্বিতীয়টো ছেট। প্ৰকাশক হৰুৱাই দিলে এই অসমীয়া খেলুৱৈজনে ১৫-৯, ১৭-১৬ ব্যৱধানত। হতবাক হৈ পৰিছিল চৌপাশৰ দৰ্শক। সুশান্তৰ লগত হাত নিমিলোৱাকৈয়ে কৰ্টৰ পৰা আঁতৰি গৈছিল প্ৰকাশ। ড্ৰেছিং ৰুমত কিছু সময় কটোৱাৰ পিছত তেওঁ ঘোষণা কৰিছিল অৱসৰৰ কথা!

কেৰিয়াৰত বিভিন্ন প্ৰতিপক্ষৰ বিৰুদ্ধে ভিন্ন অভিজ্ঞতাৰ সন্মুখীন হৈছে সুশান্ত। তিক্ত অভিজ্ঞতাও ৰৈ গৈছে মনত স্মৰণীয় হৈ। তেওঁ তেনে এক তিক্ত অভিজ্ঞতাৰ সন্মুখীন

হৈছিল ১৯৯০ চনত অকলেণ্ডত কমনৱেলথ গেমছত অংশ লোৱাৰ সময়ত। প্ৰতিযোগিতাখনৰ প্ৰি-কোৱাৰ্টাৰ ফাইনেলত তেওঁ সন্মুখীন হৈছিল ইংলেণ্ডৰ মাইকেল জনছনৰ। আশ্চৰ্যজনকভাৱে কৰ্টৰ চৌপাশে থকা দৰ্শকে সমৰ্থন দিছিল কেৱল বগা ছালৰ ইংৰাজজনকহে। কৃষ্ণাংগ বুলি হাঁহিছিল সুশান্তক। দৰ্শকৰ এনে আচৰণত তীব্ৰভাৱে অপমানিতবোধ কৰিছিল তেওঁ। ভাৰতীয় খেলুৱৈগৰাকীৰ সমৰ্থনত মাত্ৰ এগৰাকীয়ে দৰ্শক আছিল। তেওঁ হ'ল সেই সময়ৰ দেশৰ আগশাৰীৰ বেডমিণ্টন খেলুৱৈ মধুমিতা বিষ্ট। এটা সময়ত ইংৰাজ খেলুৱৈজনে কক সলনি কৰিব বিচাৰিছিল। কিন্তু ভাল ককটো সলনি কৰিব বিচৰাত আপত্তি কৰিছিল সুশান্তই। কিছু সময়ৰ পিছত প্ৰতিপক্ষৰ খ্যাটলাৰজনে ভৰিৰে গছকি ভাঙি পেলাইছিল ককটো। তেওঁৰ বিৰুদ্ধে লোৱা হোৱা নাছিল কোনো অনুশাসনমূলক ব্যৱস্থা। এটা সময়ত ককৰ বাকচৰ পৰা কক বিচাৰি এনেই ইফাল সিফাল কৰি বহু সময় পাৰ কৰিছিল জনচনে। এই খেলখনৰ আগলৈকে সুশান্তই কল্পনাও কৰিব পৰা নাছিল প্ৰতিক্ষক হব্বাবৰ বাবে যে ইমান অখেলুৱৈসুলভ আচৰণ অৱলম্বন কৰিব পাৰি। এই প্ৰতিযোগিতাত অংশ লোৱাৰ বাবে তেওঁ ডেৰ বছৰ ধৰি পাটিয়ালা, দিল্লী আৰু গোৱাত ক'চিং লৈছিল। অসমৰ এই খ্যাটলাৰজনৰ অলিম্পিকৰ দৰে প্ৰতিযোগিতাত অংশ লোৱাৰ পূৰ্ণ শক্তি আছিল। এনে প্ৰতিযোগিতালৈ যোগ্যতা অৰ্জনৰ বাবে বিদেশত বিভিন্ন অ'পেনবোৰত অংশ লৈ ৰেংকিং উন্নত কৰাৰ প্ৰয়োজন হৈছিল। কিন্তু অৰ্থৰ অভাৱ আছিল সুশান্তৰ। নিজা খৰচত তেওঁ অংশ ল'ব নোৱাৰিছিল বিদেশৰ বিভিন্ন খেলত। সামৰি থ'ব লগা হৈছিল কিছুমান চৰম স্বপ্ন। তথাপিও জীৱনৰ প্ৰাপ্তিক লৈ তেওঁ সুখী। কেৰিয়াৰত এডি কুৰ্নিৱান, ৰছিদ চিদেকৰ দৰে বিশ্বৰ আগশাৰীৰ খেলুৱৈক যোগ্য প্ৰত্যাহ্বান জনাবলৈ সক্ষম হৈছিল এই অসমীয়া যুৱকে।

১৯৬৩ চনত গোলাঘাট জিলাৰ বোকাখাটত জন্ম হোৱা সুশান্ত বৰাৰ দেউতাক নবীন চন্দ্ৰ বৰা আৰু মাক পুষ্পলতা বৰা। '৮২ চনত অইল ইণ্ডিয়াৰ চাকৰিত যোগদান কৰা খ্যাটলাৰজনে বৰ্তমান অইলৰ প্ৰশাসনিক শাখাৰ প্ৰবন্ধক হিচাপে কাম কৰি আছে। ৰশ্মিৰেখা বৰাৰ সৈতে বিবাহ পাশত আবদ্ধ হোৱা সুশান্তহঁতৰ একমাত্ৰ পুত্ৰ সন্তান স্বৰ্ণৰাজ বৰা। আজৰি সময়ত তেওঁ কিতাপ পঢ়ি, চিনেমা চাই, গান শুনি ভাল পায়। চৰ্চা কৰে মাজে সময়ে জ্যোতি বিজ্ঞানবো।☆

# মাধুৰ্য্য বৰুৱা

ল'ৰাটোৰ বয়স তেতিয়া ১১ বছৰ। প্ৰায়েই নেহৰু ষ্টেডিয়ামলৈ যায় মোমায়েক পৱিত্ৰ দাসৰ লগত। টেনিছ চায়গৈ। মাজে সময়ে উপভোগ কৰে বেডমিণ্টন। মোমায়েকৰ আকৌ ভাল বন্ধু- বেডমিণ্টন প্ৰশিক্ষক প্ৰদীপ চলিহা। মোমায়েকে সুধিলে এদিন - কি খেলিবি তই? তপৰাই উত্তৰ দিলে সি বেডমিণ্টন। মোমায়েকে গতাই দিলে ল'ৰাটোক প্ৰদীপ চলিহাৰ ওচৰত। আৰম্ভ হ'ল তাৰ জীৱনৰ অন্য এক যাত্ৰাৰ। মোমায়েকৰ আঙুলিত ধৰি ষ্টেডিযামত খেলৰ আদিপাঠ ল'বলৈ যোৱা ল'ৰাটোৱে হৈছে আন্তঃৰাষ্ট্ৰীয় বেডমিণ্টন খেলুৱৈ মাধুৰ্য্য বৰুৱা। অল ইংলেণ্ড চেম্পিয়নশ্বিপত অংশ লোৱা প্ৰথমজন অসমীয়া খেলুৱৈ।

ৰাজ্যিক আৰু ৰাষ্ট্ৰীয় পৰ্যায় উভয়তে অসীম দক্ষতাৰ পৰিচয় দিছিল এই মাধুৰ্য্য বৰুৱাই। নিজকে প্ৰতিষ্ঠা কৰিছিল দেশৰ আগশাৰীৰ বেডমিণ্টন খেলুৱৈ হিচাপে। ৰাষ্ট্ৰীয় পৰ্যায়ত লাভ কৰা সফলতাৰ সুবাদত তেওঁ দেশক প্ৰতিনিধিত্ব কৰাৰ সুযোগ পাইছিল একাধিক আন্তৰ্জাতিক প্ৰতিযোগিতাত। অৰ্জন কৰিছিল সফলতাও। বিশ্ব আগত প্ৰতিষ্ঠাৰ প্ৰয়াস চলাইছিল অসমীয়া যুবকৰ শক্তি।



**মাধুৰ্য্য বৰুৱা**

১৯৮২ আৰু ১৯৮৫ চনত ক্ৰমে ৰাষ্ট্ৰীয় বেডমিণ্টন চেম্পিয়নশ্বিপত ছাব-জুনিয়ৰ আৰু জুনিয়ৰ শাখাৰ খিতাপ জয় কৰা মাধুৰ্যই '৮৭ চনত স্বদেশক প্ৰতিনিধিত্ব কৰিছিল অষ্ট্ৰেলিয়াত হোৱা বিশ্ব চেম্পিয়নশ্বিপত। নেপাল ইণ্টাৰনেচনেলত '৮৭-৮৮ চনত তেওঁ খিতাপ জয় কৰিছিল।

তেজপুৰত অনুষ্ঠিত প্ৰথম সদৌ অসম অ'পেন বেডমিণ্টন চেম্পিয়নশ্বিপত অংশ গ্ৰহণেৰে ৰাজ্যিক ভিত্তিত প্ৰতিদ্বন্দ্বিতামূলক ক্ষেত্ৰত ভৰি দিছিল মাধুৰ্যই। প্ৰতিযোগিতাখনত তেওঁৰ অগ্ৰগতি আছিল তৃতীয় ৰাউণ্ড পৰ্যন্ত। ক্ৰমাৎ দুৰন্ত কিশোৰ হৈ ধৰা দিয়া খেলুৱৈজনে ১৯৮০, '৮১ আৰু '৮২ চনত একেলেথাৰিয়ৈ জয় কৰিছিল ৰাজ্যিক ভিত্তিত ছাব-জুনিয়ৰ শাখাৰ ছিংগলছৰ খিতাপ। ১৯৮৩, '৮৪ চনত তেওঁ চিহ্নিত হয় ৰাজ্যৰ জুনিয়ৰ শাখাৰ ছিংগলছ চেম্পিয়ন হিচাপে। থমকি নৰ'ল তেওঁ ছিনিয়ৰ শাখাটো। ১৯৮৬, '৮৭ আৰু '৮৮ চনত একেলেথাৰিয়ে তিনি বছৰ ৰাজ্যৰ ছিনিয়ৰ শাখাৰ ছিংগলছৰ সন্মান অৰ্জন কৰিছিল মাধুৰ্য্য বৰুৱাই। ৰাজ্যিক পৰ্যায়ত লাভ কৰা সফলতাৰ ধাৰা তেওঁ অব্যাহত ৰাখিবলৈ সক্ষম হৈছিল ৰাষ্ট্ৰীয় প্ৰেক্ষাপটতো। ১৯৮১ চনত পুণেত অনুষ্ঠিত ৰাষ্ট্ৰীয় স্কুল গেমছত মাধুৰ্য্যই অৰ্জন কৰিছিল স্বৰ্ণ পদক। এই সফলতাই তেতিয়াৰ কিশোৰজনক উৎসাহিত কৰি তুলিছিল আগুৱাই যোৱাৰ বাটত অধিক দৃঢ়ভাৱে খোপনি পোতাৰ বাবে। ১৯৮২ চনত ৰাষ্ট্ৰীয় চেম্পিয়নশ্বিপত ছাব-জুনিয়ৰ শাখাৰ ছিংগলছৰ খিতাপ জয় কৰা মাধুৰ্য্যই '৮৫ চনত অৰ্জন কৰিলে জুনিয়ৰ নেচনেলছৰ খিতাপ। ১৯৮৯ চনত জলন্ধৰত অনুষ্ঠিত ছিনিয়ৰ নেচনেলছত তেওঁ লাভ



*অল ইংলেণ্ড বেডমিণ্টন চেম্পিয়নশ্বিপত ভাৰতীয় দলক প্ৰথম বাৰৰ বাবে প্ৰতিনিধিত্ব কৰাৰ সুযোগ লাভ কৰাৰ মুহূৰ্তত মাধুৰ্য্য বৰুৱা (১৯৮৬-৮৭ বৰ্ষত লণ্ডনত ভাৰতীয় দলটোৰ সৈতে বাওঁফালৰ পৰা পঞ্চমজন)।*

কৰে ৰাখিছে আপৰ সন্মান। এই বছৰতে ভাৰতীয় বেডমিণ্টন ক্ষেত্ৰত তেওঁৰ ৰেংকিঙৰ উত্তৰণ ঘটে এক নম্বৰলৈ। '৮৬ চনৰ পৰা ২০০০ চনলৈ ভিন্ন ঠাইত ছিনিয়ৰ পৰ্যায়ত বিভিন্ন ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় প্ৰতিযোগিতাত অংশ লয় মাধুৰ্য্যই। লক্ষ্ণৌত অনুষ্ঠিত প্ৰথম ছৈয়দ মোডী মেম'ৰিয়েল বেডমিণ্টন প্ৰতিযোগিতাত তেওঁ লাভ কৰে চেম্পিয়নৰ সন্মান। টাটা অল ইণ্ডিয়া ৰেংকিং বেডমিণ্টনত খেলুৱৈজনে চেম্পিয়নশ্বিপ অৰ্জন কৰিছিল দুবাৰকৈ। ইস্পাট অল ইণ্ডিয়া বেডমিণ্টন চেম্পিয়নশ্বিপটো দুবাৰকৈ খিতাপ অৰ্জন কৰিছিল অসমীয়া শ্বাটলাৰজনে। অন্ধ্ৰপ্ৰদেশৰ গুণ্টুট হোৱা টি ভি এছ ৰেংকিং বেডমিণ্টনটো মাধুৰ্য্যই চেম্পিয়নশ্বিপ লাভ কৰিছিল। পাটনাত অল ইণ্ডিয়া ৰেংকিং বেডমিণ্টনত তিনিবাৰকৈ অংশ লৈ তেওঁ চেম্পিয়ন হৈছিল এবাৰ। বৰ্ণিল কেৰিয়াৰত এই খেলুৱৈজনে বিশ্ববিদ্যালয়ৰ প্ৰতিযোগিতাটো লাভ কৰিছিল সফলতা। গুৱাহাটী বিশ্ববিদ্যালয়ক প্ৰতিনিধিত্ব কৰি আন্তঃবিশ্ববিদ্যালয় বেডমিণ্টন প্ৰতিযোগিতাত তেওঁ লাভ কৰিছিল দলগতভাৱে চেম্পিয়নৰ সন্মান। ১৯৮৬ আৰু ১৯৮৭ চনত মাধুৰ্য্যই প্ৰতিনিধিত্ব কৰে দিল্লী বিশ্ববিদ্যালয়ক। টিম আৰু ছিংগলছ উভয়তে লাভ কৰে খিতাপ। দিল্লী বিশ্ববিদ্যালয়ৰহৈ কৰা চমৎকাৰ প্ৰদৰ্শনে খেলুৱৈজনলৈ কঢ়িয়াই আনিছিল একলব্য বঁটাৰ দৰে ঈৰ্ষণীয় সন্মান। ১৯৮৮ চনত মনিন্দৰ সিঙৰ দৰে খেলুৱৈক অতিক্ৰমী মাধুৰ্য্যই দিল্লী বিশ্ববিদ্যালয়ৰ একলব্য বঁটা লাভ কৰে।

কেৰিয়াৰত কেৱল দেশতেই নহয় বিদেশতো কেবাখনো আগশাৰীৰ টুৰ্ণামেণ্টত অংশ লৈছিল মাধুৰ্য্য বৰুৱাই। '৮৬ চনত প্ৰথমবাৰৰ বাবে ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰাৰ সুযোগ লাভ কৰে শ্বাটলাৰজনে। অংশ লয় অল ইংলেণ্ড চেম্পিয়নশ্বিপত। দলৰ অধিনায়ক আছিল প্ৰকাশ পাডুকন। ৰোমাঞ্চিত হৈ পৰিছিল দেশক প্ৰথম প্ৰতিনিধিত্ব মুহূৰ্তত মাধুৰ্য্য। বিশ্বৰ আগশাৰীৰ এই প্ৰতিযোগিতাখনত অংশ লোৱা তেওঁ প্ৰথমজন অসমীয়া খেলুৱৈ। নিজস্ব সময়ত ছবাৰ অল ইংলেণ্ডত খেলাৰ সুযোগ পাইছিল এই অসমীয়া সন্তানে। '৮৮ চনত তেওঁ অগ্ৰগতি লাভ কৰিছিল প্ৰতিযোগিতাখনৰ চতুৰ্থ ৰাউণ্ড পৰ্যন্ত। '৮৭ চনত শ্বাটলাৰজনে স্বদেশক প্ৰতিনিধিত্ব কৰিছিল অষ্ট্ৰেলিয়াত হোৱা বিশ্ব চেম্পিয়নশ্বিপত। এছিয়ান চাৰ্কিটত তেওঁ অংশ লৈছে ছিংগাপুৰ অ'পেন, হংকং অ'পেন, মালয়েছিয়ান অ'পেন, থাইলেণ্ড অ'পেনত। থাইলেণ্ড অ'পেনত ১৯৮৭-৮৮ চনত খেলুৱৈজনে অগ্ৰগতি লাভ কৰিছিল প্ৰি-কোৱাৰ্টাৰ পৰ্যন্ত। ইউৰোপিয়ান চাৰ্কিটত মাধুৰ্য্যই প্ৰতিদ্বন্দ্বিতা আগবঢ়াইছে ফ্ৰেঞ্চ অ'পেন, জাৰ্মান অ'পেন, ছুইডিছ অ'পেন, ছুইচ অ'পেন, ডাচ্চ অ'পেনত। ফ্ৰান্স আৰু জাৰ্মান অ'পেনত কোৱাৰ্টাৰ ফাইনেল পৰ্যন্ত অগ্ৰগতি লাভ কৰা খেলুৱৈজনে ছুইচ অ'পেনত দুবাৰকৈ চতুৰ্থ ৰাউণ্ডত অৱতীৰ্ণ হৈছিল। ১৯৮৭-

৮৮ চনত মাধুৰ্য্যই জয় কৰিছিল নেপাল ইণ্টাৰনেচনেলৰ খিতাপ। উৎফুল্লিত হৈ পৰিছিল তেওঁ কেৰিয়াৰৰ প্ৰথমটো আন্তৰ্জাতিক খিতাপ লাভ কৰি।

১৯৬৮ চনৰ এক মাৰ্চত গুৱাহাটীত জন্ম হোৱা মাধুৰ্য্য বৰুৱাই স্কুলীয়া শিক্ষা লাভ কৰিছিল কটন কলেজিয়েটত। স্কুলখনৰ শিক্ষক নিত্য শৰ্মাই তেওঁক বিশেষ উৎসাহিত কৰিছিল খেলা-ধূলাৰ বাটত আগুৱাই যোৱাত। গুৱাহাটী কৰ্মাছ কলেজত উচ্চতৰ মাধ্যমিক শাখাত অধ্যয়ন কৰাৰ পিছত ভৰ্তি হৈছিলগৈ দিল্লীৰ শ্ৰীৰাম কলেজত। মাধুৰ্য্যৰ দেউতাক মাধৱ চন্দ্ৰ বৰুৱা আৰু মাক ৰেখা বৰুৱা। মাক-দেউতাকৰ লগতে কেৰিয়াৰত



*পি গোপীচান্দৰ সৈতে মাধুৰ্য্য (বাওঁফালে)*

আগবাঢ়ি যোৱাত তেওঁক বিশেষ উৎসাহিত কৰিছিল সৰু ভায়েক উজ্জ্বল বৰুৱায়ো। কেৰিয়াৰত আগবাঢ়ি যোৱাৰ বাবে তেওঁ অসীম শ্ৰদ্ধাৰে উচ্চাৰণ কৰে প্ৰশিক্ষক প্ৰদীপ চলিহাৰ নাম। ইংলেণ্ডৰ এক নম্বৰ খেলুৱৈ আণ্ডেৰ্ছ নেইলছেন, থাইলেণ্ডৰ এক নম্বৰ খেলুৱৈ চম্পল আদিক পৰাস্ত কৰা মাধুৰ্য্যৰ জীৱনত আক্ষেপ থাকি গ'ল ছিনিয়ৰ নেচনেলছৰ ছিংগলছৰ খিতাপ জয়ৰ সপোন পূৰণ নোহোৱাৰ। ১৯৮৯ চনত ছিনিয়ৰ ছিংগলছৰ টাইটেল পইণ্টত লীড লৈয়ো খিতাপৰ যুঁজত তেওঁ থমকি ৰ'ব লগা হৈছিল বিমল কুমাৰৰ বিৰুদ্ধে। কেৰিয়াৰত আন্তৰ্জাতিক ৰেংকিং লাভৰ স্বপ্নও অপূৰণীয় হৈ ৰ'ল মাধুৰ্য্যৰ। তথাপি কেৰিয়াৰৰ অন্যান্য প্ৰাপ্তিৰে বেডমিণ্টন ক্ষেত্ৰত জিলিকি ৰৈছে এই খেলুৱৈজন। ১৯৮৮-৮৯ চনত অ' এন জি চিত চাকৰি কৰাৰ পিচত '৯০ ত অইল ইণ্ডিয়াত যোগ দিয়ে মাধুৰ্য্যই। ১৯৯৭ চনত তেওঁ বিবাহ পাশত আবদ্ধ হয় পূৰবী বৰুৱাৰ সৈতে। আজৰি সময়ত গান শুনি ভাল পোৱা মাধুৰ্য্য বৰুৱাৰ হবি ফটোগ্ৰাফীও।☆

# মল্লিকা বৰুৱা



**মল্লিকা বৰুৱা**

১৯৮৬ চনত স্বদেশক ছিউল এছিয়ান গেমছত প্ৰতিনিধিত্ব কৰা বেডমিণ্টন খেলুৱৈ মল্লিকা বৰুৱাই ১৯৮৬ আৰু ১৯৮৮ চনত বিশ্ব চেম্পিয়নশ্বিপ (উবেৰ কাপ)ত অংশ লোৱাৰ লগতে অন্যান্য আন্তৰ্জাতিক প্ৰতিযোগিতাতো খেলাৰ সুযোগ পাইছিল।

মন আছিল ক্ৰিকেটাৰ হোৱাৰ। কিন্তু নহ'ল। মল্লিকা বৰুৱা হ'লগৈ বেডমিণ্টন খেলুৱৈহে। অৰ্জন কৰিলে সফলতাও। ৰাজ্যিক, ৰাষ্ট্ৰীয় পৰ্যায়ৰ লগতে তেওঁৰ প্ৰতিভা প্ৰসাৰিত হ'ল আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰ পৰ্যন্ত। এছিয়ান গেমছ, বিশ্ব চেম্পিয়নশ্বিপৰ দৰে প্ৰতিযোগিতাতো তেওঁ প্ৰতিদ্বন্দ্বিতা আগবঢ়ালে স্বদেশৰ হৈ। শৈশৱত খুব উৎপতীয়া আছিলা মল্লিকা। নিয়ন্ত্ৰণ কৰাই দিগদাৰ। ঘৰৰ ডাইনিং টেবুলতে টেবুল টেনিছ খেলে। ডিব্ৰুগড়ত লিটল ফ্লাৱাৰ স্কুলত পঢ়ি থকা সময়ত টেবুল টেনিছত তেওঁ অংশ লৈছিল আন্তঃস্কুল প্ৰতিযোগিতাত। কিন্তু ক্ৰিকেটৰ প্ৰতি আগ্ৰহটো আছিলেই। সেয়েহে দেউতাকে তেওঁক এদিন লৈ গ'ল ষ্টেডিয়ামলৈ ক্ৰিকেট প্ৰশিক্ষণত নাম ভৰ্তি কৰি দিয়াৰ বাবে। তেতিয়া আছিল বাৰিষা কাল। সেয়েহে সাময়িকভাৱে বন্ধ আছিল ক্ৰিকেট প্ৰশিক্ষণ। সেই সময়ৰ অসম বেডমিণ্টনৰ সম্পাদক ভৌমিকে বেডমিণ্টনৰ যোগেদিয়ে খেলৰ লগত জড়িত হৈ থাকিবলৈ পৰামৰ্শ দিলে মল্লিকাক। আৰু এনেদৰেই এদিন বেডমিণ্টন জগতখনত সোমাই পৰিছিল মল্লিকা বৰুৱা। ক্ৰিকেট আৰু তেওঁৰ খেলা নহ'ল।

তেওঁৰ কেৰিয়াৰৰ প্ৰথমখন বেডমিণ্টন প্ৰতিযোগিতা আছিল ১৯৭৯ চনত অনুষ্ঠিত জুনিয়ৰ আন্তঃজিলা টুৰ্ণামেণ্ট। সেই প্ৰতিযোগিতাত এগৰাকী প্ৰতিপক্ষ খেলুৱৈৰ তীব্ৰ ককৰ্থনাৰ সন্মুখীন হৈছিল মল্লিকা। মল্লিকাৰ ক্ৰীড়াশৈলী আৰু খেলৰ মান নিম্ন স্তৰৰ বুলি তীব্ৰ তাচ্ছিল্য কৰিছিল প্ৰতিপক্ষ খাটলাৰগৰাকীয়ে। কিন্তু ককৰ্থনা যেন আশীৰ্বাদ স্বৰূপহে হৈ পৰিছিল জেদী মল্লিকাৰ বাবে। ইয়াৰ পিছতে প্ৰতিদ্বন্দ্বী মনোভাবেৰে তেওঁ আগুৱাই গৈছিল নিজকে প্ৰতিষ্ঠাৰ বাটত।

ৰাজ্যিক পৰ্যায়ত মল্লিকাই অৰ্জন কৰিছিল ছিংগলছ, ডাবলছ আৰু মিক্সড ডাবলছ আটাইকেইটা শাখাৰে খিতাপ। ৰাষ্ট্ৰীয় পৰ্যায়ত তেওঁ অৰ্জন কৰিছিল ছাব-জুনিয়ৰ শাখাৰ ছোৱালীৰ ছিংগলছৰ খিতাপ। এনে সফলতা লাভ কৰি ৰোমাঞ্চিত হৈ পৰিছিল খেলুৱৈগৰাকী। কেৰিয়াৰৰ প্ৰথম পৰ্যায়ত সৰ্বভাৰতীয় ক্ষেত্ৰত লাভ কৰা সেই সফলতা কথা ৰোমন্থন কৰি আনন্দ লভে মল্লিকাই। নেচনেল জুনিয়ৰ ছিংগলছত ব্ৰঞ্জ বিজয়ী খেলুৱৈগৰাকীয়ে দুবাৰকৈ অৰ্জন কৰিছিল জুনিয়ৰ ডাবলছৰ খিতাপ। লগতে লাভ কৰিছিল মিক্সড ডাবলছতো চেম্পিয়নশ্বিপ। ১৯৮৬ চনত কেৰালাত হোৱা দেশৰ এগন আগশাৰীৰ প্ৰতিযোগিতাত মহিলাৰ শাখাৰ ছিংগলছৰ খিতাপ অৰ্জন কৰা খাটলাৰগৰাকীয়ে জামছেদপুৰতো এক প্ৰধান প্ৰতিযোগিতাত লাভ কৰিছিল মহিলাৰ শাখাৰ খিতাপ। ১৯৮৮ চনত পাটনাত হোৱা সৰ্ব ভাৰতীয় প্ৰতিযোগিতাত দেশৰ তাৰকা খেলুৱৈ প্ৰকাশ পাডুকনৰ সৈতে যুটি বান্ধি মিক্সড ডাবলছৰ খিতাপ লাভ কৰিছিল মল্লিকাই। ৰাষ্ট্ৰীয় পৰ্যায়ৰ আন বহু কেইখন প্ৰতিযোগিতাত খেলুৱৈগৰাকীয়ে লাভ কৰিবলৈ সক্ষম হৈছিল ছিংগলছ, ডাবলছ আৰু মিক্সড ডাবলছৰ খিতাপ। মল্লিকা বৰুৱাৰ কেৰিয়াৰৰ প্ৰথমখন আন্তৰ্জাতিক প্ৰতিযোগিতা আছিল ১৯৮৩ চনত কলকাতাত হোৱা এছিয়ান বেডমিণ্টন কনফেডাৰেছন। ১৯৮৫ চনত তেওঁ স্বদেশতে ভাৰতীয় দলৰ হৈ অংশ লয় ইণ্ডো ইউ এছ এ টেষ্ট ছিৰিজত। ১৯৮৬ আৰু ১৯৮৮ চনত তেওঁ বিশ্ব চেম্পিয়নশ্বিপ (উবেৰ কাপ)ত প্ৰতিনিধিত্ব কৰে ভাৰতীয় দলক। ১৯৮৮ চনত হায়দৰাবাদত অনুষ্ঠিত হোৱা ছাৰ্ক বেডমিণ্টন চেম্পিয়নশ্বিপত ভাৰতৰ হৈ দলগত শাখাৰ লগতে মিক্সড ডাবলছতো অৰ্জন কৰে তেওঁ স্বৰ্ণ পদক। এয়া আছিল আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ত খেলুৱৈগৰাকীৰ প্ৰথম সফলতা। প্ৰতিযোগিতাখনৰ ডাবলছত সুধা পদ্মনাভৰ সৈতে যুটি বান্ধি খেলুৱৈগৰাকীয়ে লাভ কৰে ৰাণাৰ্চ আপৰ সন্মান। ১৯৮৬ চনত তেওঁ স্বদেশক প্ৰতিনিধিত্ব কৰাৰ সুযোগ পাইছিল এক বৃহৎ প্ৰতিযোগিতা ছিউল এছিয়ান গেমছতো। সেই প্ৰতিযোগিতাত তেওঁৰ ভাতৃ অৰুণজ্যোতিয়ে দেশক প্ৰতিনিধিত্ব কৰিছিল টেবুল টেনিছত। মল্লিকাই ১৯৮৮ চনত প্ৰতিদ্বন্দ্বিতা আগবঢ়ায় অল ইংলেণ্ড চেম্পিয়নশ্বিপ আৰু ফ্ৰেন্স অ'পেনত। ১৯৯১ চনত

থাইলেণ্ড অ'পেন, হংকং অ'পেন আৰু চীন অ'পেনৰ দৰে আগশাৰীৰ প্ৰতিযোগিতাত প্ৰতিদ্বন্দ্বিতা আগবঢ়ায় তেওঁ।

নিজকে গঢ়ি তোলাৰ বাটত এই খেলুৱৈগৰাকীৰ বাবে ক্ৰীড়া আলোচনীসমূহো আছিল অন্যতম অনুপ্ৰেৰণাৰ উৎস। আলোচনীসমূহত দিয়া ক্ৰীড়াবিদসকলৰ বিভিন্ন ফটো চাই নিজকে তেওঁলোকৰ দৰে গঢ়াৰ প্ৰয়াস চলাইছিল তেওঁ। উল্লেখ্য আন্তৰ্জাতিক বেডমিণ্টন খেলুৱৈ হিচাপে নিজকে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হোৱা মল্লিকাৰ প্ৰাৰম্ভিক সপোন আছিল চিকিৎসক হোৱা। বেডমিণ্টনৰ লগত জড়িত হৈ পৰাৰ বাবেই সেই সপোন পূৰ্ণ কৰাৰ পৰা তেওঁ আঁতৰি থাকিব লগা হ'ল। পেইণ্টিং কৰি, চিনেমা চাই আৰু গ্ৰন্থ অধ্যয়ন কৰি ভাল পোৱা এই খেলুৱৈগৰাকী পিতৃৰ চাকৰি সূত্ৰে ঘূৰি ফুৰিব লগা হৈছিল বিভিন্ন ঠাইত। মল্লিকাৰ জন্ম মেঘালয়ৰ শ্বিলঙত ১৯৬৫ চনৰ ২০ ডিচেম্বৰত। শ্বিলঙৰ ল'ৰেটো কনভেণ্ট আৰু ডিব্ৰুগড়ৰ লিটল ফ্লাৱাৰ স্কুলত শিক্ষা গ্ৰহণ কৰা খেলুৱৈগৰাকীয়ে হাইস্কুল শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ হৈছিল গুৱাহাটীৰ ছেইণ্ট মেৰিজ স্কুলৰ পৰা। কটন কলেজৰ পৰা বিজ্ঞান শাখাত স্নাতক ডিগ্ৰী লোৱা মল্লিকাই স্নাতকোত্তৰ ডিগ্ৰী (এম এছ চি) লয় দিল্লী বিশ্ববিদ্যালয় (হংসৰাজ কলেজ)ৰ পৰা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা তেওঁ এম ফিল সম্পূৰ্ণ কৰে। এই শ্বাটলাৰগৰাকীক প্ৰাথমিক অৱস্থাত প্ৰশিক্ষণ দিছিল বিমল পোদ্দাৰে। ইয়াৰ পিছত কেৰিয়াৰৰ যৱনিকা পেলোৱা পৰ্যন্ত তেওঁৰ প্ৰশিক্ষক হিচাপে আছিল প্ৰদীপ চলিহা। কে. কে বৰুৱা আৰু প্ৰতিমা বৰুৱাৰ সন্তান মল্লিকা বিবাহ পাশত আবদ্ধ হয় অলকেশ শৰ্মাৰ সৈতে। তেওঁলোকৰ দুই সন্তান হৃষিকেশ শৰ্মা আৰু অৰুণেশ শৰ্মা। মল্লিকা বৰুৱাই বৰ্তমান কাৰ্যনিৰ্বাহ কৰি আছে অইল ইণ্ডিয়া লিমিটেডত ছিনিয়ৰ মেটেৰিয়েলছ মেনেজাৰ হিচাপে।☆

# কৃষ্ণা হাজৰিকা

মূৰৰ ওপৰৰ মুক্ত আকাশখন, তলৰ পৃথিৱীৰ সীমাহীন সেউজীয়াখিনিৰ প্ৰতি হয়তো দুৰ্বাৰ আকৰ্ষণ আছিল ছোৱালীজনীৰ। আবদ্ধ হৈ থাকিব নিবিচাৰিছিল তেওঁ ইনডৰ হ'লৰ ভিতৰত। সেয়েহে পৰিয়ালৰ লোকে টেবুল টেনিছ খেলিবলৈ উৎসাহিত কৰাৰ সময়ত বেডমিণ্টনৰ প্ৰতিহে দুৰ্বলতা প্ৰকাশ কৰিছিল কৃষ্ণা হাজৰিকাই। সেউজ ঘাঁহনিৰ ওপৰত বগা পোছাক পিন্ধি বেডমিণ্টন খেলি থকা খেলুৱৈসকলৰ প্ৰতি তেওঁ অনুভৱ কৰিছিল আকৰ্ষণ। তেওঁও হাতত ৰেকেট লৈ খেলিব বিচাৰিছিল বগা পোছাক পিন্ধা ল'ৰা-ছোৱালীবোৰৰ লগত। সৰুৰে পৰাই গুৱাহাটীৰ ঘৰত এক খেলা-ধূলাৰ পৰিৱেশ পাইছিল কৃষ্ণাই। ১৯৮৪ চনত ক্লাছ ফ'ৰৰ ছাত্ৰী হৈ থাকোতেই কৃষ্ণা অভিভাৱকৰ আঙুলিত ধৰি আহিছিল নেহৰু ষ্টেডিয়ামৰ কনকলতা ইনডৰ ষ্টেডিয়ামলৈ। সেই সময়ত অসমৰ টেবুল টেনিছ খেলুৱৈয়ে আৰোহণ কৰিছিল সফলতাৰ শীৰ্ষত। দেউতাকহঁতে বিচাৰিছিল সেই গ্লেমাৰময় দুনিয়াত ভৰি থওক জীয়ৰীয়ে। কিন্তু কৃষ্ণাৰ বেডমিণ্টনৰ প্ৰতি থকা আকৰ্ষণক বাধা দি ৰাখিব নোৱাৰিলে তেওঁলোকে। সুনিপুণ ক্ৰীড়াশৈলী আৰু



কৃষ্ণা হাজৰিকা

১৯৯৬ চনত ভাৰতৰ বিজয়ৱাডাত হোৱা চাৰ্ক গেমছত কৃষ্ণা হাজৰিকাই বেডমিণ্টনত অৰ্জন কৰিছিল মুঠ চাৰিটা পদক। টিম আৰু মিক্স ডাবলছত স্বৰ্ণ, ডাবলছত ৰূপ আৰু ছিংগলছত ব্ৰঞ্জৰ পদক লাভ কৰিছিল তেওঁ। ইণ্ডোনেছিয়াত হোৱা জুনিয়ৰ ৱৰ্ল্ড ইনভাইটেচন চেম্পিয়নশ্বিপত তেওঁ অগ্ৰগতি লাভ কৰে কোৱাৰ্টাৰ ফাইনেল পৰ্যন্ত।

প্ৰতিভাৰ বলত দেশৰ আগশাৰীৰ বেডমিণ্টন খেলুৱৈ হিচাপে নিজকে প্ৰতিষ্ঠা কৰিলে কৃষ্ণা হাজৰিকাই। ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ত লাভ কৰা সফলতাৰে গৌৰৱান্বিত কৰিলে অসম আৰু অসমীয়াক। ৰাষ্ট্ৰীয় প্ৰেক্ষাপটত আকৰ্ষণীয় সাফল্য লাভেই নহয় আন্তঃৰাষ্ট্ৰীয় প্ৰতিযোগিতাতো স্বদেশৰ হৈ তেওঁ অৰ্জন কৰিলে স্বৰ্ণ পদক।

পঞ্চম শ্ৰেণীত পঢ়ি থকাৰে পৰাই ৰাষ্ট্ৰীয় প্ৰেক্ষাপটত ভুমুকি মৰা কৃষ্ণাই ১৯৮৭ চনত তেজপুৰত হোৱা ৰাজ্যিক বেডমিণ্টন চেম্পিয়নশ্বিপত ছাব-জুনিয়ৰত ছিংগলছ আৰু ডাবলছ উভয় শাখাতে অৰ্জন কৰে চেম্পিয়নৰ সন্মান। '৮৮ চনত যোৰহাটত হোৱা ৰাজ্যিক প্ৰতিযোগিতাত তেওঁ প্ৰতিদ্বন্দ্বিতা কৰে মহিলাৰ শাখাত। এইবাৰো দুৰন্ত হৈ উঠে কৃষ্ণা। পুনৰ ছিংগলছ আৰু ডাবলছ উভয়তে অৰ্জন কৰে চেম্পিয়নশ্বিপ। '৮৯ চনত ডিগবৈত হোৱা প্ৰতিযোগিতাত মহিলাৰ ছিংগলছ আৰু ডাবলছ খিতাপ জয় কৰাৰ লগতে জুনিয়ৰ শাখাৰ ছিংগলছৰ খিতাপো জয় কৰে তেওঁ। ১৯৯০, '৯১ আৰু '৯৪ চনত মহিলাৰ খিতাপ হস্তগত কৰে কৃষ্ণাই। এই খেলুৱৈগৰাকীৰ সফলতাৰ তালিকাৰ পৰা বাদ পৰা নাই উত্তৰ-পূব ক্ৰীড়া সমাৰোহো। ১৯৮৮ চনত উত্তৰ-পূব ক্ৰীড়া সমাৰোহত ত্ৰিমুকুট অৰ্জন কৰা কৃষ্ণাই '৮৯ চনত অৰ্জন কৰে দ্বিমুকুট। সেউজ ঘাঁহনিৰ আকৰ্ষণত বেডমিণ্টন খেলিবলৈ লোৱা ছোৱালজনীয়ে ৰাজ্যিক পৰ্যায়ত ক্ৰীড়া দক্ষতা প্ৰতিপন্ন কৰাৰ আগেয়েই নিজৰ চিনাকি দিছিল ৰাষ্ট্ৰীয় প্ৰেক্ষাপটত। ১৯৮৫ চনত গুৱাহাটীত হোৱা মিনি নেচনেলছত তেওঁ দলগতভাৱে অৰ্জন কৰে ব্ৰঞ্জৰ পদক। একে বছৰতে দিল্লীৰ ৰাষ্ট্ৰীয় প্ৰতিভা সন্ধানী প্ৰতিযোগিতাত তৃতীয় স্থান লাভ কৰি কৃষ্ণাই ৰাষ্ট্ৰীয় ক্ৰীড়া জলপানি লাভ কৰিবলৈ সক্ষম হয়। পিছৰ বছৰত গুজৰাটৰ নাদিয়াত হোৱা মিনি নেচনেল চেম্পিয়নশ্বিপত তেওঁ অৰ্জন কৰে স্বৰ্ণ পদক। '৮৭ চনত বিশেষ সফলতা অপেক্ষা কৰি আছিল শ্বাটলাৰগৰাকীৰ বাবে। চেন্নাইত হোৱা ছাব-জুনিয়ৰ নেচনেল চেম্পিয়নশ্বিপত তেওঁ অৰ্জন কৰে চেম্পিয়ন খিতাপ। এনে এক সফলতাত অভিভূত হৈ পৰে কৃষ্ণা। সেই বছৰেই তেওঁ ৰাষ্ট্ৰীয় স্কুল গেমছতো স্বৰ্ণ পদক অৰ্জন কৰে। ১৯৮৯ৰ পৰা ১৯৯১ লৈ একেলেথাৰিয়ে তিনি বছৰ জুনিয়ৰ নেচনেল চেম্পিয়নশ্বিপত দলগতভাৱে লাভ কৰে ৰানাৰ্ছ আপৰ সন্মান। ১৯৯২ চনত জুনিয়ৰ নেচনেলত দলগত খিতাপ জয় কৰাৰ লগতে পাঞ্জাবৰ নিশাৰ সৈতে যুটি বান্ধি ডাবলছৰ ৰাণাৰ্ছ আপৰ সন্মানো লাভ কৰে তেওঁ। ১৯৯১ চনত সৰ্বভাৰতীয় স্কুল গেমছত ব্যক্তিগতভাৱে সোণৰ পদক লাভ কৰাৰ লগতে দলগত শাখাত ব্ৰঞ্জ লাভ কৰা কৃষ্ণাই একে বছৰতে বেৰিলি ছিনিয়ৰ ৰেংকিং বেডমিণ্টন প্ৰতিযোগিতাত অৰ্জন কৰে ছিংগলছৰ খিতাপ। '৯২ চনত ছৈয়দ মোডী মেম'ৰিয়েল ৰেংকিং বেডমিণ্টন টুৰ্ণামেণ্টত ছিনিয়ৰ খিতাপ জয় কৰা শ্বাটলাৰগৰাকীয়ে '৯৩ চনত মঞ্জু টি আব্ৰাহামৰ সৈতে যুটি বান্ধি ডাবলছ শাখাৰ ৰাষ্ট্ৰীয়



*পিতৃ-মাতৃৰ সৈতে কৃষ্ণা হাজৰিকা*

খিতাপ লাভ কৰে। পুনে ৰাষ্ট্ৰীয় ক্ৰীড়াত এটা আৰু মণিপুৰ ৰাষ্ট্ৰীয় ক্ৰীড়াত দুটা ব্ৰঞ্জৰ পদক লাভ কৰিবলৈ সক্ষম হৈছিল এই অসম ললনাই। এয়াৰ ইণ্ডিয়া অ'পেন অল ইণ্ডিয়া ৰেংকিং বেডমিণ্টন টুৰ্ণামেণ্টটো চেম্পিয়নশ্বিপ অৰ্জন কৰা কৃষ্ণাই ২০০২ চনত জয়পুৰ নেচনেলছত প্ৰতিনিধিত্ব কৰিছিল দিল্লীক। কৃষ্ণা হাজৰিকাৰ প্ৰথম আন্তৰ্জাতিক প্ৰতিযোগিতা আছিল ১৯৯১চনত ইণ্ডোনেছিয়াত হোৱা জুনিয়ৰ ৱৰ্ল্ড ইনভাইটেচন চেম্পিয়নশ্বিপ। প্ৰতিযোগিতাখনত তেওঁ অগ্ৰগতি লাভ কৰে কোৱাৰ্টাৰ ফাইনেল পৰ্যন্ত। ১৯৯৪ চনত চিংগাপুৰত অনুষ্ঠিত থমাছ উবেৰ কাপত তেওঁ প্ৰতিনিধিত্ব কৰে স্বদেশক। একে বছৰতে ডুবাই আৰু আবুধাবিত অনুষ্ঠিত ইণ্ডিয়া—ইউ এ ই টুৰ্ণামেণ্টটো তেওঁ ভাৰতক প্ৰতিনিধিত্ব কৰে। '৯৬ চনত তেওঁ অংশ লয় ছিংগাপুৰ অ'পেন চেম্পিয়নশ্বিপত। কৃষ্ণাই কেৰিয়াৰৰ প্ৰথম আন্তৰ্জাতিক পদক লাভ কৰে ১৯৯৬ চনত ভাৰতৰ বিজয়বাড়াত হোৱা চাৰ্ক গেমছত। প্ৰতিযোগিতাখনত তেওঁ অৰ্জন কৰে মুঠ চাৰিটা পদক। টিম আৰু মিশ্ৰ ডাবলছত স্বৰ্ণ, ডাবলছত ৰূপ আৰু ছিংগলছত ব্ৰঞ্জৰ পদক লাভ কৰে তেওঁ।

ভূপেন চন্দ্ৰ হাজৰিকা আৰু লিলি হাজৰিকাৰ কন্যা কৃষ্ণা হাজৰিকা চিহ্নিত কঠোৰ পৰিশ্ৰমী হিচাপে। কাংক্ষিত লক্ষ্যত উপনীত হোৱাৰ বাবে যিকোনো পৰিশ্ৰম কৰিবলৈ তেওঁ সাজু আছিল। ষ্টেফি গ্ৰাফ, ইভান লেণ্ডল, নাডিয়া ক'মানেচিৰ দৰে বিভিন্ন ক্ষেত্ৰৰ খেলুৱৈৰ চমকপ্ৰদ সফলতাই তেওঁক উৎসাহিত কৰিছিল উত্তৰণৰ পথত আগুৱাই যোৱাত।

জীৱনৰ প্ৰতিটো জয়ৰ স্মৃতিয়েই ৰোমন্থন কৰি ভাল পাই কৃষ্ণাই। তথাপিও ১৯৮৭ চনত ছাব-জুনিয়ৰ নেচনেলৰ খিতাপ জয়ৰ মুহূৰ্ত মনত পৰিলে বিশেষভাৱে ৰোমাঞ্চিত হৈ উঠে তেওঁ। সেই সফলতাত অসমৰ ক্ৰীড়ানুৰাগীয়ে তেওঁৰ প্ৰতি দেখুওৱা উৎসাহত অভিভূত হৈ পৰিছিল কৃষ্ণা। এই প্ৰতিভাৱান খেলুৱৈগৰাকীৰ হেঁপাহ আছিল ছিনিয়ৰ শাখাত নেচনেল চেম্পিয়ন হোৱা। কিন্তু কেৰিয়াৰৰ কিছু ভুলৰ বাবেই তেওঁ থমকি ৰয় সেই পথত। কেৰিয়াৰত আৰ কে ছেনাহাল, আৰ কে বুঢ়াগোঁহাই, ৱাং জিয়াও আদিৰ অধীনত প্ৰশিক্ষণ লোৱা কৃষ্ণা বিশেষভাৱে কৃতজ্ঞ প্ৰশিক্ষক প্ৰদীপ চলিহাৰ ওচৰত। প্ৰদীপ চলিহা আছিল তেওঁৰ গুৰুৰ দৰে। অসমৰ প্ৰতিভাৱান এই শ্বাটলাৰগৰাকীৰ শৈক্ষিক জীৱনো বৰ্ণিল। গুৱাহাটীৰ ছেইণ্ট মেৰিজত স্কুলীয়া শিক্ষা গ্ৰহণ কৰা কৃষ্ণা ক্লাছ ছিক্সৰ পৰায়ে প্ৰতি বছৰ গৰম বন্ধত পাটিয়ালাৰ নেচনেল কেম্পলৈ গৈছিল। খেলৰ বাবে মেট্ৰিকৰ টেষ্টত অৱতীৰ্ণ হ'ব নোৱৰা খেলুৱৈগৰাকীয়ে স্কুলৰ প্ৰধান শিক্ষয়িত্ৰীৰ কথা নামানি ব'ৰ্ডৰ পৰীক্ষাৰ আগেয়েও শিবিৰলৈ গৈছিল। পৰীক্ষাৰ মাত্ৰ পোন্ধৰ দিন আগেয়ে ঘৰলৈ উভতি আহি দিনে বিশ ঘণ্টাকৈ পঢ়ি ৭৮ শতাংশ নম্বৰ পাই পৰীক্ষাত উত্তীৰ্ণ হৈছিল তেওঁ। উচ্চতৰ মাধ্যমিক পৰীক্ষাত মাত্ৰ কেইটামান নম্বৰৰ বাবে তেওঁ অসম ভিত্তিত স্থান পোৱাৰ পৰা বঞ্চিত হৈছিল। খেলৰ প্ৰতি থকা দুৰ্বলতাৰ বাবেই কলেজ জীৱন আমনিদায়ক অনুভৱ কৰিছিল কৃষ্ণাই। কটন কলেজত অৰ্থনীতিৰ পৰা ইংৰাজী, ইংৰাজীৰ পৰা ৰাজনীতি বিজ্ঞানলৈ মেজৰ সলোৱাৰ পিছত দুবছৰ শিক্ষা জীৱন বাধাগ্ৰস্ত হৈছিল তেওঁৰ। কিন্তু দৃঢ়তাৰে পঢ়ি গুৱাহাটী কলেজৰ পৰা গুৱাহাটী বিশ্ববিদ্যালয়ৰ সোতৰ বছৰীয়া অভিলেখ ভংগ কৰি ডিষ্টিংচনসহ স্নাতক পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈছিল কৃষ্ণা হাজৰিকা। ১৯৯৮ চনত দিল্লীলৈ অহা খেলুৱৈগৰাকীয়ে দিল্লী বিশ্ববিদ্যালয়ৰ ফেকাল্টী অব মেনেজমেণ্ট ষ্টাডিজত এম বি এ কৰে। দিল্লীত থাকোতেই তেওঁ লগ পাই মৃদুভাষী, অধ্যয়নপ্ৰিয় কে নাগাভূষণম ৰাওক। পিচলৈ তেওঁৰ লগতে বিবাহ পাশত আবদ্ধ হৈ কৃষ্ণা হাজৰিকা হয় কৃষ্ণা হাজৰিকা ৰাও। কৃষ্ণা বৰ্তমান অইল ইণ্ডিয়াৰ জ্যেষ্ঠ পাব্লিক ৰিলেচন অফিচাৰ। আজৰি সময়ত তেওঁ ভাল পাই ভ্ৰমণ কৰি, সংগীত শুনি, নতুন নতুন সুস্বাদো আহাৰ ৰান্ধি।☆

# কৃষ্ণা ডেকাৰজা

আচৰণত তেওঁ নম্ৰ, ভদ্ৰ, অমায়িক। কিন্তু কৰ্টত প্ৰতিপক্ষৰ সন্মুখত হৈ উঠে তেওঁ দুৰন্ত। কঠিন প্ৰতিদ্বন্দ্বীৰ সন্মুখটো থিয় দিব পাৰে তীব্ৰ প্ৰত্যাহ্বান হৈ। সেয়েহে ৰাষ্ট্ৰীয় বা আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত কৰা গ্ৰহণযোগ্য প্ৰদৰ্শনেৰে দেশৰ ক্ৰীড়াক্ষেত্ৰত চিনাকী নাম হৈ পৰিছে কৃষ্ণা ডেকাৰজা। শ্বাটলাৰ কৃষ্ণা ডেকাৰজা। হাতত বেডমিণ্টনৰ ৰেকেট লৈ তেওঁ অসম আৰু অসমীয়াৰ শক্তিক প্ৰতিনিধিত্ব কৰিছে আন্তঃৰাষ্ট্ৰীয় প্ৰেক্ষাপটত। গৌৰৱ কৰাৰ সুযোগ দিছে। ক্ৰীড়া অনুৰাগীক। অন্যান্য খেলুৱৈৰ লগতে ভাৰতৰ বেডমিণ্টন জগতৰ অন্যতম চাঞ্চল্য হায়দৰাবাদৰ তাৰকা চাইনা নেহৱালাক বিভিন্ন প্ৰতিযোগিতাত একাধিকবাৰ থমকিবলৈ বাধ্য কৰিছে অসম কন্যাই। কৃষ্ণা অসমৰ প্ৰাক্তন আন্তঃৰাষ্ট্ৰীয় ফুটবলাৰ স্বাধীন ডেকাৰজাৰ সন্তান। মাক মীনা ডেকাৰজা। তেওঁৰ ককায়েক বিপ্লৱ ডেকাৰজাও এজন ৰাষ্ট্ৰীয় পৰ্যায়ৰ বেডমিণ্টন খেলুৱৈ। এনে এখন ঘৰত সৰুৰে পৰাই স্বাভাৱিকতেই এক খেলা-ধূলাৰ পৰিৱেশ লাভ কৰিছিল কৃষ্ণাই। ক্ৰীড়াজগতত নিজক প্ৰতিষ্ঠা কৰাৰ বাবে দৃঢ়কৃত আঁকি ল'ব পাৰিছিল বৃহৎ



কৃষ্ণা ডেকাৰজা

১৯৮৬ চনত জন্ম হোৱা কৃষ্ণা ডেকাৰজাই ২০০৪ চনত ছাফ গেমছত ভাৰতীয় দলৰ হৈ বেডমিণ্টনত চেম্পিয়নশ্বিপ অৰ্জনৰ সূত্ৰে লাভ কৰে কেৰিয়াৰৰ প্ৰথমটো আন্তৰ্জাতিক খিতাপ। ডাচ্চ অ'পেন, জাৰ্মান অ'পেনৰ লগতে উবেৰ কাপটো প্ৰতিদ্বন্দ্বিতা আগবঢ়োৱাৰ সুযোগ লাভ কৰে খেলুৱৈগৰাকীয়ে।

সপোন। দৃঢ়তা আৰু প্ৰচণ্ড যুঁজাৰু মানসিকতাও পৰিয়াল সূত্ৰেই তেওঁ পোৱা বুলি ক'ব পাৰি। প্ৰায় ন বছৰ বয়সৰ পৰাই দুলীয়াজান অইল ক্লাবত বেডমিণ্টন খেলিবলৈ আৰম্ভ কৰে কৃষ্ণাই। ককায়েক বিপ্লৱৰ লগত প্ৰায়ে কণমানি ছোৱালীজনী ষ্টেডিয়ামলৈ গৈছিল। কৃষ্ণাৰ মাজত যেন কিবা এক অপাৰ সম্ভাৱনা দেখা পাইছিল প্ৰাক্তন বেডমিণ্টন খেলুৱৈ সুশান্ত বৰাই। তেওঁৱে বিশেষভাৱে বেডমিণ্টনৰ লগত জড়িত কৰিছিল কৃষ্ণাক। খেলুৱৈগৰাকীৰ প্ৰশিক্ষকৰ ভূমিকাত অৱতীৰ্ণ হৈ বেডমিণ্টনৰ সকলো কৌশলেই শিকাই দিবলৈ প্ৰয়াস কৰিছিল সুশান্ত বৰাই। ক্ৰমাৎ প্ৰতিদ্বন্দ্বিতাৰ ক্ষেত্ৰত নিজস্ব প্ৰতিভাৰ প্ৰমাণ দিবলৈ সক্ষম হৈছিল কৃষ্ণা ডেকাৰজাই। ৰাজ্যৰ পৰা দেশ, দেশৰ পৰা বিদেশলৈ হৈছিল তেওঁৰ প্ৰতিভাৰ বিস্তৃতি। বিশ্ব জুনিয়ৰ বেডমিণ্টন চেম্পিয়নশ্বিপৰ পৰা উবেৰ কাপলৈকে কৃষ্ণা গুৰুত্বপূৰ্ণ সদস্য হৈ পৰে ভাৰতীয় দলত।

১৯৯৭ চনত আন্তঃজিলা বেডমিণ্টন প্ৰতিযোগিতাত অংশ গ্ৰহণেৰে প্ৰথম ৰাজ্যিক ক্ষেত্ৰত ভুমুকি মাৰে এই প্ৰতিভাৱান খেলুৱৈগৰাকীয়ে। প্ৰতিদ্বন্দ্বিতামূলক ক্ষেত্ৰত প্ৰৱেশ কৰিয়ে একে বৰ্ষতে তেওঁ অংশ লয় গুৱাহাটীত অনুষ্ঠিত মিনি নেচনেল বেডমিণ্টন চেম্পিয়নশ্বিপত। অৰ্জন কৰে তৃতীয় স্থান। ১৯৯৮ আৰু ১৯৯৯ উভয় বৰ্ষতে ক্ৰমে বিশাখাপট্টম আৰু বিজয়বাড়াত হোৱা মিনি নেচনেল চেম্পিয়নশ্বিপত ছিংগলছৰ খিতাপ অৰ্জন কৰে কৃষ্ণাই। ২০০০ চনৰ পৰা ২০০৩ চনলৈকে ছাব- জুনিয়ৰ নেচনেল চেম্পিয়নশ্বিপত একক আধিপত্য অব্যাহত ৰাখি ছিংগলছত একেলেথাৰিয়ে খিতাপ অৰ্জন কৰে তেওঁ। স্বাভাৱিকতেই এগৰাকী অসমীয়া কিশোৰীৰ ৰাষ্ট্ৰীয় প্ৰেক্ষাপটত এয়া এক ঈৰ্ষণীয় সাফল্য। ২০০১ চনত জীৱনৰ প্ৰথমখন আন্তঃৰাষ্ট্ৰীয় প্ৰতিযোগিতা এছিয়ান জুনিয়ৰ বেডমিণ্টন চেম্পিয়নশ্বিপত অংশ লয় কৃষ্ণাই। প্ৰতিযোগিতা হৈছিল চাইনিজ টাইপেত। ২০০২ চনত তেওঁ অংশ লয় ডাচ্চ অ'পেন আৰু জাৰ্মান অ'পেনত। উভয় প্ৰতিযোগিতাতে তেওঁ আগুৱাই কোৱাৰ্টাৰ ফাইনেল পৰ্যন্ত। একে বৰ্ষতে এছিয়ান জুনিয়ৰ বেডমিণ্টন চেম্পিয়নশ্বিপত তৃতীয় স্থান অৰ্জন কৰা কৃষ্ণাই দক্ষিণ আফ্ৰিকাত অনুষ্ঠিত বিশ্ব জুনিয়ৰ বেডমিণ্টন প্ৰতিযোগিতাত ভাৰতক প্ৰতিনিধিত্ব কৰে। ২০০৩ চনত গুৱাহাটীত অনুষ্ঠিত ছিনিয়ৰ নেচনেল বেডমিণ্টন চেম্পিয়নশ্বিপত কোৱাৰ্টাৰ ফাইনেলত পৰাস্ত হয় কৃষ্ণা। একে বছৰতে তেওঁ ৱৰ্ল্ড একাডেমীৰ বেডমিণ্টন প্ৰতিযোগিতাত ভাৰতৰহৈ অংশ লয়। ২০০৩ চনত ডাচ্চ অ'পেনৰ কোৱাৰ্টাৰ ফাইনেল পৰ্যন্ত আগবঢ়া খেলুৱৈগৰাকীয়ে অংশ লয় জাৰ্মান অ'পেনতো। ২০০৪ চনত ছাফ গেমছত ভাৰতীয় দলৰ হৈ চেম্পিয়নশ্বিপ অৰ্জনৰ সূত্ৰে কৃষ্ণা ডেকাৰজাই লাভ কৰে কেৰিয়াৰৰ প্ৰথমটো আন্তৰ্জাতিক খিতাপ। একে বছৰতে এছিয়ান বেডমিণ্টন চেম্পিয়নশ্বিপৰ কোৱাৰ্টাৰ ফাইনেল পৰ্যন্ত অগ্ৰগতি

লাভ কৰে তেওঁ। ২০০৫চনত ছিনিয়ৰ নেচনেলত পেট্ৰ'লিয়াম দলক প্ৰতিনিধিত্ব কৰি ডাবলছত ৰাণাৰ্ছ আপৰ সন্মান অৰ্জন কৰে। ২০০৬ চনত জয়পুৰত হোৱা উবেৰ কাপত ফাইনেল পৰ্যন্ত অগ্ৰগতি লাভ কৰিও অৱশেষত থমকিবলৈ বাধ্য হয় এই দুৰন্ত শ্বাটলাৰগৰাকী। উবেৰ কাপত হাৰিলেও একে বৰ্ষতে শ্ৰীলংকাত অনুষ্ঠিত ছাফ গেমছত দলগতভাৱে বিজয়ীৰ সন্মান অৰ্জন কৰিবলৈ সক্ষম হয় কৃষ্ণাই। একেবৰ্ষতে তেওঁ বিজয়ীৰ সন্মান অৰ্জন কৰে জামছেদপুৰত অনুষ্ঠিত সৰ্বভাৰতীয় বেডমিণ্টন প্ৰতিযোগিতাত। ২০০৭ চনত সৰ্বভাৰতীয় ৰেংকিং বেডমিণ্টনৰ ছেমি ফাইনেলত অংশ লোৱাৰ সময়ত আঁঠুত আঘাত পোৱা খেলুৱৈগৰাকী অস্ত্ৰোপচাৰৰ সন্মুখীন হয়।



*দেউতাক স্বাধীন ডেকাৰজাৰ সৈতে কৃষ্ণা ডেকাৰজা*

১৯৮৬ চনত জন্ম হোৱা কৃষ্ণা ডেকাৰজায়ে কেৰিয়াৰত ভাৰতৰ কেবাগৰাকীও আগশাৰীৰ খেলুৱৈক পৰাস্ত কৰিবলৈ সক্ষম হৈছে। তেওঁলোকৰ ভিতৰত আছে বিশ্ব জুনিয়ৰ বেডমিণ্টনৰ ছেম্পিয়ন ছাইনা নেহৱাল। অৰ্পনা বালান, দিপ্তী পৰাঞ্জপে, এম ভি চৰিতাৰ দৰে শ্বাটলাৰৰ বিৰুদ্ধেও জয় অৰ্জন কৰিছে কৃষ্ণাই। অসমৰ এই খেলুৱৈগৰাকীক কেৰিয়াৰত আগবাঢ়ি যোৱাৰ পথত সদায়ে উৎসাহিত কৰি আহিছে পৰিয়াল, প্ৰশিক্ষক সুশান্ত বৰা আৰু ঘনিষ্ঠ বন্ধুবৰ্গই। ২০০৭ চনত অসমত হোৱা ৰাষ্ট্ৰীয় ক্ৰীড়াত আঘাতৰ বাবেই অংশ ল'ব নোৱাৰিলে এই তৰুণ প্ৰতিভাই। স্বৰাজ্যত হোৱা ক্ৰীড়া মহোৎসৱখনত অংশ ল'ব নোৱৰাৰ দুখবোধত স্বাভাৱিকতেই আক্ৰান্ত হৈছিল খেলুৱৈগৰাকী। গুৱাহাটী ৰাষ্ট্ৰীয় ক্ৰীড়াত তেওঁ অংশ ল'ব নোৱৰাৰ আক্ষেপ থাকি যাব জীৱনজুৰি। খেলাৰ লগতে পঢ়া আৰু চাকৰি (অইল ইণ্ডিয়া লিমিটত চাকৰি কৰে)ও সমানে চলাই যোৱা কৃষ্ণাই সুযোগ পালেই গান শুনে। তেওঁৰ প্ৰিয় খেলুৱৈ অপৰ্ণা পোপাট, গোপীচান্দ আৰু প্ৰশিক্ষক সুশান্ত বৰা। কৃষ্ণা হায়দৰাবাদৰ গোপীচান্দ একাডেমীত প্ৰশিক্ষণেৰে প্ৰশিক্ষিত। অসমৰ এই দুৰন্ত তৰুণীয়ে ৰোমন্থন কৰি ভাল পায় ২০০৩ চনত জুনিয়ৰ নেচনেল চেম্পিয়নশ্বিপ খিতাপ অৰ্জন কৰাৰ মুহূৰ্তৰ কথা। সেইবাৰ ছাইনা নেহৱালাক হৰুৱাই তেওঁ আজুৰি আনিছিল পৰম আকাংক্ষিত খিতাপটো। ধন্য কৰিছিল অসমৰ বেডমিণ্টন ক্ষেত্ৰক।☆

# অমিতাভ গোস্বামী



অমিতাভ গোস্বামী

অমিতাভ গোস্বামীযে কেৰিয়াৰৰ প্ৰথম আন্তৰ্জাতিক বেডমিণ্টন টুৰ্ণামেণ্টত অংশ লয় ১৯৯২ চনত। সেইবাৰ মালয়েছিয়া, ছিংগাপুৰ আৰু ইণ্ডোনেছিয়াত অনুষ্ঠিত এছিয়ান চাৰ্কিটত তেওঁ পুৰুষৰ ছিংগলছত ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰে।

ল'ৰাটোৰ বয়স তেতিয়া ১৩ বছৰ। বিভিন্ন খেলা-ধুলা কৰাৰ লগতে গুৱাহাটীত অনুষ্ঠিত প্ৰতিযোগিতাসমূহ চাই ফুৰে সি। এদিন অসম বেডমিণ্টনৰ এজন জ্যেষ্ঠ সদস্যৰ লগত সি গ'ল নেহৰু ষ্টেডিয়ামত জুনিয়ৰ নেচনেল বেডমিণ্টন চেম্পিয়নশ্বিপ চাবলৈ। খুব একান্ত মনেৰে সি খেল চাই ৰোমাঞ্চিত হৈ পৰিছিল। লগত আছিল সেই সময়ৰ অসম বেডমিণ্টনৰ সম্পাদক নৃপেন বৰুৱা। ল'ৰাটোৰ মনৰ কথা বুজিব পাৰি বৰুৱায়ে সেইদিনায়ে তাক ভৰ্তি কৰাই দিলে নেহৰু ষ্টেডিয়ামত বেডমিণ্টন খেলিবৰ বাবে। প্ৰতিভাৰ উমান পাই এসপ্তাহমানৰ পিছতে ল'ৰাজনক বিশেষ গুৰুত্ব দিব ধৰিলে প্ৰশিক্ষক প্ৰদীপ চলিহায়ো। খেল চাবলৈ আহি বেডমিণ্টনৰ প্ৰশিক্ষণত ভৰ্তি হোৱা ল'ৰাজনেই হ'ল অমিতাভ গোস্বামী। কেৰিয়াৰৰ প্ৰাৰম্ভিক অৱস্থাত অফুৰন্ত প্ৰতিভাৰ প্ৰমাণ দি জাতীয় দলকো প্ৰতিনিধিত্ব কৰাৰ সুযোগ পাইছিল এই শ্বাটলাৰজনে। কিন্তু লেথাৰি নিচিগা আঘাত প্ৰতিবন্ধক হৈ পৰিল অমিতাভৰ সন্মুখত। কেৰিয়াৰ সামৰিবলৈ বাধ্য হ'ল তেওঁ সময়তকৈ আগতেই। সুন্দৰ ফৰ্মত

থকা সময়তে জাতীয় দলৰ শিবিৰত থাকোতে লিগামেণ্টৰ আঘাতৰ সন্মুখীন হয় খেলুৱৈজন। ফলত ভাৰতীয় দলৰ হৈ তেওঁ থমাছ কাপত অংশ লোৱাৰ সুযোগ হেৰুৱালে। ইয়াৰ পিছত আক্ৰান্ত হ'ল তেওঁ টেনিছ এলবোৰ আঘাতত। অৱশেষত এক স্কুটাৰ দুৰ্ঘটনাত তেওঁ বেয়াকৈ আঘাত পালে। এই দুৰ্ঘটনাত খেলুৱৈজনে আঘাত পালে ভৰিৰ গোৰোহাতো। এই আঘাত অতিক্ৰমী ফৰ্মলৈ উভতি অহাৰ আৰু সম্ভৱ নহ'ল অমিতাভৰ বাবে।

১৯৮৭ চনত তেজপুৰত অনুষ্ঠিত আন্তঃজিলা বেডমিণ্টন প্ৰতিযোগিতাৰ যোগেদি কেৰিয়াৰৰ আৰম্ভণি ঘটাইছিল খেলুৱৈজনে। ৰাজ্যিক ভিত্তিত ১৯৮৭ আৰু ১৯৮৮ চনত দুবাৰকৈ তেওঁ ছাব- জুনিয়ৰ শাখাত অৰ্জন কৰিছিল চেম্পিয়নৰ খিতাপ। ১৯৮৯ চনত অসমৰ জুনিয়ৰ আৰু পুৰুষ বিভাগত মুঠ চাৰিটা খিতাপ অৰ্জনেৰে অনান্য কৃতিত্ব অৰ্জন কৰিছিল খেলুৱৈজনে। সেইবাৰ তেওঁ জুনিয়ৰ আৰু পুৰুষ দুয়োটা শাখাতে ছিংগলছৰ খিতাপ জয় কৰাৰ লগতে উভয় শাখাতে ডাবলছ বিভাগতো চেম্পিয়নশ্বিপ অৰ্জন কৰিছিল। ১৯৮৯ চনৰ পৰা ১৯৯৬-৯৭ চনলৈ অমিতাভে জয় কৰিছিল ৰাজ্যিক ভিত্তিত পুৰুষৰ ছিংগলছৰ খিতাপ। ১৯৮৯ চনৰ পৰা ১৯৯৫ চনলৈ তেওঁ অৰ্জন কৰিছিল পুৰুষৰ ডাবলছৰ চেম্পিয়নশ্বিপ। খেলুৱৈজনৰ কেৰিয়াৰৰ প্ৰথমখন ৰাষ্ট্ৰীয় পৰ্যায়ৰ প্ৰতিযোগিতা আছিল ১৯৮৭ চনত নাগপুৰত অনুষ্ঠিত নেচনেল চেম্পিয়নশ্বিপ। প্ৰতিযোগিতাখনৰ ছাব-জুনিয়ৰ শাখাত তেওঁ ছেমি ফাইনেল পৰ্যন্ত আগুৱাইছিল। ২০০৫ চন পৰ্যন্ত ৰাষ্ট্ৰীয় পৰ্যায়ৰ বিভিন্ন প্ৰতিযোগিতাত ভাগ ল'লেও খেলুৱৈজনে খিতাপ অৰ্জন কৰিবলৈ সক্ষম হোৱা নাছিল। ছিনিয়ৰ নেচনেল চেম্পিয়নশ্বিপত তেওঁৰ সৰ্বোচ্চ অগ্ৰগতি আছিল ছেমি ফাইনেল। অমিতাভে কেৰিয়াৰৰ প্ৰথম আন্তৰ্জাতিক টুৰ্ণামেণ্টত অংশ লয় ১৯৯২ চনত। সেইবাৰ মালয়েছিয়া, ছিংগাপুৰ আৰু ইণ্ডোনেছিয়াত অনুষ্ঠিত এছিয়ান চাৰ্কিটত পুৰুষৰ ছিংগলছত ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰে খেলুৱৈজনে। একেবৰ্ষতে তেওঁ ফ্ৰান্সত অনুষ্ঠিত টল'ছ অ'পেনতো প্ৰতিদ্বন্দ্বিতা আগবঢ়ায়। প্ৰতিযোগিতাখনত তৃতীয় স্থান অৰ্জনেৰে ব্ৰঞ্জৰ পদক লাভ কৰে অসমৰ এই খেলুৱৈজনে। ১৯৯৩ চনত তেওঁ অংশ লয় হংকং অ'পেনত। ছিংগাপুৰ অ'পেন আৰু থাইলেণ্ড অ'পেনত শ্বাটলাৰজনে প্ৰতিদ্বন্দ্বিতা আগবঢ়ায় ক্ৰমে ১৯৯৩ আৰু ১৯৯৬ চনত। ১৯৯৭ চনতো খেলুৱৈজনে ছিংগাপুৰ অ'পেনত অংশ লয়। ১৯৯৯ চনত অমিতাভে স্মাইলিং ফিছ এছিয়ান বেডমিণ্টন চেটেলাইট চাৰ্কিটত ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰে। প্ৰতিযোগিতাখন অনুষ্ঠিত হৈছিল থাইলেণ্ডত। একে বৰ্ষতে অষ্ট্ৰেলিয়ান ইণ্টাৰনেচনেল ট্ৰ্যাৰ মীটতো স্বদেশক প্ৰতিনিধিত্ব কৰে খেলুৱৈজনে।

দেশ-বিদেশৰ বিভিন্ন প্ৰতিযোগিতাত অংশ গ্ৰহণৰ গৌৰৱ অৰ্জন কৰা অমিতাভৰ সপোন আছিল কিন্তু অন্য এক পথেদিহে জীৱন গঢ়া। তেওঁ সপোন দেখিছিল পাইলট

হোৱাৰ। কিন্তু সেই সপোন তেওঁৰ পূৰণ নহ'ল। ৰাষ্ট্ৰীয় চেম্পিয়ন হোৱাৰ সপোন বাস্তৱায়িত কৰাৰ পৰাও দূৰত থমকি ৰ'ব লগা হ'য় তেওঁ।

১৯৭৪ চনৰ ২৯ জুলাইত নগাঁৱৰ চাপৰমুখত জন্ম হোৱা এই খেলুৱৈজনে খানাপাৰা কেন্দ্ৰীয় বিদ্যালয়ত স্কুলীয়া শিক্ষা আৰু বি বৰুৱা মহাবিদ্যালয়ত কলেজীয়া শিক্ষা গ্ৰহণ কৰিছিল। তেওঁৰ দেউতাকৰ নাম জগদীশ চন্দ্ৰ গোস্বামী আৰু মাক আভা গোস্বামী। ১৯৯৩ চনত অইল ইণ্ডিয়া চাকৰিত যোগদান কৰা অমিতাভ ২০০৭ চনত বিবাহপাশত আৱদ্ধ হয় তৰালী শৰ্মাৰ সৈতে। নতুন ঠাই ভ্ৰমণ কৰি ভাল পোৱা খেলুৱৈজনে কেৰিয়াৰত আগবাঢ়ি যোৱা বাবে বিশেষভাৱে কৃতজ্ঞতা প্ৰকাশ কৰে মাক-দেউতাক আৰু ভায়েকৰ প্ৰতি। কেৰিয়াৰত ভাৰতৰ তাৰকা খেলুৱৈ বিমল কুমাৰৰ দৰে শ্বাটলাৰকো পৰাস্ত কৰা অমিতাভে প্ৰতিদ্বন্দ্বিতা আগবঢ়াইছে বিশ্ব ক্ৰমৰ প্ৰাক্তন এক নম্বৰ খেলুৱৈ হাৰিয়াণ্টো আৰ্বিৰ দৰে প্ৰতিপক্ষৰ বিৰুদ্ধেও।☆

# অলি ডেকা



অলি ডেকা

১৯৮১ চনৰ ২৪ জানুৱাৰীত জন্ম হোৱা বেডমিন্টন খেলুৱৈ অলি ডেকাই প্ৰথমবাৰ বাবে ২০০১ চনত দেশক প্ৰতিনিধিত্ব কৰি এছিয়ান ছেটেলাইট বেডমিন্টন চেম্পিয়ন শ্বিপত মহিলাৰ ডাবলছত ৰূপৰ পদক লাভ কৰে। ২০০৬ চনৰ ছাফ গেমছত দলগত শাখাত তেওঁ অৰ্জন কৰে স্বৰ্ণ পদক।

সৰুতে খুবেই উৎপতীয়া আছিল ছোৱালীজনী। ইটো কৰে সিটো কৰে। ব্যতিব্যস্ত কৰি ৰাখে পৰিয়ালৰ মানুহক। চিন্তাই হয় মাক-দেউতাকৰ। এইজনীক কেনেকৈ নিয়ন্ত্ৰণ কৰিব পাৰি! অৱশেষত সিদ্ধান্ত লোৱা হ'ল খেলজগতৰ সৈতে ছোৱালীজনীক জড়িত কৰি দিয়াৰ। সাত বছৰ বয়সত তেওঁৰ হাতত তুলি দিয়া হ'ল বেডমিণ্টনৰ ৰেকেট। ন বছৰ বয়সত মোমায়েক জগদীশ দাসৰ উৎসাহত তেওঁক ভৰ্তি কৰাই দিয়া হ'ল নেহৰু ষ্টেডিয়ামৰ প্ৰশিক্ষণ কেন্দ্ৰত। ক্ৰমাগতভাৱে ছোৱালীজনী নিজস্ব প্ৰদৰ্শনেৰে চিনাকি নাম হৈ পৰিল অসমৰ বেডমিণ্টন ক্ষেত্ৰৰ বাবে। পৰিচিত হৈ পৰিল সকলোৰে বাবে শ্বাটলাৰ অলি ডেকা হিচাপে। অনিয়ন্ত্ৰিত অলি নিয়ন্ত্ৰিত হৈ পৰিল কৰ্টত। কিন্তু তেওঁ নিয়ন্ত্ৰণহীন কৰি তুলিবলৈ সক্ষম হ'ল প্ৰতিপক্ষক। ৰাজ্যিক আৰু ৰাষ্ট্ৰীয় প্ৰেক্ষাপটৰ লগতে অলিয়ে সফলতা লাভ কৰিলে আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰতো। স্বদেশক বহুকেইখন আন্তঃৰাষ্ট্ৰীয় প্ৰতিযোগিতাত প্ৰতিনিধিত্ব কৰাৰ সুযোগ পোৱা এই খেলুৱৈগৰাকীয়ে ২০০৬ ত কলম্বোত অনুষ্ঠিত ছাফ গেমছত দলগত শাখাত লাভ কৰিলে স্বৰ্ণ পদক। আগবাঢ়ি যোৱাৰ পথত

লাভ কৰা এই সফলতাত স্বাভাৱিকতেই অভিভূত অলি। ২০০৭ চন পৰ্যন্ত যোৱা সোতৰ বছৰত অসমক বিভিন্ন ৰাষ্ট্ৰীয় প্ৰতিযোগিতাত ছিংগলছ, ডাবলছ, মিক্স ডাবলছ আটাইকেইটা শাখাতে বিভিন্ন সময়ত প্ৰতিনিধিত্ব কৰি অহা খেলুৱৈগৰাকীয়ে ২০০১ চনৰ পৰা ২০০৭ চন পৰ্যন্ত একেলেথাৰিয়ে লাভ কৰিছে অভিৰুচি ক্ৰীড়া দিৱসৰ বঁটা।

ৰাজ্যিক ক্ষেত্ৰত অলিৰ প্ৰথম সাফল্য আছিল মিনি চেম্পিয়নশ্বিপত। ১৯৯১ চনত অনুৰ্ধ ১২ বছৰ শাখাত ছিংগলছ আৰু ডাবলছ উভয়তে চেম্পিয়নৰ সন্মান অৰ্জন কৰি তেওঁ লাভ কৰিছিল দ্বি-মুকুট। ১৯৯২ৰ পৰা ১৯৯৪ চন পৰ্যন্ত ছাব-জুনিয়ৰ (অনুৰ্ধ ১৫) শাখাতছিংগলছ আৰু ডাবলছ উভয়তে একেলেথাৰিয়ে লাভ কৰিছিল তেওঁ চেম্পিয়নশ্বিপ। '৯৩ আৰু '৯৪ত জুনিয়ৰ শাখাৰ দ্বিমুকুট লাভ কৰা অলিয়ে '৯৪ত লাভ কৰিলে ৰাজ্যৰ প্ৰথম ছিনিয়ৰ খিতাপ। তাকো ছিংগলছ-ডাবলছ উভয়তে। '৯৫ত জুনিয়ৰ শাখাত লাভ কৰিলে তেওঁ ত্ৰিমুকুট (ছিংগলছ, ডাবলছ, টিম ইভেন্ট)। বৰ্ষটোত ছিনিয়ৰ পৰ্যাযত ছিংগলছত ৰাণাৰ্ছ আপ হোৱাৰ বিপৰীতে ডাবলছত লাভ কৰিলে তেওঁ চেম্পিয়নৰ সন্মান। ১৯৯৬ চনত জুনিয়ৰ, ছিনিয়ৰ উভয় শাখাতে খিতাপ জয় কৰি দ্বি-মুকুট অৰ্জন কৰা অলিযে '৯৭ চনতো জুনিয়ৰ শাখাত লাভ কৰিলে দ্বিমুকুট। ১৯৯৮ চনত জুনিয়ৰ-ছিনিয়ৰ উভয় শাখতে ৰাণাৰ্ছ আপতে ক্ষান্ত থাকিব লগা হ'লেও ১৯৯৯ চনত ছিনিয়ৰ শাখাত ডাবলছত চেম্পিয়ন আৰু ছিংগলছত ৰাণাৰ্ছ আপৰ সন্মান অৰ্জন কৰে তেওঁ। ২০০০-২০০৪ চন সময়ছোৱাত ছিনিয়ৰ শাখাত একেলেথাৰিয়ে চাৰিবাৰ ডাবলছৰ সন্মান অৰ্জন কৰে অলিয়ে। সময়ছোৱাত তেওঁ এবাৰ ছিংগলছ আৰু তিনিবাৰ দলগত শাখাৰো খিতাপ জয় কৰে। কেৰিয়াৰত অসমৰ লগতে সমগ্ৰ উত্তৰ-পূবতে নিজৰ আধিপত্য বজাই ৰাখে অলিয়ে। ১৯৯৩ চনৰ পৰা ২০০৬ পৰ্যন্ত উত্তৰ-পূব ভিত্তিত অংশ লোৱা প্ৰতিযোগিতাত তেওঁ পাঁচবাৰ লাভ কৰে জুনিয়ৰ আৰু দলগত শাখাৰ চেম্পিয়ন সন্মান। দুবাৰ সন্মানিত হয় ডাবলছ শাখাৰ চেম্পিয়ন হিচাপে। সময়ছোৱাত উত্তৰ-পূব ভিত্তিত চাৰিবাৰ (ছিনিয়ৰ) ছিংগলছৰ খিতাপ জয় কৰে অলিয়ে। ডাবলছ আৰু দলগত শাখাৰ খিতাপ লাভ কৰে নবাৰকৈ।

উত্তৰ-পূবত এনে ঈৰ্ষণীয় সফলতা লাভ কৰা খেলুৱৈগৰাকী পিছপৰি নাথাকিল ৰাষ্ট্ৰীয় প্ৰেক্ষাপটটো। ১৯৯৬ চনত শ্বিলঙত অনুষ্ঠিত জুনিয়ৰ নেচনেল বেডমিণ্টন চেম্পিয়নশ্বিপত ৰূপৰ পদক লাভেৰে তেওঁ অৰ্জন কৰিলে ৰাষ্ট্ৰীয় পৰ্যায়ত প্ৰথম সফলতা। '৯৮ চনত পঞ্জাব নেচনেল গেমছত ছিংগলছত ৰাণাৰ্ছ আপৰ সন্মান জয়েৰে তেওঁৰ ৰাজ্যক দিলে ৰূপৰ পদক। সেই বছৰেই চেন্নাইত কৃষ্ণ খৈতান মেমৰিয়েল সৰ্বভাৰতীয় জুনিয়ৰ বেডমিণ্টনত ৰূপৰ পদক বিজয়ী অলিয়ে নেচনেল স্কুল গেমছত দলগত শাখাত লাভ কৰিলে স্বৰ্ণ পদক। '৯৯ চনত মণিপুৰত অনুষ্ঠিত নেচনেল গেমছত ডাবলছত

তেওঁ অৰ্জন কৰিছিল ব্ৰঞ্জৰ পদক। ২০০১ চনত প্ৰথম ইনফিনেয়ন সৰ্বভাৰতীয় ৰেংকিং টুৰ্ণামেণ্টত স্বৰ্ণ পদক বিজয়ী খেলুৱৈগৰাকীয়ে সেই বছৰে পি এছ চি বি টুৰ্ণামেণ্টত দলগত শাখাত ব্ৰঞ্জৰ পদক লাভ কৰে। ২০০৩ চনত মুম্বাইত অনুষ্ঠিত সৰ্বভাৰতীয় ৰেংকিং টুৰ্ণামেণ্টত মহিলাৰ ডাবলছত ৰাৰ্ণাছ্ আপৰ সন্মান লাভ কৰা অলিয়ে ২০০৪ চনত সৰ্ব ভাৰতীয় ৰেংকিং টুৰ্ণামেণ্ট আৰু ছিনিয়ৰ নেচনেল চেম্পিয়নশ্বিপত ক্ৰমে মহিলাৰ ডাবলছ আৰু দলগত শাখাত ৰাৰ্ণাছ্ আপৰ সন্মান লাভ কৰে। সেই বছৰ তেওঁৰ ৰেংকিঙৰ উত্তৰণ ঘটে তিনিলৈ। ইয়াৰ পিছৰ বছৰত অধিক সফলতা অপেক্ষা কৰি আছিল অলিৰ বাবে। মুম্বাইত অনুষ্ঠিত সৰ্বভাৰতীয় ৰেংকিং টুৰ্ণামেণ্টত মহিলাৰ ডাবলছৰ খিতাপ জয় কৰাৰ লগতে প্ৰতিযোগিতাখনৰ মিক্সড ডাবলছত তেওঁ ৰাৰ্ণাছ আপৰ সন্মান পায়। ছিনিয়ৰ নেচনেল আৰু ইণ্ডোৰৰ ৰেংকিং টুৰ্ণামেণ্টতো ৰাৰ্ণাছ্ আপ হয় তেওঁ। ৰেংকিঙৰ উত্তৰণ ঘটে দ্বিতীয় স্থানলৈ। ২০০৭ চনত স্বৰাজ্যত হোৱা ৰাষ্ট্ৰীয় ক্ৰীড়াত অলিয়ে অৰ্জন কৰিলে মহিলাৰ ডাবলছত ৰূপৰ পদক। অলিয়ে প্ৰথমবাৰ দেশক প্ৰতিনিধিত্ব কৰাৰ সুযোগ পাই ২০০১ চনত। বাংগালোৰত হোৱা এছিয়ান ছেটেলাইট বেডমিণ্টন চেম্পিয়নশ্বিপত মহিলাৰ ডাবলছত ৰূপৰ পদক জয়েৰে তেওঁ লাভ কৰে বিশেষ সফলতা। পিছৰ বছৰো প্ৰতিযোগিতাখনত তেওঁ দেশক প্ৰতিনিধিত্ব কৰে। ২০০৩ চনত আৰু ২০০৪ চনত ছৈয়দ মোডী ইণ্টাৰনেচনেল চেম্পিয়নশ্বিপত ছেমি ফাইনেল পৰ্যন্ত আগুৱা খেলুৱৈ গৰাকীয়ে ২০০৩ চনত এছিয়ান ছেটেলাইটতো দেশক প্ৰতিনিধিত্ব কৰে। ২০০৫ চনত তেওঁ অংশ লয় এছিয়া বেডমিণ্টন চেম্পিয়নশ্বিপত। কলম্বোত হোৱা ছাফ



গেমছত দলগত শাখাত স্বৰ্ণ পদক জয়েৰে ২০০৬ চনত শ্বাটলাৰগৰাকীয়ে অৰ্জন কৰিলে কেৰিয়াৰৰ বৃহত্তম সফলতা।

১৯৮১ চনৰ ২৪ জানুৱাৰীত জন্ম হোৱা অলিয়ে স্কুলীয়া শিক্ষা লৈছিল গুৱাহাটীৰ টি চি স্কুলত। বি বৰুৱা কলেজৰ পৰা লাভ কৰে তেওঁ স্নাতক ডিগ্ৰী। তেওঁৰ দেউতাক কামেশ্বৰ ডেকা আৰু মাক ভানু ডেকা। কেৰিয়াৰত আগবাঢ়ি যোৱাৰ বাবে তেওঁ কৃতজ্ঞতা প্ৰকাশ কৰে পৰিয়ালৰ লগতে প্ৰশিক্ষক প্ৰদীপ চলিহা, ৰূপ কুমাৰ বুঢ়াগোঁহাই আৰু বিপ্লব ভূএগৰ ওচৰত। ২০০০ চনৰ পৰা বাংগালোৰৰ 'ছাই'ত থকা খেলুৱৈগৰাকী বিশেষভাৱে কৃতজ্ঞ প্ৰশিক্ষক গাংগুলী প্ৰসাদৰ ওচৰতো। বাংগালোৰত হোৱা এছিয়ান ছেটেলাইট চেম্পিয়নশ্বিপত ছেমি ফাইনেলত ভাৰতৰ এক নম্বৰ যুটি জ্বালা গুট্টা আৰু শ্ৰুতি কুৰিয়েনক পৰাস্ত কৰি ফাইনেলত উপনীত হোৱাৰ স্মৃতি ৰোমন্থন কৰি আজিও ৰোমাঞ্চিত হৈ উঠে অলি। প্ৰতিযোগিতাখনত তেওঁৰ ডাবলছ সংগী আছিল বি আৰ মিনাক্ষী। ২০০১ চনত সৰ্বভাৰতীয় বেডমিণ্টন টুৰ্ণামেণ্টৰ ফাইনেলত তেওঁলোকে হৰুৱাইছিল মধুমিতা বিষ্ট আৰু পি ভি ভি লক্ষ্মীক। ২০০৫ চনত মণিপুৰত এক আন্তঃৰাজ্যিক প্ৰতিযোগিতাত অংশ ল'বলৈ যোৱাৰ পথত দুৰ্ঘটনাৰ সন্মুখীন হৈছিল অলিহঁতৰ গাড়ীখন। এই দুৰ্ঘটনাত তেওঁ গুৰুতৰভাৱে আঘাত পাই কঁকালত। আহি পৰে কেৰিয়াৰৰ সন্মুখত প্ৰতিবন্ধকতা। এই আঘাতৰ বাবেই থমাছ্ উবেৰ কাপত ভাৰতক প্ৰতিনিধিত্ব কৰাৰ সুযোগ হেৰুৱাৰ বাবে এতিয়াও আক্ষেপ প্ৰকাশ কৰে খেলুৱৈগৰাকীয়ে। ২০০০ চনত অইল ইণ্ডিয়াৰ চাকৰিত যোগদান কৰা অলিযে আজৰি সময়ত ভাল পাই গান শুনি, গান গাই। তাৰকা শ্বাটলাৰ অৰ্পণা পোপাট অলিৰ ভাল বন্ধু। বেডমিণ্টন ক্ষেত্ৰত গাইডৰ দৰে অৰ্পণাই সহায় কৰি আহিছে অলিক। প্ৰয়োজনত এই অসম জীয়াৰীলৈ অৰ্পণাই আগবঢ়াইছে মেণ্টেল চাৰ্পটো।☆

# বিবাৰী বসুমতাৰী



বিবাৰী বসুমতাৰী

বেডমিণ্টন খেলুৱৈ বিবাৰী বসুমতাৰীয়ে দেশক প্ৰতিনিধিত্ব কৰে ২০০১ চনত এছিয়ান স্কুল বেডমিণ্টন চেম্পিয়নশ্বিপত। একে বছৰতে তেওঁ অংশ লয় বাংগালোৰত হোৱা এছিয়ান ছেটেলাইট বেডমিণ্টন চেম্পিয়নশ্বিপত। ৰাষ্ট্ৰীয় পৰ্যায়ত জুনিয়ৰ শখাত তেওঁ সুন্দৰ প্ৰদৰ্শন দাঙি ধৰিছে।

বিবাৰী তেতিয়া পঞ্চম শ্ৰেণীৰ ছাত্ৰী। ঘৰতে আজৰি সময়ত বেডমিণ্টন খেলে দেউতাকৰ লগত। চঞ্চল হৈ দৌৰি ফুৰে ইফালৰ পৰা সিফাললৈ। দেউতাকে তেওঁক এদিন লৈ গ'ল নেহৰু ষ্টেডিয়ামৰ কনকলতা ইনড'ৰ ষ্টেডিয়ামত বেডমিণ্টন খেল চাবলৈ। খেল চাই বিবাৰীয়ে খুবেই ভাল পালে। পিছদিনাই দেউতাকৰ উদ্যোগত ছোৱালীজনী ভৰ্তি হ'ল কনকলতা ইনড'ৰ ষ্টেডিয়ামৰ বেডমিণ্টন প্ৰশিক্ষণত। পিতৃৰ আঙুলিত ধৰি বেডমিণ্টন ক্ষেত্ৰৰ সৈতে জড়িত হৈ পৰা ছোৱালীজনী এতিয়া সকলোৰে মাজত পৰিচিত বিবাৰী বসুমতাৰী হিচাপে। ৰাজ্যৰ লগতে ৰাষ্ট্ৰীয় প্ৰেক্ষাপটত তেওঁ আগবঢ়াইছে সুন্দৰ প্ৰদৰ্শন। এনে সফলতাৰ সুবাদত স্বদেশক প্ৰতিনিধিত্ব কৰাৰ সুযোগ পাইছে আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰটো।

ৰাজ্যিক পৰ্যায়ত বিবাৰীয়ে প্ৰথমটো সফলতা লাভ কৰে ১৯৯৫ চনত। সেইবাৰ গুৱাহাটীত হোৱা আন্তঃজিলা বেডমিণ্টন প্ৰতিযোগিতাত তেওঁ অৰ্জন কৰে মিনি গাৰ্লছ শাখাত ডাবলছৰ খিতাপ। ১৯৯৬ চনত আন্তঃজিলা প্ৰতিযোগিতাত একে শাখাত তেওঁ ছিংগলছত বিজয়ী আৰু ডাবলছত ৰাৰ্ণাছ আপৰ

সন্মান অৰ্জন কৰে। ১৯৯৭চনত শিৱসাগৰত হোৱা সদৌ অসম মুকলি বেডমিণ্টন প্ৰতিযোগিতাত বিবাৰীয়ে ছাব-জুনিয়ৰ গাৰ্লছৰ ছিংগলছত ৰাৰ্ণাছ আপ, ডাবলছত বিজয়ী আৰু জুনিয়ৰ গাৰ্লছ ডাবলছ শাখাত ৰাৰ্ণাছ আপৰ সন্মান অৰ্জন কৰে। ইয়াৰ পিছৰ বৰ্ষত খেলুৱৈগৰাকীয়ে ছাব জুনিয়ৰ ছিংগলছ শাখাত এবাৰ বিজয়ী, এবাৰ ৰাৰ্ণাছ আপ আৰু জুনিয়ৰ শাখাত বিজয়ীৰ সন্মান অৰ্জন কৰে। ২০০৭ চন পৰ্যন্ত মাজত ২০০০ আৰু ২০০৫ চনতো বাদ দি ৰাজ্যত হোৱা প্ৰতিযোগিতাসমূহত কোনোবা নহয় কোনোবা এটা শাখাত সফলতা লাভ কৰিবলৈ সক্ষম হৈছেই খেলুৱৈগৰাকীয়ে। ২০০১ চনত সদৌ অসম ৰেংকিং অ'পেন টুৰ্ণামেণ্টত তেওঁ জুনিয়ৰ গাৰ্লছ ছিংগলছ আৰু মহিলাৰ ছিংগলছত বিজয়ীৰ সন্মান অৰ্জন কৰে। ২০০২ চনত সদৌ অসম ৰেংকিং টুৰ্ণামেণ্টত বিবাৰীয়ে জুনিয়ৰ গাৰ্লছ ছিংগলছ আৰু মহিলাৰ ছিংগলছ আৰু ডাবলছ আটাইকেইটা শাখাতে খিতাপ জয় কৰে। ইয়াৰ পিছত ২০০৩, ২০০৪, ২০০৬, ২০০৭ চন পৰ্যন্ত ৰাজ্যিক ভিত্তিত মহিলাৰ ছিংগলছ শাখাত পাঁচবাৰ চেম্পিয়নশ্বিপ অৰ্জন কৰে খেলুৱৈগৰাকীয়ে। ২০০৭ চনত তেওঁ লাভ কৰে দ্বিমুকুট।

ৰাষ্ট্ৰীয় প্ৰেক্ষাপটত বিবাৰীয়ে প্ৰথমে সফলতা লাভ কৰিছিল ১৯৯৫চনত। সেইবাৰ কেৰালাৰ ত্ৰিচুৰত হোৱা মিনি এগু ছাব জুনিয়ৰ বেডমিণ্টন চেম্পিয়নশ্বিপত তেওঁ মিনি গাৰ্লছ ডাবলছ শাখাত বিজয়ীৰ সন্মান অৰ্জন কৰে। ১৯৯৮ চনত নেচনেল স্কুল গেমছৰ অনূৰ্ধ্ব ১৪ বছৰ শাখাত ছোৱালীৰ ছিংগলছ আৰু দলগত শাখাত বিজয়ীৰ সন্মান অৰ্জন কৰা খেলুৱৈগৰাকীয়ে উত্তৰ-পূব মাণ্ডলিক আন্তঃৰাজ্যিক বেডমিণ্টন চেম্পিনশ্বিপত জুনিয়ৰ গাৰ্লছ ছিংগলছত বিজয়ী আৰু ডাবলছত ৰাৰ্ণাছ আপৰ সন্মান লাভ কৰে। ৯৯' চনত মণিপুৰত হোৱা ৰাষ্ট্ৰীয় ক্ৰীড়াত তেওঁ লাভ কৰে মহিলাৰ দলগত শাখাত ব্ৰঞ্জৰ পদক। ২০০০ চনত জুনিয়ৰ নেচনেল বেডমিণ্টন চেম্পিয়নশ্বিপত তেওঁ মিক্সড ডাবলছ শাখাত চেম্পিয়ন হয়। গুজৰাটত ২০০১ চনত হোৱা নেচনেল স্কুল গেমছত অনূৰ্ধ্ব ১৯ বছৰ ছোৱালীৰ ছিংগলছ শাখাত ৰাৰ্ণাছ আপ হোৱা শ্বাটলাৰগৰাকীয়ে একে বছৰতে এছিয়ান বেডমিণ্টন চেম্পিয়নশ্বিপ আৰু এছিয়ান স্কুল গেমছৰ বাবে ক্ৰমে থানে আৰু চণ্ডিগড়ত হোৱা নেচনেল ক'ছিং কেম্পলৈ আমন্ত্ৰণ লাভ কৰে। ২০০১ চনত বিবাৰীয়ে লাভ কৰে কেইবাটাও সফলতা। নেচনেল স্কুল গেমছত অনূৰ্ধ্ব ১৯ ছোৱালী আৰু দলগত শাখাত চেম্পিয়নৰ সন্মান অৰ্জন কৰা খেলুৱৈগৰাকীয়ে কৃষ্ণা খৈতান মেম'ৰিয়েল সৰ্বভাৰতীয় জুনিয়ৰ ৰেংকিং প্ৰতিযোগিতাত অনূৰ্ধ্ব ১৯ ছোৱালীৰ ডাবলছ শাখাত বিজয়ী আৰু মিক্সড ডাবলছত ৰাৰ্ণাছ আপৰ সন্মান লাভ কৰে। উত্তৰ-পূব মণ্ডল আন্তঃৰাজ্যিক বেডমিণ্টন চেম্পিয়নশ্বিপত জুনিয়ৰ আৰু ছিনিয়ৰ দলগত শাখাত, মহিলাৰ ছিংগলছ

আৰু ডাবলছত খিতাপ জয় কৰে তেওঁ। জুনিয়ৰ নেচনেল বেডমিণ্টন চেম্পিয়নশ্বিপৰ ছোৱালীৰ দলগত শাখাত খিতাপ জয়ী খেলুৱৈগৰাকীয়ে হায়দৰাবাদ ৰাষ্ট্ৰীয় ক্ৰীড়াত মহিলাৰ দলগত শাখাত লাভ কৰে ব্ৰঞ্জৰ পদক। ২০০৩ চনত উত্তৰ-পূব আন্তঃৰাজ্যিক বেডমিণ্টন চেম্পিয়নশ্বিপত মহিলাৰ ছিংগলছ, ডাবলছ আৰু দলগত তিনিওটা শাখাতে চেম্পিয়ন হয় বিবাৰী। ২০০৪ চনত অল ইণ্ডিয়া ছাই ইণ্টাৰ ৰিজিঅ'নেল বেডমিণ্টন টুৰ্ণামেণ্টত ছোৱালীৰ অনুৰ্দ্ধ ২১ বছৰ শাখাত ছিংগলছ খিতাপ জয় কৰা খাটশ্লাগৰাকীয়ে ২০০৫চনত সৰ্ব ভাৰতীয় ছিনিয়ৰ মেজৰ ৰেংকিং বেডমিণ্টন টুৰ্ণামেণ্টত মহিলাৰ ডাবলছত ৰাৰ্ণাছ আপৰ সন্মান অৰ্জন কৰে। স্বৰাজ্যত ২০০৭ চনত হোৱা ৩৩ সংখ্যক ৰাষ্ট্ৰীয় ক্ৰীড়াত মহিলাৰ ডাবলছ শাখাত ৰূপৰ পদক জয় কৰে বিবাৰীয়ে।

অসমৰ এই প্ৰতিভাবান খেলুৱৈগৰাকীয়ে আন্তঃৰাষ্ট্ৰীয় প্ৰতিযোগিতাত প্ৰথম অংশ লোৱা সুযোগ পায় ২০০১ চনত। সেইবাৰ তেওঁ ভাৰতক প্ৰতিনিধিত্ব কৰে এছিয়ান স্কুল বেডমিণ্টন চেম্পিয়নশ্বিপত। একে বছৰতে তেওঁ অংশ লয় বাংগালোৰত হোৱা এছিয়ান ছেটেলাইট বেডমিণ্টন চেম্পিয়নশ্বিপত। ২০০৫ চনত নতুন দিল্লীত অনুষ্ঠিত এছিয়ান ছেটেলাইট বেডমিণ্টন চেম্পিয়নশ্বিপত মহিলাৰ ছিংগলছত কোৱাৰ্টাৰ ফাইনে পৰ্যন্ত অগ্ৰগতি লাভ কৰে বিবাৰীয়ে। পৰৱৰ্তী বৰ্ষত তেওঁ ভাৰতক প্ৰতিনিধিত্ব কৰে মুম্বাইত হোৱা ইণ্ডিয়া ইণ্টাৰনেচনেল বেডমিণ্টন চেম্পিয়নশ্বিপত। গৃহ চহৰ গুৱাহাটীত ২০০৭ চনত বিবাৰীয়ে ভাৰতক প্ৰতিনিধিত্ব কৰে ইণ্টাৰনেচনেল ছেলেঞ্জ কাপত।

১৯৮৩ চনৰ ২৩ ডিচেম্বৰত গুৱাহাটীত জন্ম হোৱা বিবাৰী বসুমতাৰীৰ দেউতাক ৰাজেন বসুমতাৰী আৰু মাক পাজাতি বসুমতাৰী। ছেইণ্ট মেৰিজত স্কুলীয়া শিক্ষা লাভ কৰা খেলুৱৈগৰাকী ইংৰাজী সাহিত্যৰ স্নাতক। তেওঁৰ আগবাঢ়ি যোৱাৰ পথত ল'ৰালিৰ পৰা এতিয়ালৈকে দেউতাকে বিভিন্ন ধৰণে উৎসাহিত কৰি আহিছে। প্ৰয়োজনত মেণ্টেল ছাৰ্পটো দিছে দেউতাকে। গুৱাহাটীত হোৱা ছিনিয়ৰ নেচনেলছত এবাৰ দেশৰ আগশাৰীৰ খেলুৱৈ জ্বালা গুট্টাক ১১-৯, ১১-৯ ব্যৱধানত হৰুৱাই দিছিল বিবাৰীয়ে। জ্বালা গুট্টাৰ বিৰুদ্ধে লাভ কৰা সফলতা তেওঁৰ জীৱনৰ স্মৰণীয় মুহূৰ্ত হিচাপে চিহ্নিত হৈ ৰৈছে। বিভিন্ন ধৰণৰ গ্ৰন্থ পঢ়ি আৰু গান শুনি ভাল পোৱা খেলুৱৈগৰাকীৰ সপোন ছিনিয়ৰ নেচনেল চেম্পিয়নশ্বিপৰ খিতাপ জয় কৰা। অধিক আগশাৰীৰ প্ৰতিযোগিতাত আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত তেওঁ স্বদেশক প্ৰতিনিধিত্ব কৰিব বিচাৰে। অসমত ৰূপ বুঢ়াগোহাঁই, বিপ্লৱ মজুমদাৰ আদিৰ অধীনত প্ৰশিক্ষণ লোৱা বিবাৰী ২০০৪ চনৰ পৰা চাৰি বছৰ বাংগালোৰৰ ছাই কেন্দ্ৰত শিক্ষাৰ্থী হিচাপে আছিল। সেই সময়ত প্ৰশিক্ষক গাংগুলী প্ৰসাদৰ অধীনত তেওঁ খেলৰ কলাকৌশল যথেষ্ট উন্নত কৰিবলৈ সক্ষম হয়। ✰

**সংযোজন ঃ** ২০০৮ চনত নেপাল ইণ্টাৰনেচনেল ছিৰিজত বিবাৰীয়ে ছিংগলছত স্বৰ্ণ পদক অৰ্জন কৰে।

# অবন্তিকা ডেকা

দুলীয়াজানৰ ছোৱালী অবন্তিকা ডেকা। শৈশৱতেই বেডমিণ্টনৰ লগত জড়িত হৈ পৰা খেলুৱৈগৰাকীয়ে ক্ৰীড়া ক্ষেত্ৰত লাভ কৰিছে ক্ৰমাগত সফলতাও। ৰাজ্যিক পৰ্যায়ত তেওঁ অনূৰ্ধ্ব ১৩, ১৬ আৰু ১৯ বছৰ শাখাত ছিংগলছ আৰু ডাবলছ উভয় বিভাগতে অৰ্জন কৰিছে চেম্পিয়নৰ সন্মান। মহিলাৰ ছিংগলছত তেওঁ লাভ কৰিছে চেম্পিয়নশ্বিপ। ৰাষ্ট্ৰীয় পৰ্যায়ত অবন্তিকাই অনূৰ্ধ্ব ১৩ বছৰৰ ডাবলছ শাখাত বিজয়ীৰ সন্মান অৰ্জন কৰাৰ লগতে অনূৰ্ধ্ব ১৬বছৰ ডাবলছ শাখাত লাভ কৰিছে ৰাৰ্ণাছ আপৰ সন্মান। অবন্তিকাই সৰুতে খেলা-ধূলাৰ পৰিৱেশ লাভ কৰিছিল ঘৰতে। তেওঁৰ দেউতাক দ্বিজেন ডেকা নিজে এজন খেলুৱৈ। নিজস্ব সময়ত ৰাজ্যক ফুটবল, ভলীবল, এথলেটিকছ আদিত প্ৰতিনিধিত্ব কৰা ডেকাই এছিয়া আৰু বিশ্ব মাষ্টাৰ এথলেটিকছত ভাৰতক প্ৰতিনিধিত্ব কৰি সফলতা লাভ কৰিবলৈ সক্ষম হৈছে। সৰুতে দেউতাকে দুলীয়াজানৰ নেহৰু ময়দানলৈ লৈ গৈছিল অবন্তিকাক। এনেদৰে তেওঁ সংস্পৰ্শলৈ আহিছিল খেলা-ধূলা জগতখনৰ। মাক দীপা



অবন্তিকা ডেকা

১৯৮৭ চনত দুলীয়াজানত জন্ম হোৱা বেডমিণ্টন খেলুৱৈ অবন্তিকা ডেকাই ২০০৫ চনত জাকাৰ্টাত অনুষ্ঠিত জুনিয়ৰ এছিয়ান বেডমিণ্টন চেম্পিয়নশ্বিপত ভাৰতক প্ৰতিনিধিত্ব কৰে। খেলুৱৈগৰাকীয়ে ২০০৬ চনত অংশ লয় এছিয়ান ইণ্টাৰনেচনেল ছেটেলাইট বেডমিণ্টন চেম্পিয়নশ্বিপত।

ডেকায়ো তেওঁক সদায়ে উৎসাহিত কৰি আহিছে। অবন্তিকাই প্ৰাৰম্ভিক প্ৰশিক্ষণ লাভ কৰে অসমৰ আন্তঃৰাষ্ট্ৰীয় খেলুৱৈ সুশান্ত বৰাৰ অধীনত।

১৯৯৯ চনত ৰাষ্ট্ৰীয় স্কুল গেমছ আৰু উত্তৰ-পূব আন্তঃৰাজ্যিক বেডমিণ্টন চেম্পিয়নশ্বিপত সফলতা লাভ কৰা খেলুৱৈগৰাকীয়ে একে বছৰতে ৰাষ্ট্ৰীয় ছাব জুনিয়ৰ প্ৰতিযোগিতাত লাভ কৰিছিল ৰাৰ্ণাছ আপৰ সন্মান। ২০০০ত তেওঁ মিনি অল ইণ্ডিয়া প্ৰাইজমানি ৰেংকিং বেডমিণ্টন চেম্পিয়নশ্বিপত অনুৰ্ধ্ব ১৬ বছৰ শাখাত ৰাৰ্ণাছ আপ হয়। স্কুল গেমছত ছোৱালীৰ অনুৰ্ধ্ব ১৭ বছৰ শাখাত তেওঁ লাভ কৰে প্ৰথম স্থান। ২০০২ চনত অবন্তিকাই উত্তৰ-পূব মণ্ডলৰ বাবে আয়োজিত তপন দত্ত সোঁৱৰণী ব্যক্তিগত বেডমিণ্টন চেম্পিয়নশ্বিপত জুনিয়ৰ ছোৱালীৰ শাখাৰ ছিংগলছত তেওঁ চেম্পিয়নৰ সন্মান অৰ্জন কৰে। সেই বছৰ তেওঁ জুনিয়ৰ নেচনেল বেডমিণ্টন চেম্পিয়নশ্বিপতো প্ৰথম স্থান অৰ্জন কৰে। ৰাষ্ট্ৰীয় স্কুল গেমছৰ অনুৰ্ধ্ব ১৯ বছৰ ছোৱালীৰ শাখাত চেম্পিয়নৰ সন্মান লাভ কৰা অসমৰ এই খেলুৱৈগৰাকীয়ে হায়দৰাবাদত অনুষ্ঠিত ৩২ তম্ ৰাষ্ট্ৰীয় ক্ৰীড়াত স্বৰাজ্যক প্ৰতিনিধিত্ব কৰি মহিলাৰ দলগত শাখাত লাভ কৰে ব্ৰ'ঞ্জৰ পদক। সৰ্বভাৰতীয় জুনিয়ৰ ৰেংকিং প্ৰতিযোগিতাত অনুৰ্ধ্ব ১৯ বছৰ শাখাত ২০০৩ চনত তেওঁ দ্বিতীয় স্থান লাভ কৰে। সৰ্বভাৰতীয় প্ৰাইজমানি জুনিয়ৰ ৰেংকিং বেডমিণ্টনত অনুৰ্ধ্ব ১৬বছৰৰ ছিংগলছত তেওঁ চেম্পিয়ন হয়। ২০০৪ চনত তেওঁ উত্তৰ-পূব আন্তঃৰাজ্যিক বেডমিণ্টন চেম্পিয়নশ্বিপৰ জুনিয়ৰ ছোৱালীৰ শাখাত চেম্পিয়ন হয়। ২০০৫ চনত সৰ্বভাৰতীয় জুনিয়ৰ ৰেংকিং প্ৰতিযোগিতাত ছোৱালীৰ ডাবলছ শাখাত বিজয়ী হয় তেওঁ। ২০০৭ চনত অবন্তিকাই উত্তৰ-পূব মণ্ডল আন্তঃৰাজ্যিক বেডমিণ্টন চেম্পিয়নশ্বিপত মহিলাৰ ছিংগলছ আৰু দলগত উভয় শাখাত চেম্পিয়নশ্বিপ লাভ কৰে।

ৰাষ্ট্ৰীয় পৰ্যায়ত লাভ কৰা সফলতাৰে ভাৰতক আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত প্ৰতিনিধিত্ব কৰাৰো সুযোগ পাইছে অবন্তিকা ডেকাই। ২০০৫ চনত তেওঁ দেশক প্ৰতিনিধিত্ব কৰে জাকাৰ্টাত অনুষ্ঠিত জুনিয়ৰ এছিয়ান বেডমিণ্টন চেম্পিয়নশ্বিপত। একে বছৰতে তেওঁ শ্ৰীলংকা ছেটেলাইট বেডমিণ্টন চেম্পিয়নশ্বিপত ভাৰতক প্ৰতিনিধিত্ব কৰে। ২০০৬ চনত স্বদেশক প্ৰতিনিধিত্ব কৰাৰ তেওঁ আন এক সুযোগ পায়। সেই বছৰ ভাৰতত অনুষ্ঠিত এছিয়ান ইণ্টাৰনেচনেল ছেটেলাইট বেডমিণ্টন চেম্পিয়নশ্বিপত অংশ লয় খেলুৱৈগৰাকীয়ে। ২০০৭ চনত তেওঁ দেশক প্ৰতিনিধিত্ব কৰে গুৱাহাটীত অনুষ্ঠিত ইণ্ডিয়া ইণ্টাৰনেচনেল চেলেঞ্জ বেডমিণ্টন চেম্পিয়নশ্বিপত।

১৯৮৭ চনত দুলীয়াজানত জন্ম হোৱা অবন্তিকাক কেৰিয়াৰত আগবাঢ়ি যোৱাৰ ক্ষেত্ৰত উৎসাহিত কৰিছে বিভিন্ন জনে। এই ক্ষেত্ৰত তেওঁ বিশেষভাৱে উল্লেখ কৰে থমাছ জন,

প্ৰকাশ পাডুকন, বিমল কুমাৰ, সুশান্ত বৰা, ৰূপ বুঢ়াগোহাঁই, 'বলেনছাৰ' আদিৰ কথা। কেৰিয়াৰত বহু কঠিন প্ৰতিপক্ষৰ সন্মুখীন হ'লেও তেওঁৰ বাবে বিশেষভাৱে স্মৰণীয় হৈ ৰৈছে অনূৰ্ধ্ব ১৩ বছৰ ডাবলছ শাখাৰ খিতাপ জয়েৰে ৰাষ্ট্ৰীয় পৰ্যায়ত লাভ কৰা প্ৰথমটো সফলতাৰ কথা। বেডমিণ্টন ক্ষেত্ৰত আগবাঢ়ি যোৱাৰ বাটত বহুকেইজন প্ৰশিক্ষকে খেলুৱৈগৰাকীক সহায় আৰু উৎসাহ উদ্দীপনা আগবঢ়াইছে। এই ক্ষেত্ৰত অবন্তিকাই বিশেষভাৱে উল্লেখ কৰে থমাছ জনৰ কথা। বাংগালোৰৰ শ্ৰীভগৱান মহাবীৰ জৈন কলেজত কলেজীয়া শিক্ষা লোৱা খেলুৱৈগৰাকীয়ে আঘাতৰ বাবে ৰাষ্ট্ৰীয় পৰ্যায়ত মহিলাৰ ছিংগলছৰ খিতাপ জয় কৰিব নোৱাৰাৰ বাবে আক্ষেপ প্ৰকাশ কৰে। ৰন্ধা-বঢ়া আৰু অধ্যয়ন কৰি ভাল পোৱা অবন্তিকাৰ বন্ধু-বান্ধৱৰ লগত আড্ডা মৰাটোও আন এটা চখ। তেওঁ বৰ্তমান এয়াৰপৰ্ট অথ'ৰিটী অব ইণ্ডিয়াৰ কৰ্মচাৰী। ☆

# অঞ্জলি কলিতা

দেউতাকৰ আঙুলিত ধৰি নিচেই সৰুতে নেহৰু ষ্টেডিয়ামলৈ গৈছিল অঞ্জলি কলিতা। খেলা-ধূলাত আগ্ৰহ আছিল দেউতাকৰ। তেওঁৰেই জীয়ৰীক ভৰ্তি কৰিছিল নেহৰু ষ্টেডিয়ামৰ কনকলতা ইনড'ৰ হলত বেডমিণ্টন প্ৰশিক্ষণত। দ্বিতীয়-তৃতীয় শ্ৰেণীত থকাৰ পৰাই বেডমিণ্টন খেলিবলৈ লোৱা অঞ্জলিয়ে ৰাজ্যিক আৰু ৰাষ্ট্ৰীয় প্ৰেক্ষাপটত নিজস্ব প্ৰতিভাৰ প্ৰমাণ দিবলৈ সক্ষম হৈছে। তেওঁ ইতিমধ্যে সুযোগ পাইছে আন্তঃৰাষ্ট্ৰীয় প্ৰতিযোগিতাত ভাৰতক প্ৰতিনিধিত্ব কৰাৰো। ২০০৭ চনৰ আগষ্টত যোৰহাটত হোৱা সদৌ অসম ৰেংকিং বেডমিণ্টন প্ৰতিযোগিতাত মহিলাৰ ছিংগলছত ৰাৰ্ণাছ আপৰ সন্মান লাভ কৰা অঞ্জলিয়ে ডাবলছত বিজয়ীৰ সন্মান অৰ্জন কৰিছিল। একে বছৰতে দুলীয়াজানত হোৱা ৰেংকিং টুৰ্ণামেণ্টত তেওঁ মহিলাৰ ছিংগলছত চেম্পিয়নৰ সন্মান অৰ্জন কৰে। ডিব্ৰুগড়ত হোৱা ৰেংকিং টুৰ্ণামেণ্টটো খেলুৱৈসকলৰ মাজত মহিলাৰ ছিংগলছ খিতাপ অৰ্জন কৰে। ২০০৭ চনত গুৱাহাটীত অংশ লোৱা আন্তঃজিলা বেডমিণ্টন প্ৰতিযোগিতাত অঞ্জলিয়ে ডাবলছত চেম্পিয়ন আৰু মিক্সড ডাবলছত ৰাৰ্ণাছ আপৰ সন্মান লাভ কৰে।



অঞ্জলি কলিতা

১৯৮৭ চনৰ ১১ নবেম্বৰত গুৱাহাটীত জন্ম হোৱা অঞ্জলি কলিতাই দেশক প্ৰতিনিধিত্ব কৰাৰ সুযোগ পায় ২০০৭ চনত গুৱাহাটীত হোৱা ইণ্ডিয়ান ইণ্টাৰনেচনেল চেলেঞ্জ বেডমিণ্টন চেম্পিয়নশ্বিপত।

২০০৫ চনত গুৱাহাটীত অংশ লোৱা উত্তৰ-পূব ক্ৰীড়া মহোৎসৱত শ্বাটলাৰগৰাকীয়ে মহিলাৰ ডাবলছ্ অপেন ইভেণ্ট আৰু মহিলাৰ দলগত শাখাত খিতাপ জয় কৰাৰ লগতে মহিলাৰ ছিংগলছত লাভ কৰে ৰাৰ্ণাছ আপৰ সন্মান। ২০০৬ চনত অৰুণাচলৰ ইটানগৰত হোৱা উত্তৰ-পূব মুকলি বেডমিণ্টন চেম্পিয়নশ্বিপত অঞ্জলিয়ে অনুৰ্ধ্ব ১৯ ছোৱালীৰ শাখাত প্ৰথম আৰু মহিলাৰ ছিংগলছত দ্বিতীয় স্থান লাভ কৰে। ২০০৭ চনত আইজলত হোৱা উত্তৰ-পূব মণ্ডল আন্তঃ ৰাজ্যিক বেডমিণ্টন চেম্পিয়নশ্বিপত মহিলাৰ ডাবলছত খিতাপ জয় কৰা খেলুৱৈগৰাকী মহিলাৰ দলগত শাখাতো বিজয়ী হয়।

২০০৩ চনৰ পৰাই ৰাষ্ট্ৰীয় প্ৰেক্ষাপটত নিজস্ব প্ৰতিভাৰ প্ৰমাণ দিবলৈ সক্ষম হৈছে অঞ্জলি কলিতাই। সেই বছৰ চেন্নাইত হোৱা কৃষ্ণা খৈতান সৰ্বভাৰতীয় জুনিয়ৰ টুৰ্ণামেণ্টত ছোৱালীৰ অনুৰ্ধ্ব ১৬ বছৰ ডাবলছ্ শাখাত তেওঁ ৰাৰ্ণাছ আপৰ সন্মান লাভ কৰে। একে বছৰতে মুম্বাইত হোৱা সৰ্বভাৰতীয় জুনিয়ৰ বেডমিণ্টন মেজৰ ৰেংকিং টুৰ্ণামেণ্টত ছোৱালীৰ ছিংগলছত চেম্পিয়নৰ সন্মান লাভ কৰে। চুৰাটত হোৱা ৪৯ সংখ্যক নেচনেল স্কুল গেমছত অনুৰ্ধ্ব ১৯ ছোৱালীৰ দলগত শাখাত ব্ৰঞ্জৰ পদক লাভ কৰা খেলুৱৈগৰাকীয়ে ছোৱালীৰ ছিংগলছত ৰাৰ্ণাছ আপৰ সন্মান লাভ কৰে। ২০০৩ চনত তেওঁ জুনিয়ৰ নেচনেল বেডমিণ্টন চেম্পিয়নশ্বিপত অনুৰ্ধ্ব ১৯ ছোৱালীৰ দলগত শাখাত ৰাৰ্ণাছ আপ আৰু ছাব জুনিয়ৰ নেচনেল বেডমিণ্টন টুৰ্ণামেণ্টত ছোৱালীৰ অনুৰ্ধ্ব ১৬ বছৰ শাখাত ৰাৰ্ণাছ আপৰ সন্মান লাভ কৰে। ২০০৪ চনত অঞ্জলিয়ে হায়দৰাবাদত হোৱা ৫৯ সংখ্যক আন্তঃৰাজ্যিক আৰু ৬৮ সংখ্যক ছিনিয়ৰ নেচনেল বেডমিণ্টন চেম্পিয়নশ্বিপত মহিলাৰ শাখাত লাভ কৰে ৰাৰ্ণাছ আপৰ সন্মান। বাংগালোৰত হোৱা অল ইণ্ডিয়া ছাই ইণ্টাৰ ৰিজিঅ'নেল বেডমিণ্টন টুৰ্ণামেণ্টত অনুৰ্ধ্ব ১৬ বছৰ ছোৱালীৰ শাখাত অঞ্জলিয়ে লাভ কৰে চেম্পিয়নশ্বিপ। ২০০৫ চনত ৰাষ্ট্ৰীয় প্ৰেক্ষাপটত বিশেষ সফলতা লাভ কৰিব পৰা নাছিল খেলুৱৈগৰাকীয়ে। ২০০৭ চনত সৰ্বভাৰতীয় ছিনিয়ৰ ৰেংকিং বেডমিণ্টন প্ৰতিযোগিতাত কোৱাৰ্টাৰ ফাইনেল পৰ্যন্ত আগুওৱা খেলুৱৈগৰাকীয়ে গুৱাহাটীত হোৱা ৩৩ সংখ্যক ৰাষ্ট্ৰীয় ক্ৰীড়াত মহিলাৰ ছিংগলছত কোৱাৰ্টাৰ ফাইনেল পৰ্যন্ত অগ্ৰগতি লাভ কৰিছিল। ২০০৭ চনত গুৱাহাটীত অনুষ্ঠিত ইণ্ডিয়ান ইণ্টাৰনেচনেল চেলেঞ্জ বেডমিণ্টন চেম্পিয়নশ্বিপত অংশ গ্ৰহণেৰে প্ৰথমবাৰৰ বাবে দেশক প্ৰতিনিধিত্ব কৰাৰ সুযোগ পাই অঞ্জলিয়ে। প্ৰতিযোগিতাখনত মহিলাৰ ডাবলছত তেওঁ কোৱাৰ্টাৰ ফাইনেল পৰ্যন্ত অগ্ৰগতি লাভ কৰে।

১৯৮৭ চনৰ ১১ নৱেম্বৰত গুৱাহাটীত জন্ম হোৱা অঞ্জলি কলিতাৰ দেউতাক লোহিত চন্দ্ৰ কলিতা আৰু মাক ভাৰতী কলিতা। আজৰি সময়ত গান শুনি ভাল পোৱা



খেলুৱৈগৰাকীয়ে কলেজীয়া শিক্ষা গ্ৰহণ কৰে বি বৰুৱা কলেজত। কেৰিয়াৰত আগবাঢ়ি যোৱাত মাক-দেউতাকে সদায়ে তেওঁক উৎসাহিত কৰি আহিছে। এই ক্ষেত্ৰত তেওঁ উল্লেখ কৰে অলিম্পিয়ান দীপাংকৰ ভট্টাচাৰ্য আৰু অসম বেডমিণ্টন সন্থাৰ সম্পাদক ওমৰ ৰছিদৰ নাম। ২০০৫ চনত মণিপুৰলৈ এক বেডমিণ্টন প্ৰতিযোগিতাত অংশ ল'বলৈ যোৱাৰ সময়ত বাছ দুৰ্ঘটনাত বেয়াকৈ আঘাত পায় অঞ্জলিয়ে। এই আঘাতে প্ৰতিভাসম্পন্ন খেলুৱৈগৰাকীৰ কেৰিয়াৰত যথেষ্ট প্ৰতিবন্ধকতাৰ সৃষ্টি কৰে। কেৰিয়াৰৰ স্মৰণীয় যুঁজখনত তেওঁ অংশ লৈছিল ২০০৬ চনত কেৰালাৰ কালিকটত হোৱা ছাব-জুনিয়ৰ নেচনেল বেডমিণ্টন চেম্পিয়নশ্বিপত। তীব্ৰ প্ৰতিদ্বন্দ্বিতাৰ অন্তত প্ৰতিযোগিতাৰ ফাইনেলত তেওঁ পৰাস্ত হয় ছাইনা নেহৱালৰ বিৰুদ্ধে। সেই যুঁজখনৰ স্মৃতি এতিয়াও সজীৱ হৈ আছে অঞ্জলিৰ মনত। ☆

**সংযোজন ঃ** ২০০৮ চনত নেপাল ইণ্টাৰনেচনেল ছিৰিজত অঞ্জলিয়ে ডাবলছত ৰানাৰ্ছ আপৰ সন্মান লাভ কৰাৰ লগতে ২০০৯ চনৰ জুলাইত তেওঁ অংশ লয় নিউজিলেণ্ড অ'পেন গ্ৰাঁ পি বেডমিণ্টন টুৰ্নামেণ্টত।

# হিমাজ্যোতি গগৈ



হিমাজ্যোতি গগৈ

চাইক্লিষ্ট হিমাজ্যোতি গগৈৰ ঘৰ শিৱসাগৰৰ চেপাগুৰি খণ্ডীয়া গাঁৱত। তেওঁ জন্ম ১৯৮০ চনৰ ৩১ ডিচেম্বৰত। ২০০৫ চনত হিমাজ্যোতিয়ে প্ৰথম স্বদেশক আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত প্ৰতিনিধিত্ব কৰাৰ সুযোগ লাভ কৰে। লুধিয়ানাত হোৱা ২৫ তম এছিয়ান চাইক্লিং চেম্পিয়নশ্বিপত ভাৰতীয় দলৰ হৈ তেওঁ অংশ লয়।

অভাৱ বহুতেই। অভাৱ অৰ্থৰ, অভাৱ উপযুক্ত সা-সুবিধাৰ, অভাৱ প্ৰশিক্ষকৰো। কিন্তু এনে এক পৰিৱেশৰ মাজতো চাইক্লিং ক্ষেত্ৰত নিজকে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছে হিমাজ্যোতি গগৈৰ দৰে খেলুৱৈয়ে। ৰাজ্যিক অথবা ৰাষ্ট্ৰীয় পৰ্যায়ত লাভ কৰা সফলতাৰে তেওঁ আন্তৰ্জাতিক ক্ষেত্ৰত প্ৰতিনিধিত্ব কৰাৰ সুযোগ পাইছে স্বদেশকো। চিহ্নিত হৈছে ভাৰতৰ জাতীয় চাইক্লিং দলক প্ৰতিনিধিত্ব কৰা প্ৰথমগৰাকী অসমীয়া হিচাপে। হিমাজ্যোতিৰ ঘৰ শিৱসাগৰৰ চেপাগুৰি খণ্ডীয়া গাঁৱত। জন্ম ১৯৮০ চনৰ ৩১ ডিচেম্বৰত। দেউতাক ভোগেশ্বৰ গগৈ আৰু মাক পূৰ্ণ্য গগৈ। স্কুলৰ খেল মেমালিত দৌৰি, জঁপিয়াই ভাল পোৱা ছোৱালীজনী হঠাতে এদিন জড়িত হৈ পৰিছিল চাইক্লিঙৰ লগত। গড়গাঁৱৰ বালিঘাটত অভিৰুচি দিৱস হৈছিল সেইবাৰ। আয়োজন কৰা হৈছিল চাইক্লিং কম্পিটিচনৰো। নাজিৰা চাইক্লিং এছ'চিয়েচনৰ সম্পাদক অনিল মহন্তৰ উৎসাহত তেওঁ যোগ দিলে প্ৰতিযোগিতাত। অৱশ্যে নিজৰ নহয় আনৰ পৰা ধাৰ কৰি লোৱা চাইকেল এখনেৰেহে। অৰ্জন কৰিলে দ্বিতীয় স্থান, এনেদৰেই আৰম্ভ হৈছিল চাইক্লিষ্ট হিমাজ্যোতিৰ

কেৰিয়াৰৰ যাত্ৰা। পিছত তেওঁক ঘৰৰ পৰা ২০০০ টকা দামৰ এখন চাইকেল কিনি দিয়ে। বহুদিন চলালে সেই চাইকেলখন। পৰম উৎসাহেৰে। স্থানীয় পৰ্যায়ত প্ৰতিভাৰ প্ৰমাণ দিয়াৰ পিছত হিমাজ্যোতিয়ে নাজিৰাৰ হৈ অংশ লয় আন্তঃজিলা চাইক্লিং প্ৰতিযোগিতাত। এই টুৰ্ণামেণ্টত লাভ কৰা সফলতাৰেই খেলুৱৈগৰাকীয়ে ১৯৯৬ চনত প্ৰতিনিধিত্ব কৰাৰ সুযোগ পাই ৰাজ্যিক জুনিয়ৰ দলক। হায়দৰাবাদত অনুষ্ঠিত ২৭ তম জুনিয়ৰ আৰু ১৩তম ছাব-জুনিয়ৰ নেচনেল ট্ৰেক চাইক্লিং চেম্পিয়নশ্বিপত অনুৰ্দ্ধ ১৪ বছৰ শাখাত তেওঁ অৰ্জন কৰে তৃতীয় স্থান। ১৯৯৭ চনত কলকাতাত অনুষ্ঠিত দ্বিতীয় নেচনেল ৰ'ড চাইক্লিং চেম্পিয়নশ্বিপতো ৰাজ্যক প্ৰতিনিধিত্ব কৰে হিমাজ্যোতিয়ে। সেইবাৰ প্ৰতিযোগিতাখনত কোনো স্থান নাপালেও ১৯৯৮ চনত মিৰ্জাপুৰত হোৱা তৃতীয় নেচনেল ৰ'ড চাইক্লিং চেম্পিয়নশ্বিপত বিশ কিঃমিঃ মাছ ষ্টাৰ্টৰ অনুৰ্দ্ধ ১৬ বছৰ শাখাত চাইক্লিষ্ট গৰাকীয়ে অৰ্জন কৰে তৃতীয় স্থান। ১৯৯৮ চনত পাটিয়ালাত হোৱা জুনিয়ৰ নেচনেল ট্ৰেক চাইক্লিং চেম্পিয়নশ্বিপ আৰু ২০০৪ চনৰ হায়দৰাবাদত ছিনিয়ৰ নেচনেল ট্ৰেক চাইক্লিং চেম্পিয়নশ্বিপতো অংশ লয় তেওঁ। ২০০৫ চনত পুণেত হোৱা নেচনেল ৰ'ড চাইক্লিং চেম্পিয়নশ্বিপত পজিছন নাপালেও সুন্দৰ প্ৰতিদ্বন্দ্বিতা আগবঢ়াইছিল হিমাজ্যোতিয়ে। সেই বছৰে তেওঁ স্বদেশক আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত প্ৰতিনিধিত্ব কৰাৰ সুযোগ লাভ কৰে। লুধিয়ানাত হোৱা ২৫ তম এছিয়ান চাইক্লিং চেম্পিয়নশ্বিপত ভাৰতীয় দলৰ হৈ তেওঁ অংশ লয়। ২০০৬ চনত কুৰুক্ষেত্ৰত হোৱা নেচনেল ৰ'ড চাইক্লিং চেম্পিয়নশ্বিপত বিশ কিঃমিঃ ব্যক্তিগত টাইম ট্ৰায়েলত দ্বিতীয় স্থান অৰ্জন কৰে চাইক্লিষ্টগৰাকীয়ে। হিমাজ্যোতিৰ বাবে বিশেষ স্মৰণীয় হৈ ৰ'ল ৩৩ তম গুৱাহাটী ৰাষ্ট্ৰীয় ক্ৰীড়া। ঘৰুৱা দৰ্শকৰ প্ৰবল উৎসাহৰ সন্মুখত তেওঁ অৰ্জন কৰিলে তিনিটাকৈ পদক। ব্যক্তিগত শাখাত ৰূপ আৰু ব্ৰঞ্জৰ পদক লাভ কৰা খেলুৱৈগৰাকীয়ে টিম ইভেণ্টত অৰ্জন কৰিলে সোণৰ পদক। ৰাষ্ট্ৰীয় ক্ৰীড়াত সোণৰ পদক পাই ৰোমাঞ্চিত হৈ পৰিল হিমাজ্যোতি।

২০০১ চনত অসম পুলিচৰ চাকৰিত যোগ দিয়া চাইক্লিষ্টগৰাকী ২০০৭ চনত মনোৰঞ্জন কলিতাৰ লগত বিবাহ পাশত আবদ্ধ হয়। কেৰিয়াৰত অনবৰত উৎসাহ যোগাই অহা বাবে তেওঁ বিশেষভাৱে কৃতজ্ঞতা প্ৰকাশ কৰে মাক-দেউতাক আৰু অসম চাইক্লিং সন্থাৰ সম্পাদক যতীন বৰচেতিয়াৰ প্ৰতি। হিমাজ্যোতিৰ চখ বিহু নচাত। এসময়ত ২০০০ টকীয়া চাইকেলেৰে কেৰিয়াৰ আৰম্ভ কৰা খেলুৱৈগৰাকীক ৰাষ্ট্ৰীয় ক্ৰীড়াৰ সময়ত ৰাষ্ট্ৰীয় ক্ৰীড়া সচিবালয়ে দুখন চাইকেল দিছিল। এখনৰ দাম ২.৫ লাখ টকা। ইয়াৰ আগলৈকে কম দামী চাইকেল অথবা ৰাষ্ট্ৰীয় কেম্পৰ দৰে শিবিৰতো তেওঁ অনুশীলন চলাব লগা হৈছিল আৰ-তাৰ চাইকেল ধাৰ কৰিয়েই। ৰাষ্ট্ৰীয় ক্ৰীড়াৰ ভেল'ড্ৰম হোৱাৰ আগলৈকে

অসমত চাইক্লিঙৰ ট্ৰেকেই নাছিল। অনুশীলন চলাব পৰাকৈ পথবোৰো সিমান সুবিধাজনক নহয়। এগৰাকী খেলুৱৈয়ে উচ্চমান সম্পন্ন খাদ্যৰ বাবে খৰচ কৰিব লগে প্ৰচুৰ ধন। এখন চাইকেলৰ দাম লক্ষাধিক। উপযুক্ত ট্ৰেইনিঙৰ বাবে অভাব প্ৰশিক্ষকৰ। তথাপিও এনেবোৰ প্ৰতিকূলতা অতিক্ৰমী অসমৰ চাইক্লিং ক্ষেত্ৰক প্ৰতিনিধিত্ব কৰিছে হিমাজ্যোতিৰ দৰে ছোৱালীয়ে। জিলিকি উঠিবলৈ প্ৰয়াস চলাইছে আন্তৰ্জাতিক ক্ষেত্ৰতো। হিমাজ্যোতিৰ দৰে খেলুৱৈৰ সফলতাই হয়তো ক্ৰীড়া সংগঠনটোক উৎসাহিত কৰিব এই ইভেণ্টটোৰ প্ৰতি অধিক গুৰুত্ব দিবলৈ। অসমৰ চাইক্লিষ্টৰ বাবে সৃষ্টি হ'ব এক অনুকূল পৰিৱেশৰ।*



*২০০৫ চনত লুধিয়ানাত অনুষ্ঠিত এছিয়ান চাইক্লিং চেম্পিয়নশ্বিপত অংশ লোৱাৰ সময়ত হিমাজ্যোতি গগৈ (প্ৰথম শাৰীৰ বাওঁফালৰ পৰা দ্বিতীয় গৰাকী)*

# টি আও



ডাঃ টি আও

বাজ্যৰ প্ৰথমজন অলিম্পিয়ান ডাঃ টালিমেৰণ আও। তেওঁ ভাৰতীয় ফুটবল দলক নেতৃত্ব দিছিল ১৯৪৮ চনৰ লণ্ডন অলিম্পিকত। ১৯৫১ চনত ভাৰতীয় দলৰ অধিনায়ক হিচাপে ছিংগাপুৰ, মালয়েছিয়া আদি দেশ ভ্ৰমণ কৰে ফুটবলাৰজনে।

চন ১৯৪৮। স্থান লণ্ডন অলিম্পিক। প্ৰথমবাৰৰ বাবে বৃহৎ ক্ৰীড়া মহোৎসৱখনত অংশ লোৱাৰ সুযোগ পাইছে ভাৰতীয় ফুটবল দলে। উৎকণ্ঠাৰ চাপ স্পষ্ট প্ৰত্যেক খেলুৱৈৰ মুখত। প্ৰথম প্ৰতিদ্বন্দ্বীয়েই ফ্ৰান্স। বিশ্ব ফুটবলৰ অন্যতম শক্তি। এসময়ত আৰম্ভ হ'ল যুঁজ। খেলৰ অন্তত ফ্ৰান্সৰ পক্ষত ফলাফল ২-১। দুটাকৈ পেনাল্টি কাৰ্যকৰী কৰাত ব্যৰ্থ হোৱাৰ বাবেই প্ৰথম ৰাউণ্ডৰ পৰাই বিদায় ল'লে ভাৰতে। কিন্তু পৰাস্ত হ'লেও সেই মেচখনত দুৰ্দান্ত প্ৰদৰ্শনেৰে প্ৰতিপক্ষৰ মন জয় কৰিবলৈ সক্ষম হৈছিল এজন ভাৰতীয় খেলুৱৈয়ে। খালী ভৰিৰেই খেলপথাৰত নামি তেওঁ হতবাক কৰি দিছিল ফৰাচী শক্তিক। সেয়েহে খেলৰ অন্তত পৰম আশ্চৰ্যৰে ফ্ৰান্সৰ ফুটবলাৰে ভৰি চুই চাইছিল খেলুৱৈজনৰ। কিজানি তীখাই বন্ধা আছে বা! বিশ্বক বিমুগ্ধ কৰা এই খেলুৱৈজনেই আছিল লণ্ডন অলিম্পিকত অংশ লোৱা ভাৰতীয় ফুটবল দলটোৰ অধিনায়ক ডাঃ টালিমেৰণ আও। যিয়ে অলিম্পিকত ভাৰতৰ সেই পৰাজয়ক 'ট্ৰেজিক এক্সিডেণ্ট' হিচাপে আখ্যা দিছিল।

উত্তৰ-পূৰ্বাঞ্চলৰ প্ৰথমজন অলিম্পিয়ান ডাঃ টালিমেৰণ আও জনপ্ৰিয় টি আও নামেৰেহে।

অদমনীয় ফুটবল খেলেৰে অজস্ৰ ক্ৰীড়াপ্ৰেমীৰ মন জয় কৰিবলৈ সক্ষম হোৱা আওৰ জন্ম হৈছিল ১৯১৮ চনত নাগালেণ্ডৰ মোককচাঙৰ পৰা বিশ কিলোমিটাৰ আঁতৰৰ দুৰ্গম চাংকি গাঁৱত। সেই সময়ত নাগালেণ্ড আছিল অসমৰে অংগ। তেৰজনীয়া পৰিয়াল এটাৰ সন্তান টি আওৰ জীৱন বৰ্ণিল পৰিক্ৰমাৰে ভৰা। যিজন মানুহৰ পৰশত ৰোগীৰ মুখলৈ হাঁহি ঘুৰি আহিছিল সেই একেজন মানুহেই খেলপথাৰত প্ৰতিপক্ষৰ সন্মুখত ধৰা দিছিল কাল শত্ৰু ৰূপে। মোককচাঙৰ ইমপুৰ মিছন স্কুলত শিক্ষা জীৱন আৰম্ভ কৰা আওৱে ফুটবলৰ আদি পাঠ লৈছিল পাহাৰতেই। ইমপুৰ মিছন হাইস্কুলৰ পৰা আহি যোৰহাটৰ মিছন হাইস্কুলত হাইস্কুলীয়া শিক্ষা লোৱা খেলুৱৈজনে হাইস্কুল শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ হৈছিল ইয়াৰ পৰাই। ১৯৩৫ চনত তেওঁ নামভৰ্তি কৰে অসমৰ উচ্চ শিক্ষাৰ অন্যতম প্ৰতিষ্ঠান কটন কলেজত। দুচকুত তেতিয়া তেওঁৰ স্বপ্নৰ তিৰবিৰণি। ছয় ফুট দুই ইঞ্চি উচ্চতাৰ এথলেটিক ফিগাৰ। ফুটবল লগতে অন্যান্য খেলাতো তেওঁ প্ৰভাৱ বিস্তাৰ কৰিছে অনায়াসে। তিনি বছৰ ধৰি একেলেথাৰিয়ে তেওঁ লাভ কৰিছে কটন কলেজৰ শ্ৰেষ্ঠ এথলীটৰ খিতাপ। নগা যুৱকজনৰ এনে ক্ৰীড়া দক্ষতাত মুগ্ধ হৈ এদিন গুৱাহাটী মহাৰাণা এথলেটিকছ ক্লাবত খেলাৰ প্ৰস্তাৱ লৈ টি আওৰ ওচৰ চাপিছিল অনিমেষ গাংগুলী। আৰু এদিন মহাৰাণা ক্লাবৰ নিয়মীয়া সদস্য হৈ পৰিছিল টি আও। আৰম্ভ হৈছিল তেওঁৰ ফুটবল জীৱনৰ অন্য এক যাত্ৰাৰ। ১৯৪০ চনত আই এফ এ শ্বিল্ডত মহাৰাণাৰ হৈ মহমেদান স্পৰ্টিঙৰ বিৰুদ্ধে অংশ লোৱা খেলখনত কৰা প্ৰদৰ্শনেৰে তেওঁ সকলোৰে দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছিল। মহমেদানৰ বিৰুদ্ধে দলৰ প্ৰথম খেলখন ১-১ গ'লত ড্ৰ হৈছিল।



*ডিব্ৰুগড়ত অনুষ্ঠিত (১৯৮১-৮২ চন) খৰছিং ইংতি সৌৰৱণী ফুটবল প্ৰতিযোগিতাত উদ্বোধনী মেচত খেলুৱৈসকলক কৰমৰ্দন কৰা সময়ত ডাঃ টি আও*

কটন কলেজৰ পৰা ১৯৪০ চনত আই এছ চি পাছ কৰা টি আওৱে ১৯৪২ চনত চিকিৎসা বিজ্ঞান অধ্যয়ন কৰাৰ বাবে কলকাতালৈ যায়। ইয়াত তেওঁ ভৰ্তি হয় কাৰ্মাইকেল

মেডিকেল কলেজত। চিকিৎসা বিজ্ঞান পঢ়িবলৈ গ'লেও কিন্তু ফুটবলৰ সান্নিধ্যৰ পৰা আঁতৰি থাকিব নোৱাৰিছিল দুৰন্ত নগা তৰুণজন। ডাক্তৰ হোৱাৰ স্বপ্ন লৈ কলকাতালৈ যোৱা বৰ্ষতে তেওঁ যোগ দিয়ে মোহন বাগান ক্লাবত। ১৯৪২ চনৰ পৰা ১৯৫১ চনলৈ পৰ্যন্ত সুদীৰ্ঘ সময় তেওঁ স্বমহিমাৰে মুগ্ধ কৰি ৰাখে মোহন বাগানৰ সমৰ্থকক। দীঘল দীঘল শ্বটৰ অধিকাৰী তাৰকাজনে আধিপত্য বজায় ৰাখে চেণ্টাৰ হাফ পজিচনত। দলটোৰ হৈ তেওঁ আই এফ এ শ্বিল্ড জয় কৰে ১৯৪৭ আৰু ১৯৪৮ চনত। নিৰ্দিষ্ট সময়ত ক্লাবটোৰ হৈ ভাৰতৰ বিভিন্ন আগশাৰীৰ টুৰ্ণামেণ্টত অংশ লোৱা উত্তৰ-পূবৰ এই প্ৰতিভাধৰ ফুটবলাৰজনে ১৯৪৮-৪৯ চনত কান্ধ পাতি লৈছিল মোহন বাগানৰ নেতৃত্বৰ ভাৰ। উল্লেখ্য, লণ্ডন অলিম্পিকৰ লগতে গৌৰৱোজ্জ্বল কেৰিয়াত আন বহু কেইখনো আন্তৰ্জাতিক মেচত অংশ লৈছিল টি আওৱে। অলিম্পিকৰ পৰা উভতি আহোতে আফ্ৰিকা আৰু আমেৰিকাৰ কেবাটাও দলৰ বিৰুদ্ধে প্ৰদৰ্শনীমূলক মেচত অংশ লৈছিল তেওঁ। ইয়াৰোপৰি ১৯৪৩, ৪৪, ৪৫ আৰু ১৯৪৬ চনত ইউৰোপীয় একাদশৰ বিৰুদ্ধে ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰে খেলুৱৈজনে। ১৯৫১ চনত ভাৰতীয় দলৰ অধিনায়ক হিচাপে ছিংগাপুৰ, মালয়েছিয়া আদি দেশ ভ্ৰমণ কৰে তেওঁ।

১৯৫০ চনত এম বি বি এছ পৰীক্ষাত উত্তীৰ্ণ হোৱা টি আও হ'ল নাগালেণ্ডৰ প্ৰথমজন চিকিৎসক। ১৯৫২ চনত তেওঁ যোগদান কৰে অসম মেডিকেল কলেজৰ ৰেজিষ্ট্ৰাৰ হিচাপে। কিন্তু আওৰ দেউতাকে বিচাৰিছিল পুত্ৰই নাগালেণ্ডত থাকি নগাসকলৰ সেৱা কৰাটো। সেয়েহে এদিন তেওঁ যোগ দিলেহি কোহিমা চিকিৎসালয়ৰ এছিষ্টেণ্ট ছাৰ্জন হিচাপে। ১৯৬৮ চনত নাগালেণ্ডৰ স্বাস্থ্য বিভাগৰ সঞ্চালক হিচাপে অৱসৰ গ্ৰহণ কৰে। ১৯৫৫ চনত ডিকিমৰ সৈতে বৈবাহিক জীৱন আৰম্ভ কৰা ফুটবলাৰজনৰ প্ৰচেষ্টাতে গঠন হয় নাগালেণ্ড ৰাজ্যিক ফুটবল সন্থাৰ। নাগালেণ্ড পুলিচ দল গঠনৰ ক্ষেত্ৰতো আছিল তেওঁৰ বৰল অৱদান। উত্তৰ-পূবৰ এই মহান ফুটবলাকাৰাকীৰ মৃত্যু হয় ১৯৯৮ চনৰ তেৰ ছেপ্টেম্বৰত। টি আও নাথাকিলেও ফুটবল ক্ষেত্ৰলৈ তেওঁ আগবঢ়োৱা অৱদান শ্ৰদ্ধাৰে সুঁৱৰিব ক্ৰীড়াপ্ৰেমীয়ে।



*ডিমুত অনুষ্ঠিত (১৯৮১-৮২ চন) খবৰি ইৰ্ভি সোঁৱৰণী ফুটবল প্ৰতিযোগিতাত উদ্বোধনী খেলৰ আগমুহূৰ্তত ফুটবলাৰসকলৰ সৈতে ডাঃ টি আও (মাজৰ জন)*

(সাংবাদিক বিপুল বৰ্মনৰ 'উত্তৰ-পূৰ্বাঞ্চলৰ মহান অলিম্পিয়ানসকল' গ্ৰন্থৰ সহায়ত)

# টচেন বড়া



টচেন বড়া

টচেন বড়াৰ জন্ম হৈছিল ১৯৫০ চনৰ ফেব্ৰুৱাৰীত। ১৯৭২ চনত প্ৰথমবাৰৰ বাবে জাতীয় ফুটবল দললৈ আমন্ত্ৰণ লাভ কৰে অসমৰ এই ফুটবলাৰজনে। সেইবাৰ তেওঁ ৰেঙ্গুনত হোৱা প্ৰি-অলিম্পিক কোৱালিফায়াৰত প্ৰতিনিধিত্ব কৰে স্বদেশক।

নাহৰকটীয়াৰ ১ নং বৰবাম গাঁৱৰ বোকা-পানী খচকি ডাঙৰ হৈছিল ফুটবলাৰ টচেন বড়া। ইয়াতেই লৈছিল তেওঁ ফুটবলৰ আদি পাঠ। বল আয়ত্তৰ অসাধাৰণ ক্ষমতা, দজিং আৰু নিখুত পাছ দিয়াৰ অসীম দক্ষতাৰে অসমৰ ক্ৰীড়াক্ষেত্ৰত নিজকে এজন সুদক্ষ ফুটবলাৰ হিচাপে প্ৰতিষ্ঠা কৰিছিল এইজন দুৰ্ধৰ্ষ খেলুৱৈয়ে। এই ক্ৰীড়া প্ৰতিভাৰ বাবেই কেৰিয়াৰত দেশৰ আগশাৰীৰ কেইবাটাও ক্লাবত খেলাৰ বাবেও আমন্ত্ৰণ লাভ কৰিছিল টচেন বড়াই। সুযোগ পাইছিল তেওঁ জাতীয় দলৰ জাৰ্চী পিন্ধি খেলপথাৰত নমাৰো। দহ বছৰ বয়সৰ পৰা ফুটবল খেলিবলৈ আৰম্ভ কৰা নাহৰকটীয়াৰ এই সন্তানে কেৰিয়াৰৰ প্ৰথম প্ৰতিযোগিতাত অংশ লৈছিল ১৯৬৩ চনত উত্তৰ লখিমপুৰত অনুষ্ঠিত আন্তঃজিলা জুনিয়ৰ ফুটবল প্ৰতিযোগিতাত। তেতিয়া তেওঁৰ বয়স আছিল তেৰ বছৰ। সেই সময়ত জাৰ্মানীত প্ৰশিক্ষণপ্ৰাপ্ত প্ৰশিক্ষক, আন্তঃৰাষ্ট্ৰীয় গলৰক্ষক জি এম পাটিয়াসৰ অধীনত শিলচৰত অনুষ্ঠিত হৈছিল এটা এমহীয়া ফুটবল প্ৰশিক্ষণ শিবিৰ। অন্যান্য ৪৩ জন খেলুৱৈৰ লগতে সেই শিবিৰলৈ আমন্ত্ৰণ লাভ কৰিছিল টচেন বড়ায়ো। এই শিবিৰতে ফুটবলৰ বিভিন্ন জ্ঞান আয়ত্ত কৰি নিজকে এজন পূৰ্ণাংগ

খেলুৱৈ হিচাপে গঢ়ি তোলাৰ বাবে পথ প্ৰশস্ত হয় বড়াৰ। তেওঁৰ খেললৈ আহে প্ৰফেশ্যনেলিজিম। শিবিৰটোত টচেন বড়াক বিভিন্ন পজিছনত খেলাই সফলতা লাভ কৰিছিল প্ৰশিক্ষকে। এই শিবিৰেই যেন ইংগিত দিছিল অসমৰ খেলপথাৰত এজন দক্ষ ফুটবলাৰৰ আগমনৰ। এই খেলুৱৈজনে মাত্ৰ চৈধ্য বছৰ বয়সতে ১৯৬৪ চনত আন্তঃজিলা ছিনিয়ৰ ফুটবল প্ৰতিযোগিতাত আয়োজক দল ডিব্ৰুগড়ক প্ৰতিনিধিত্ব কৰাৰ সুযোগ পায়। একে বৰ্ষতে শ্বিলঙত অনুষ্ঠিত নেচনেল স্কুল ফুটবলত তেওঁ অসম দলক প্ৰতিনিধিত্ব কৰে সহঃ অধিনায়ক হিচাপে। ১৯৬৫, ১৯৬৬ আৰু ১৯৬৭ চনত তেওঁ অসম স্কুল আৰু ৰাজ্যিক জুনিয়ৰ দলৰ অধিনায়ক আছিল। ১৯৬৫ চনত অসমলৈ আহিছিল ছোভিয়েট দল। ভ্ৰমণকাৰী দলটোৰ বিৰুদ্ধে তেওঁ প্ৰতিদ্বন্দ্বিতাত নামে গুৱাহাটীত অসম একাদশৰ হৈ। কেৰিয়াৰত গুৱাহাটীৰ হৈ খেলি আন্তঃজিলা ফুটবল প্ৰতিযোগিতাত দুবাৰকৈ তেওঁ ৰাৰ্ণাছ আপ সন্মান অৰ্জন কৰিছিল। ১৯৬৯-১৯৭২ সময়ছোৱাত চাৰিবাৰ ৰাজ্যিক দলক প্ৰতিনিধিত্ব কৰি সন্তোষ ট্ৰফীত অংশ গ্ৰহণ কৰে টচেন বড়াই। ইয়াৰ ভিতৰত দুবাৰ তেওঁ আছিল অসম দলৰ অধিনায়কৰ দায়িত্বত। সন্তোষ ট্ৰফীত অসম দলক নেতৃত্ব দিয়াৰ সুযোগ পায়ো চেম্পিয়নৰ খিতাপ অৰ্জন কৰিব নোৱৰাৰ আক্ষেপ আজিও বৈ গ'ল বড়াৰ মনত। ১৯৭২ চনত প্ৰথমবাৰৰ বাবে জাতীয় দললৈ আমন্ত্ৰণ লাভ কৰে অসমৰ এই ফুটবলাৰজনে। সেইবাৰ তেওঁ ৰেঙ্গুণত হোৱা প্ৰি-অলিম্পিক কোৱালিফায়াৰত প্ৰতিনিধিত্ব কৰে স্বদেশক। ইয়াৰ পূৰ্বে জুনিয়ৰ আৰু ছিনিয়ৰ পৰ্যায়ত মুঠ ছবাৰ তেওঁ জাতীয় দলৰ ট্ৰায়েল কেম্পলৈ আমন্ত্ৰণ লাভ কৰিছিল। ১৯৭০ চনত ছোভিয়েট ৰাছিয়ালৈ যোৱা ভাৰতীয় দলত তেওঁ স্থান লাভ কৰিছিল যদিও গোৰোহাৰ আঘাতৰ বাবে তেওঁ ভ্ৰমণটোত অংশ ল'ব নোৱাৰিছিল। সেই বছৰে পশ্চিম জাৰ্মানীৰ পৰা অহা নেডাৰ জেকছন দলৰ বিৰুদ্ধে ফুটবলাৰ জনে অসম দলক নেতৃত্ব দিছিল। মেচখনত আলহী দলটোৰ বিৰুদ্ধে অসম পৰাস্ত হয় ৩-২ গ'লত।

অসামান্য ক্ৰীড়া প্ৰতিভাৰে অসমৰ ক্ৰীড়াপ্ৰেমীৰ বাবে চিনাকি নাম হৈ পৰা টচেন বড়াই কেৰিয়াৰত অংশ লৈছিল ক্লাব ফুটবলতো। হাফত লিংকেমেন হিচাপে খেলা বড়াই ১৯৬৮ চনত যোগদান কৰে গুৱাহাটীৰ মহাৰাণা ক্লাবত। মহাৰাণাৰ হৈ তেওঁ ১৯৬৯ আৰু ১৯৭১ চনত দুবাৰ লীগ জয় কৰে। ১৯৭৩ চনত গুৱাহাটী টাউন ক্লাবৰ হৈ খেলিও তেওঁ লীগ জয় কৰিছিল। কেৰিয়াৰত ১৯৭৩-৭৪ ছিজনত বোম্বাই এফ চি আইৰ হৈয়ো ফুটবলত অংশ লয় খেলুৱৈজনে। মুম্বাই এফ চি আইৰ হৈ তেওঁ বি ডিভিজনৰ হাৰউড লীগ জয় কৰাৰ লগতে জুনিয়ৰ ৰোভাৰ্ছ কাপতো চেম্পিয়নশ্বিপ

অর্জন কৰে। তেওঁৰ ক্ৰীড়া প্ৰতিভা প্ৰত্যক্ষ কৰি টচেন বড়াক বোম্বাই টাটা, মহিন্দ্ৰ এণ্ড মহিন্দ্ৰ আৰু ইষ্ট বেংগলে আমন্ত্ৰণ জনাইছিল। স্বৰাজ্য, স্বদেশ অথবা ক্লাবৰ হৈয়ে নহয় নিজস্ব সময়ত মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয়ৰ হৈ খেলিও নিজৰ ক্ৰীড়া দক্ষতাৰ প্ৰমাণ দিছিল খেলুৱৈজনে। ১৯৬৭ চনত টচেন বড়াৰ নেতৃত্বতে ডিব্ৰুগড় কানৈ কলেজে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অন্তৰ্গত আন্তঃ মহাবিদ্যালয় ফুটবল প্ৰতিযোগিতাত চেম্পিয়নশ্বিপ অৰ্জন কৰিছিল। ১৯৬৯ চনত তেওঁ গুৱাহাটী বিশ্ববিদ্যালয় ফুটবল দলৰ অধিনায়ক আছিল। ১৯৭১ চনত সৰ্বভাৰতীয় বিশ্ববিদ্যালয় ফুটবলত গুৱাহাটী বিশ্ববিদ্যালয়ে ৰাৰ্ণাছ আপৰ সন্মান অৰ্জন কৰোতে বড়া চিহ্নিত হৈছিল প্ৰতিযোগিতাৰ 'বেষ্ট হাফ' হিচাপে।

সৰুৰে পৰা উৎপতীয়া স্বভাবৰ অসমৰ এই প্ৰতিভাবান ফুটবলাৰজনৰ জন্ম হৈছিল ১৯৫০ চনৰ ফেব্ৰুৱাৰীত। তেওঁৰ দেউতাক মনেশ্বৰ বড়া আৰু মাক ধনেশ্বৰী বড়া। ১নং বৰবাম প্ৰাথমিক স্কুলত বুনিয়াদী শিক্ষা লোৱা খেলুৱৈজনে ইয়াৰ পিছতে শিক্ষা গ্ৰহণ কৰিছিল নাহৰকটীয়া উচ্চতৰ মাধ্যমিক বহুমুখী বিদ্যালয়ত। এই স্কুলৰে অধ্যক্ষ ফটিক চন্দ্ৰ গগৈয়ে তেওঁক বিশেষভাৱে উৎসাহিত কৰিছিল ফুটবলক প্ৰফেছন



*এক সম্বৰ্ধনা অনুষ্ঠানত টচেন বড়া*

হিচাপে লোৱাৰ বাবে। এই বিদ্যালত পঢ়িয়ে তেওঁ গঢ়ি তুলিছিল ক্রীড়া জীৱনৰ ভেটিটো। খেল আৰু শিক্ষা জীৱন উভয়কে সমানে আগবঢ়াই নিবলৈ সক্ষম হোৱা টচেন বড়াই উচ্চতৰ মাধ্যমিকত উত্তীর্ণ হোৱাৰ পিছত ডিব্রুগড় কানৈ কলেজত মাত্র এটা বছৰ থাকি কটন কলেজৰ পৰা স্নাতক ডিগ্রী গ্রহণ কৰে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা তেওঁ ৰাজনীতি বিভাগত স্নাতকোত্তৰ ডিগ্রী লাভ কৰে। কটন আৰু বিশ্ববিদ্যালয়ত পঢ়ি থকাৰ সময়ত তেওঁ জড়িত হৈ পৰিছিল নাট্যাভিনয়ৰ লগতো। সেই সময়ত তেওঁ বিষ্ণু খাৰঘৰীয়া, বিজু ফুকন, মুনিন ভূএগ্ৰা আদিৰ সৈতে নাট অভিনয়ত অংশ লৈছিল। নাটকৰ লগতে তেওঁৰ ৰাপ আছে কিতাপ অধ্যয়ন আৰু গান শুনা আৰু গোৱাটো। কেৰিয়াৰত এই খেলুৱৈজনে ইন্দ্রজিৎ নামচুং আৰু ক্ষীৰেশ্বৰ হাজৰিকাৰ দৰে ফুটবলাৰৰ পৰা টিপছ পাইছিল নিজকে আগুৱাই নিয়াৰ বাবে। লগতে পি কে বেনাৰ্জীৰ দৰে ব্যক্তিৰ পৰা প্রশিক্ষণ লাভ কৰিও তেওঁ নিজকে পৰিপক্ক কৰি গঢ়ি তুলিবলৈ সক্ষম হৈছিল। কেৰিয়াৰত সুভাষ ভৌমিক, অৰুণ ঘোষ, থংগৰাজ, নেইমুদ্দিন, কাজল মুখাৰ্জী, প্রফুল্ল হাজৰিকা আদিৰ দৰে ফুটবলাৰৰ বিপক্ষে প্রতিদ্বন্দ্বিতা আগবঢ়াই তেওঁ লাভ কৰিছিল বিশেষ অভিজ্ঞতা। ফুটবলক এক ধর্ম হিচাপে গ্রহণ কৰা টচেন বড়াই নামৰূপৰ ব্ৰহ্মপুত্ৰ ভেলি ফাৰ্টিলাইজাৰ কৰ্পৰেচন (বি ভি এফ চি)ত প্ৰধান প্রশাসনিক বিষয়া হিচাপে সেৱা আগবঢ়াই কর্ম জীৱনৰ সামৰণি মাৰে। তেওঁ নিতী বড়াৰ সৈতে বিবাহ পাশত আবদ্ধ হয় ১৯৭৫ চনৰ ১৫ ফেব্ৰুৱাৰীত। দুজনী ছোৱালী আৰু এটা পুত্র সন্তানৰ পিতৃ তেওঁ। ডাঙৰ ছোৱালী আংশুমীয়ে ৰাষ্ট্রীয় পর্যায়ত বেডমিণ্টন খেলাৰ লগতে সৰু ছোৱালী সুৰাংগনায়ে ৰাজ্যিক পর্যায়ত টেবুল টেনিছ খেলিছিল। পুত্র অনুশ্রীয়ে সুব্রত কাপত অংশ লোৱাৰ লগতে কলকাতাৰ পর্ট ট্রাষ্ট ফুটবল দলৰ হৈ কলকাতা লীগতো অংশ লৈছে। টচেন বড়াৰ প্রশিক্ষণৰ অধীনত ১৯৯৭ চনত অনুৰ্ধ ১৯ ৰাষ্ট্রীয় ফুটবল প্রতিযোগিতাত চেম্পিয়নশ্বিপ অৰ্জন কৰিছিল অসম দলে। কলকাতাৰ ইষ্টাৰ্ণ চেণ্টাৰৰ পৰা প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ এন আই এছ ক'চিং ডিপ্ল'মা গ্রহণ কৰা খেলুৱৈজন ১৯৯০-৯১ চনত অইল ইণ্ডিয়া ফুটবল দলৰ প্রধান প্রশিক্ষকৰ দায়িত্বত আছিল।☆

# গিলবাৰ্টছন চাংমা



গিলবাৰ্টছন চাংমা

১৯৫৫ চনত ডিব্ৰুগড়ত জন্ম হৈছিল অসমৰ সৰ্বকালৰ জনপ্ৰিয় ফুটবলাৰ গিলবাৰ্টছন চাংমাৰ। নিজস্ব সময়ত দেশৰ আগশাৰীৰ ক্লাবৰ পৰা আমন্ত্ৰণ লাভ কৰিলেও অসম পুলিচৰ হৈয়ে খেলি যোৱা গিলবাৰ্টে ১৯৭৫ চনত প্ৰথমবাৰৰ বাবে আন্তৰ্জাতিক স্তৰত ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰে ইণ্ডোনেছিয়াত হোৱা মাৰাহালিম ফুটবল টুৰ্ণামেণ্টত।

গিলবাৰ্ট, গিলবাৰ্ট — খেলপথাৰ মুখৰিত হৈ উঠে মাথোঁ এই এটা নামেৰেই। অসম পুলিচৰ যিকোনো খেলৰ আগে আগে চহৰৰ চুকৰ আড্ডাৰ পৰা চাহৰ টেবুললৈকে সকলোতে এটা নামে ঠাই পায় গিলবাৰ্ট। অসীম উত্তেজনাপূৰ্ণ খেলত পুলিচ দল গ'লৰ ব্যৱধানত পিছ পৰি ৰ'লেও অত্যুগ্ৰ আগ্ৰহেৰে অনুৰাগীয়ে অপেক্ষা কৰে এইজন ফুটবলাৰৰ ভৰিৰ পৰা উফৰি অহা শ্বটে প্ৰতিপক্ষক পৰাভূত কৰালে। — গিলবাৰ্টআছে নহয় কিবা এটা কৰিব — এনেদৰেই সান্ত্বনা লভে অনুৰাগীয়ে। অসমৰ ফুটবল ক্ষেত্ৰত কৰা দুৰ্দান্ত প্ৰদৰ্শন, অনবদ্য ক্ৰীড়াশৈলী, যিকোনো পৰিস্থিতিতে গ'ল দিয়াৰ দুৰন্ত দক্ষতাৰে প্ৰতিঘৰ মানুহৰ বাবে চিনাকী নাম হৈ পৰে গিলবাৰ্টছন চাংমা। অসম পুলিচৰ সেই সেউজীয়া-হালধীয়া জাৰ্চীটোৰে ধুবুৰীৰ পৰা শদিয়ালৈ সৰ্বত্ৰ পৰিচিত এখন মুখ। অসমৰ ফুটবল ক্ষেত্ৰৰ সম্ভৱতঃ আটাইতকৈ গ্লেমাৰপূৰ্ণ খেলুৱৈজনেই হ'ল গিলবাৰ্টছন চাংমা। এনে এজন ক্ৰীড়াপ্ৰেমী নাই সম্ভৱতঃ যি এই ফুটবলাৰৰ নাম শুনা নাই। এই ফুটবলাৰৰ ভৰিত বল পৰিলেই ৰেডিঅ'ত ধাৰা বিৱৰণী শুনি থকাজনেও সাজু হৈ উঠে আনন্দতে জপিয়াই উঠিবলৈ। অথবা পাৰ কৰে উৎকণ্ঠাৰ সময়।

গিলবাৰ্টৰ দেউতাকে চাকৰি কৰিছিল ডিব্ৰুগড়ৰ পুলিচ ৰিজাৰ্ভত। তাতেই তেওঁ ল'ৰালিতে ফুটবল খেলিবলৈ লৈছিল সমনীয়াৰ লগত। কোনো সময়ত জেলৰ বালত ৰ'দে-বৰষুণে অকলে অকলে বল মাৰি মাৰি অনুশীলন কৰিছিল বিভিন্ন খুটৰ। একাণপটীয়াভাৱে তেওঁ ব্যস্ত হৈ পৰিছিল বলটোৰ লগত। কেতিয়াবা নগৰৰ ল'ৰাবোৰে পইচা তুলি কাপ কিনিছিল। সেই কাপ জয়ৰ বাবে বিভিন্ন দলত ভাগ হৈ সিহঁতি ফুটবল খেলিছিল। কেতিয়া ভাড়া খেলিবলৈ গৈছিল কোনো দলৰ হৈ। এনেদৰেই ল'ৰালিৰ-কৈশোৰৰ সময়বোৰ পাৰ কৰিছিল ডিব্ৰুগড় পাব্লিক স্কুলৰ ছাত্ৰজনে। কিন্তু অসম পুলিচৰ খেল চাই ক্ৰমাগতভাৱে দুৰ্বলতা অনুভৱ কৰিছিল দলটোৰ প্ৰতি। সঁপোন দেখিছিল পুলিচৰ হৈ খেলাৰ। সেয়েহে সপোনৰ বাস্তৱায়নৰ বাবে গিলবাৰ্টছন চাংমায়ে এদিন যোগ দিছিলহি দেৰগাঁৱত প্ৰথম অসম আৰক্ষীত। অৱশ্যে সাধাৰণভাৱেহে, খেলুৱৈৰ কোটাত তেওঁ চাকৰি পোৱা নাছিল। জমা দিবলৈও নাছিল তেওঁৰ হাতত খেলৰ বিশেষ চাৰ্টিফিকেট। ইন্টাৰভিউৰ সময়ত বহুকেইজন ফুটবলাৰে খেলৰ কেবাখনকৈ চাৰ্টিফিকেট জমা দিছিল। সেয়া ১৯৭১ চনৰ কথা। আৰক্ষীৰ প্ৰশিক্ষণ চলি থকাৰ সময়ত গেম পিৰিয়ডত ফুটবলৰ পথাৰত নমাৰ সময় আহিল। গিলবাৰ্টৰ মনত শংকা হ'ল — ইমান চাৰ্টিফিকেট অনা খেলুৱৈবোৰৰ লগত কি খেলিব তেওঁ! কিন্তু খেলপথাৰত নামি নিজেই আচৰিত হৈ পৰিল গিলবাৰ্ট। চাৰ্টিফিকেট দেখুৱাই চাকৰি পোৱা ল'ৰাবোৰক তেওঁ দৌৰাই ফুৰালে খেলপথাৰৰ ইমূৰৰ পৰা সিমূৰলৈ। এনেদৰেই প্ৰতিভাৰ প্ৰকাশেৰে পুলিচ বাহিনীত আৰম্ভ হ'ল তেওঁৰ জীৱন। অসম পুলিচৰ হৈ গিলবাৰ্টছন চাংমাৰ প্ৰথম আত্মপ্ৰকাশ ঘটে ১৯৭২ চনত। পুলিচ দলৰ হৈ সেইবাৰ তেওঁ অংশ লৈছিল কলকাতাৰ বেৰেকপুৰত হোৱা ইষ্ট জ'ন টুৰ্ণামেণ্টত। আৰম্ভ হৈছিল এক যাত্ৰাৰ। এক দীঘলীয়া পৰিক্ৰমাৰ। ১৯৭৩ চনত তেওঁ গোলাঘাটৰ হৈ অংশ লয় আন্তঃজিলা ফুটবল প্ৰতিযোগিতাত। সেই বছৰতে তেওঁ নেতৃত্ব ভাৰ লাভ কৰে অসম পুলিচৰো। মাজতে দুটা বছৰ বাদ দি তেওঁ যোগ্য নেতৃত্ব দি যায় অসম পুলিচ দলক ১৯৮১ চন পৰ্যন্ত। এই দলত কৰা দুৰ্দান্ত প্ৰদৰ্শনেৰেই ফৰৱাৰ্ডজন হৈ পৰে অসমৰ ৰাইজৰ নয়নৰ মণি। '৭৩ চনৰ পৰা '৮২ চনৰ সময়ছোৱাত তেওঁ প্ৰায় সাতবাৰ সন্তোষ ট্ৰফীত প্ৰতিনিধিত্ব কৰে অসমক। দেশৰ ৰাষ্ট্ৰীয় প্ৰতিযোগিতাখনত ৰাজ্যৰ হৈ তেওঁ কেইবাটাও গুৰুত্বপূৰ্ণ গ'ল দিবলৈ সক্ষম হৈছিল। ৰাজ্যিক পৰ্যায়ত গোলাঘাটৰ হৈ খেলি তিনিবাৰ তেওঁ চেম্পিয়নশ্বিপ অৰ্জন কৰিছিল। গিলবাৰ্টছন চাংমাৰ মতে নিজস্ব সময়ত অসমত এনে এখন প্ৰতিযোগিতা নাছিল যিখনৰ খিতাপ তেওঁলোকে হাতত তুলি লোৱাৰ পৰা দূৰত থাকিব লগা হৈছিল। অসম পুলিচ দলৰ হৈ তেওঁ জয় কৰিছিল যোৰহাটৰ এ টি পি এ শ্বিল্ড আঠবাৰ, নগাঁৱৰ স্বাধীনতা

দিৱস কাপ ছবাৰ, তেজপুৰৰ ডুগৰ শ্বিল্ড পাঁচবাৰ আৰু এবাৰকৈ বৰদলৈ ট্ৰফী আৰু কেপ্টেইন এন এম গুপ্ত ট্ৰফী। ৰাষ্ট্ৰীয় পৰ্যায়ত তেওঁ পুলিচ দলক একাধিকবাৰ প্ৰতিনিধিত্ব কৰিছিল, কেবাখনো আগশাৰীৰ ফুটবল প্ৰতিযোগিতাত। ইয়াৰ ভিতৰত প্ৰধান হ'ল - দাৰ্জিলিং গ'ল্ফ কাপ, ৰোভাৰ্চ কাপ, ডুৰাণ্ড কাপ, বি এন মল্লিক সৰ্বভাৰতীয় পুলিচ ফুটবল আদি। ১৯৭৩ চনত গিলবাৰ্টছন চাংমাই আমন্ত্ৰণ লাভ কৰিছিল ভাৰতীয় দলৰ এছিয়ান গেমছৰ বাছনি শিবিৰলৈ। সেইবাৰ মূল দলত তেওঁ স্থান নাপালে। ১৯৭৫ চনত প্ৰথমবাৰৰ বাবে তেওঁ আন্তৰ্জাতিক স্তৰত ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰাৰ সুযোগ পায়। সেইবাৰ তেওঁ ভাৰতৰ হৈ ইণ্ডোনেছিয়াত মাৰাহালিম ফুটবল টুৰ্ণামেণ্টত অংশ লয়। প্ৰতিযোগিতাখনত কোৱাৰ্টাৰ ফাইনেল পৰ্যন্ত অগ্ৰগতি লাভ কৰিছিল গিলবাৰ্টৰ দলে। কালিকট সন্তোষ ট্ৰফীত ভৰিত আঘাত পোৱা বাবে পিছৰবাৰ তেওঁ ভাৰতীয় দলৰ ট্ৰায়েল কেম্পত উপস্থিত থাকিব নোৱাৰিলে। ১৯৭৬ চনত গুৱাহাটীত দক্ষিণ কোৰিয়াৰ হেং য়াং বিশ্ববিদ্যালয়ৰ বিৰুদ্ধে অসমে পুলিচৰ হৈ এখন প্ৰদৰ্শনীমূলক মেচত অংশ লৈছিল গিলবাৰ্টে। খেলখন ১-১ত ড্ৰ হৈছিল। অসম পুলিচৰ হৈ গ'লটো দিছিল গিলবাৰ্টেই। আশ্চৰ্যজনকভাৱে ভ্ৰমণটোত বিশ্ববিদ্যালয়ৰ দলটোৱে হজম কৰা এইটোৱেই আছিল একমাত্ৰ গ'ল।

গ'ল কৰাৰ অসাধাৰণ দক্ষতাৰ বাবে প্ৰায়েই সংবাদৰো শিৰোনামা দখল কৰিছিল এই ফৰৱাৰ্ডজনে। অসম আৰু অসম পুলিচৰ হৈ বহুকেইখন গুৰুত্বপূৰ্ণ খেলত কৰা গ'লেৰে দললৈ তেওঁ কঢ়িয়াই আনিছিল কাংক্ষিত জয়। প্ৰতিপক্ষই গিলবাৰ্টক নিয়ন্ত্ৰণ কৰিবলৈ অনবৰতে দুজন খেলুৱৈ তেওঁৰ লগত ৰাখিছিল। কিন্তু ভৰিত বল পৰিলে গিলবাৰ্টক নিয়ন্ত্ৰণ কৰাটো সহজ নাছিল। সমগ্ৰ কেৰিয়াৰত এই ফুটবলাৰজনে কেৱল অসম পুলিচৰ হৈয়ে খেলি গ'ল। তেওঁলৈ প্ৰস্তাৱ আহিছিল মহমেডাম স্পৰ্টিং, ভাস্কো, টাটা স্পৰ্টছ ক্লাব, ডেম্পো স্পৰ্টছ ক্লাব আদিৰ পৰা। টাটাত চুক্তি কৰিব খোজোতে প্ৰয়াত মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াৰ অনুৰোধত তেওঁ অসম পুলিচতে থাকি গ'ল। আচলতে অসম পুলিচৰ ফুটবলাৰ হিচাপে ৰাইজৰ পৰা পোৱা মৰম-চেনেহ তেওঁ আওকাণ কৰিব পৰা নাছিল। থাইলেণ্ডৰ পৰ্ট অথৰিটিয়েও তেওঁৰ লগত যোগাযোগ কৰিছিল। '৮৬ চনত ফুটবল ক্ষেত্ৰৰ পৰা অবসৰ লোৱা গিলবাৰ্টছন চাংমাই কয়— 'খুব অন্তৰকৰণেৰে ফুটবল খেলিছিলো। কঠোৰ শ্ৰম কৰিছিলো। ৰ'দ-বতাহ, বৰষুণ অতিক্ৰমী খেলিছিলো। অনুৰাগীসকলৰ সাংঘাটিক ধৰণে আস্থা আছিল মোৰ ওপৰত। তেওঁলোকৰ মৰম-চেনেহ পাইছিলো। সেয়েহে হয়তো এই সফলতা। কেতিয়াবা ব্যৰ্থ হ'লে দৰ্শকে ক্ষোভত মাৰি পঠিওৱা শিলৰ আঘাতো হাঁহি মুখে সহ্য কৰিছিলো। সতীৰ্থ আৰু জ্যেষ্ঠ খেলুৱৈসকলে

অনবৰতে সহায়-সহযোগিতা আগবঢ়াইছিল।' কেৰিয়াৰত আগবাঢ়ি যোৱাত তেওঁক বিশেষভাৱে অনুপ্ৰাণিত কৰিছিল অবসৰপ্ৰাপ্ত ডি আই জি দেবেন দত্তই। ১৯৮১ চনত অসম পুলিচৰ হৈ বৰদলৈ ট্ৰফীৰ খিতাপ জয় কৰাটোৱে কেৰিয়াৰৰ আটাইতকৈ স্মৰণীয় অভিজ্ঞতা হিচাপে চিহ্নিত কৰে গিলবাৰ্টছন চাংমাই। কেবাবাৰো প্ৰয়াস চলোৱাৰ অন্তত তেওঁলোকে সেইবাৰ অৰ্জন কৰিছিল বৰদলৈ ট্ৰফী। ঠাহ খোৱা গেলাৰীৰ পৰা ভাহি অহা দৰ্শকৰ হাত চাপৰিৰ মাজত কাংক্ষিত ট্ৰফীটো ওপৰলৈ দাঙি ধৰি গিলবাৰ্টে অনুভৱ কৰিছিল অমল আনন্দ। তেওঁৰ মুখত বিয়পি পৰিছিল এক স্বৰ্গীয় আভা। ১৯৫৫ চনত ডিব্ৰুগড়ত জন্ম হোৱা এই ফুটবলাৰজনৰ দেউতাক চাইলেনচন ম'মিন আৰু মাক কৰুণা চাংমা। ১৯৮২ চনৰ ২৮ জানুৱাৰীত তেওঁ বিবাহ পাশত আবদ্ধ হয় বেনডাংলা চাংমাৰ সৈতে। গিলবাৰ্ট দুজনী ছোৱালীৰ পিতৃ। ফুটবলৰ উপৰি আজৰি সময়ত তেওঁ টেবুল টেনিছ, বেডমিণ্টন আদি আনবোৰ খেলো অলপ অলপ খেলি ভাল পায়। গান শুনাটোও তেওঁৰ চখ। অসমৰ ফুটবল ক্ষেত্ৰৰ গ্লেমাৰ বয় গিলবাৰ্টছন চাংমাৰ খ্যাতি স্বৰাজ্যৰ ক্ৰীড়াপ্ৰেমীৰ মাজত সদায়ে হৈ ৰ'ব অম্লান, অনুকৰণীয়।☆



*এক ফুটবল প্ৰতিযোগিতাৰ চিনাকি পৰ্বৰ সময়ত গিলবাৰ্টছন চাংমা*

# স্বাধীন ডেকাৰজা

কেৱল খেল পথাৰৰ প্ৰতিদ্বন্দ্বীৰ বিৰুদ্ধেই নহয় জীৱনৰ প্ৰাৰম্ভিক অৱস্থাত অকাল দৰিদ্ৰতাৰ বিৰুদ্ধেও যুঁজিব লগা হৈছিল ফুটবলাৰ স্বাধীন ডেকাৰজাই। কঠোৰ শ্ৰম আৰু সংগ্ৰামেৰে তেওঁ অতিক্ৰম কৰিছিল দৰিদ্ৰতাক। ৰাজ্যৰ ফুটবল ক্ষেত্ৰত প্ৰতিষ্ঠা কৰিছিল নিজকে। অসমৰ ক্ৰীড়ানুৰাগীৰ বাবে চিনাকি নাম হৈ পৰিছিল স্বাধীন ডেকাৰজা। আজিও অসমীয়াই একে আষাৰতে উচ্চাৰণ কৰিব পাৰে এই নাম। এই সুদক্ষ ডিফেণ্ডাৰজনে ৰাজ্যিক আৰু ৰাষ্ট্ৰীয় পৰ্যায়ত সুনিপুণ ক্ৰীড়াশৈলী প্ৰদৰ্শন কৰাৰ লগতে নিজস্ব প্ৰতিভাৰ প্ৰমাণ দিছিল আন্তঃৰাষ্ট্ৰীয় পৰ্যায়তো। দুবাৰকৈ সুযোগ পাইছিল জাতীয় দলক প্ৰতিনিধিত্ব কৰাৰ। স্বাধীন ডেকাৰজাই প্ৰথমে ফুটবল খেলিবলৈ লয় নগাঁৱৰ বাৰপূজীয়া জ্ঞানোদয় সংঘৰ হৈ। বাৰপূজীয়া হাইস্কুলত পঢ়ি থাকোতেই ১৯৬৬ চনত তেওঁ মৰিগাঁৱত হোৱা স্কুল টুৰ্ণামেণ্টত অংশ লয়। প্ৰতিযোগিতাত কৰা সুন্দৰ প্ৰদৰ্শনেৰে তেওঁ অৰ্জন কৰে শ্ৰেষ্ঠ খেলুৱৈৰ সন্মানো। এনেকৈয়ে আৰম্ভ হৈছিল স্বাধীন ডেকাৰজাৰ ফুটবল কেৰিয়াৰ। ক্ৰমান্বয়ে তেওঁ সুযোগ পায় নগাঁৱৰ হৈ জুনিয়ৰ



স্বাধীন ডেকাৰজা

১৯৫৩ চনত নগাঁৱৰ টাঙোনমৰা গাঁৱত জন্ম হৈছিল ফুটবলাৰ স্বাধীন ডেকাৰজাৰ। ১৯৭৫ চনত তেওঁ প্ৰথম ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰে বেংককৰ এক প্ৰতিযোগিতাত। ১৯৭৬ চনত কুৱালালামপুৰত হোৱা মাৰডেকা কাপত চীনৰ বিৰুদ্ধে খেলে তেওঁ ভাৰতীয় দলৰ হৈ।

ফুটবল খেলাত। ১৯৭০-৭২ চনত নগাঁৱৰ ক্লাব ফুটবলত অংশ লোৱাৰ লগতে আন্তঃজিলা জুনিয়ৰ ফুটবলত নগাঁৱক প্ৰতিনিধিত্ব কৰে খেলুৱৈজনে। ১৯৭২ চনত মেঘালয় পুলিচত যোগদান কৰা ডেকাৰজাই শ্বিলঙৰ হৈয়ো ফুটবল খেলত অংশ লৈছিল। ১৯৭২ ৰ পৰা ১৯৭৪ চনৰ সময়ছোৱাত বিভিন্ন প্ৰতিযোগিতাত অসম দলৰ হৈ খেলাৰ লগতে মেঘালয় পুলিচকো প্ৰতিনিধিত্ব কৰে স্বাধীন ডেকাৰজাই। মেঘালয় পুলিচৰ হৈ খেলি তেওঁ দুবাৰকৈ শ্ৰেষ্ঠ খেলুৱৈৰ সন্মান অৰ্জন কৰে। বৰ্ণিল কেৰিয়াত এই খেলুৱৈজনে বিভিন্ন স্থানত ভিন্ন দলৰ হৈ প্ৰতিদ্বন্দ্বিতাত অংশ লয়। ১৯৭৫ৰ পৰা ১৯৭৭ চনলৈ আন্তঃজিলা ফুটবল প্ৰতিযোগিতাত তেওঁ প্ৰতিনিধিত্ব কৰে ডিব্ৰুগড় জিলাক। অৰ্জন কৰে চেম্পিয়নৰ খিতাপো। এই সময়ছোৱাতে ডিফেণ্ডাৰজনে অইল ইণ্ডিয়াক প্ৰতিনিধিত্ব কৰে যদু ভূঞা সোঁৱৰণী ফুটবল, ডুগৰ শ্বিল্ড, এ টি পি এ শ্বিল্ড, শিলচৰৰ কেপ্টেইন গুপ্তা আদি প্ৰতিযোগিতাত। অইলৰ নিৰ্ভৰযোগ্য খেলুৱৈ হিচাপে ডেকাৰজাই বিশেষ স্থান দখল কৰিবলৈ সক্ষম হৈছিল। তেওঁ জনপ্ৰিয়তা অৰ্জন কৰে ৰাজ্যখনৰ ক্ৰীড়াপ্ৰেমীৰ মাজতো। ১৯৭৫ চনৰ পৰা ১৯৭৯চনলৈ সন্তোষ ট্ৰফীত অসমক পাঁচবাৰ প্ৰতিনিধিত্ব কৰে ফুটবলাৰজনে। দেশৰ আগশাৰীৰ প্ৰতিযোগিতাখনত ৰাজ্যক প্ৰতিনিধিত্ব কৰি অৰ্জন কৰে বিশেষ অভিজ্ঞতা। ১৯৭৭ চনত তেওঁ অইল ইণ্ডিয়াৰ হৈ অংশ লয় ডি চি এম ট্ৰফীত। প্ৰতিযোগিতাখনত অৱশ্যে ডেকাৰজাৰ দল পৰাস্ত হয় ৰাছিয়াৰ বিৰুদ্ধে। দেশৰ ক্ৰীড়াক্ষেত্ৰত আগবঢ়োৱা চমৎকাৰ প্ৰদৰ্শনৰে জাতীয় দলতো স্থান লাভ কৰিবলৈ সক্ষম হয় অসমৰ এই ফুটবলাৰজনে। ১৯৭৫ চনত তেওঁ প্ৰথম ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰে বেংককৰ এক প্ৰতিযোগিতাত। ১৯৭৬ চনত কুৱালালামপুৰত হোৱা মাৰডেকা কাপত চীনৰ বিৰুদ্ধে খেলে তেওঁ ভাৰতীয় দলৰ হৈ। ১৯৭৭ চনত ৰাছিয়াৰ এক প্ৰতিযোগিতাৰ বাবেও ডেকাৰজা ভাৰতীয় দললৈ নিৰ্বাচিত হৈছিল। কিন্তু বিশেষ কাৰণত খেলখন পৰিত্যক্ত হয়। বিভিন্ন সময়ত ভিন্ন দলৰ বিৰুদ্ধে প্ৰতিদ্বন্দ্বিতা আগবঢ়োৱাৰ অন্তত ১৯৮০ চনত প্ৰতিযোগিতামূলক ফুটবলৰ পৰা অৱসৰ লয় স্বাধীন ডেকাৰজাই। অন্ত পৰে এক বৰ্ণিল কেৰিয়াৰৰ।

১৯৫৩ চনত নগাঁৱৰ টাঙোনমৰা গাঁৱত জন্ম হৈছিল এই প্ৰাক্তন ফুটবলাৰজনৰ। তেওঁৰ দেউতাক নোৱাৰাম ডেকাৰজা আৰু মাক ৰূপমাই ডেকাৰজা। শৈশৱ আৰু কৈশোৰত তীব্ৰ সংগ্ৰামৰ সন্মুখীন হ'ব লগা হৈছিল খেলুৱৈজন। দৰিদ্ৰতাৰ বাবে ঘৰে তেওঁক পঢ়া-শুনাৰ খৰচখিনিও দিবলৈ অক্ষম হৈছিল। এনে অৱস্থাত ক্লাছ এইটৰ পৰা তেওঁৰ পঢ়া-শুনাৰ ভাৰ বহন কৰিছিল বিদ্যালয়েই। আৰ্থিক দুৰৱস্থা সত্ত্বেও কিন্তু জীৱনত নিজক প্ৰতিষ্ঠা কৰাৰ পথৰ পৰা আঁতৰি যোৱা নাছিল ডেকাৰজা। ১৯৬৯ চনত মেট্ৰিক

পাছ কৰাৰ পিছতে শিলঘাটৰ মৰাপাট কলত তেওঁ কাম কৰিছিল। তেওঁক চাকৰি দিয়াত উদ্যোগ লৈছিল সেই সময়ৰ ৰাজ্যিক খেলুৱৈ সিদ্ধৰণ ফুকনে। ইয়াৰ পিছত ১৯৭০ চনত ডেকাৰজাই যোগদান কৰে নগাঁও মিউনিচিপালিটী বৰ্ডত। কিন্তু এই চাকৰিটো বেছিদিন নাথাকিল ফুটবলাৰজনৰ। ১৯৭২ চনত তেওঁ শ্বিলঙত মেঘালয় আৰক্ষীৰ চাকৰিত যোগদান কৰে। ১৯৭৪ চনত স্বাধীন ডেকাৰজাই যোগদান কৰে অইল ইণ্ডিয়াত। নিয়মীয়া খেলুৱৈ হৈ পৰে তেওঁ অইল ইণ্ডিয়া একাদশৰ। অৰুণ



বৰঠাকুৰক নিজৰ আদৰ্শ খেলুৱৈ হিচাপে মানি চলা প্ৰাক্তন ফুটবলাৰজনে এতিয়াও ৰোমন্থন কৰি ভাল পাই প্ৰথম ভাৰতীয় দলৰ জাৰ্ছী পৰিধান কৰা মুহূৰ্তৰ কথা। ভাৰতীয় দলত স্থান পোৱাৰ কথা শুনিয়ে ডেকাৰজাৰ মাক-দেউতাকে ইজনে সিজনক সাবটি ধৰি কান্দি উঠিছিল আনন্দতে। এতিয়াও ফুটবলাৰজনৰ দুচকুত ভাহি উঠে সেই ছবি। ১৯৯১ চনত অইল ইণ্ডিযা একাদশৰ প্ৰশিক্ষকৰ ভূমিকাতো অৱতীৰ্ণ হৈছিল স্বাধীন ডেকাৰজা। ঘৰুৱা অৱস্থাৰ বাবেই এন আই এছ ক'চিং কৰিব নোৱৰাত তেওঁ অনুভৱ কৰে কিছু আক্ষেপ। আজৰি সময়ত নামঘৰত ভাগৱত পঢ়ি ভালপোৱা ডেকাৰজাৰ বিশ্বাস খেলা-ধূলা কেতিয়াও পঢ়া-শুনাৰ বাটত হেঙাৰ হ'ব নোৱাৰে। স্বাধীন ডেকাৰজাৰ স্বপ্ন আছিল নিজৰ ল'ৰা-ছোৱালীক আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ৰ খেলুৱৈ হিচাপে গঢ়ি তোলা। তেওঁৰ সেই সপোন পূৰণ হৈছে কন্যা সন্তান কৃষ্ণা ডেকাৰজাৰ জৰিয়তে। দেশৰ আগশাৰীৰ বেডমিণ্টন খেলুৱৈ হিচাপে প্ৰতিষ্ঠা লাভ কৰা কৃষ্ণাই একাধিক আন্তঃৰাষ্ট্ৰীয় প্ৰতিযোগিতাত প্ৰতিনিধিত্ব কৰিছে ভাৰতক।☆

# বাবুল ফুকন



বাবুল ফুকন

বাবুল ফুকনৰ জন্ম তিনিচুকীয়া জিলাৰ জেৰাইত ১৯৬৮ চনত। '৮৫ চনত ভাৰতীয় ফুটবল দলক প্ৰতিনিধিত্ব কৰি তেওঁ অংশ লয়গৈ নেপালৰ 'এ এন এফ এ- অৱ নেপাল ফুটবল এছ'চিয়েছন' কাপত। ১৯৮৮-৮৯ত এটা চিজনৰ বাবে তেওঁ চুক্তিবদ্ধ হৈছিল মহমেডান স্পৰ্টিঙত।

বাবুল ফুকন। অসমৰ ফুটবল ক্ষেত্ৰত এক পৰিচিত নাম। দুৰন্ত ক্ৰীড়া দক্ষতা আৰু সুনিপুণ কৌশলেৰে যিকেইজন খেলুৱৈয়ে অসমৰ ক্ৰীড়া ক্ষেত্ৰক চহকী কৰি গৈছে তাৰ ভিতৰত অন্যতম এই বাবুল ফুকন। কেৱল স্বৰাজ্য অথবা স্বদেশতেই নহয় দেশৰ সীমা অতিক্ৰমী বিদেশৰ মাটিতো উজ্জীৱিত হৈ উঠিছে এই ফুটবলাৰজন। উজাৰি দিছে নিজৰ শ্ৰেষ্ঠত্ব। খেল পথাৰৰ যিকোনো পজিচনতে খেলাৰ দক্ষতা থকাৰ বাবে দলত বিশেষভাৱে সুবিধাজনক বুলি চিহ্নিত হৈছিল ফুটবলাৰজন। ছাব-জুনিয়ৰ পৰ্যায়ৰ পৰা ছিনিয়ৰ পৰ্যায়লৈকে ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰাৰ সুযোগ পোৱা বাবুল ফুকনৰ ক্ৰীড়া জীৱন বৰ্ণিল আৰু সফলতা বহুল। বাবুল ফুকনৰ জন্ম তিনিচুকীয়া জিলাৰ জেৰাইত ১৯৬৮ চনত। জেৰাইত গাঁৱলীয়া পৰিৱেশত তেওঁ আয়ত্ত কৰিছিল ফুটবলৰ জ্ঞান। অঞ্চলটোত আছিল কেবাজনো ৰাষ্ট্ৰীয় খেলুৱৈ। তেওঁলোকেই বাবুলহঁতক প্ৰশিক্ষণ দিছিল। পৰেশ বৰুৱা, অনুপ চেতিয়া (বৰ্তমান আলফাৰ শীৰ্ষ নেতা), অমল ফুকন আদিয়ে আগভাগ লৈছিল বাবুলহঁতক ফুটবল শিকোৱাত। পিছলৈ তেওঁ অনুশীলন কৰিছিল

তিনিচুকীয়াৰ কচুজান ফিল্ডত। পানীতোলা হাইস্কুলত স্কুলীয়া জীৱন কটোৱা বাবুল ফুকনে প্ৰথমে অংশ লৈছিল গ্ৰাম্য ক্ৰীড়াত। সেয়া ৮০-৮১ চন মানৰ কথা। নাজিৰাত হোৱা গ্ৰাম্য ক্ৰীড়াত তেওঁ প্ৰতিনিধিত্ব কৰিছিল ডিব্ৰুগড়ক। এই প্ৰতিযোগিতাৰ পৰাই প্ৰথমবাৰৰ বাবে ৰাজ্যিক দলত নিৰ্বাচিত হৈ তেওঁ অংশ লয়গৈ কৰ্ণাটকত হোৱা সৰ্বভাৰতীয় গ্ৰাম্য ক্ৰীড়াত। ইয়াৰ পিছত তেওঁ তিনিচুকীয়াৰ হৈ ধেমাজিত আন্তঃজিলা ছাব-জুনিয়ৰ ফুটবলত অংশ লয়। সুন্দৰ ক্ৰীড়াশৈলী প্ৰদৰ্শনেৰে পুনৰ তেওঁ স্থান পায় ৰাজ্যিক দলত। কেৰালাত তেওঁ অসম দলক প্ৰতিনিধিত্ব কৰি অংশ লয়গৈ সৰ্বভাৰতীয় ছাব-জুনিয়ৰ ফুটবল প্ৰতিযোগিতাত। প্ৰতিযোগিতাৰ ফাইনেলত অসম দলে ঘৰুৱা দল কেৰালাৰ হাতত পৰাস্ত হৈ ৰাৰ্ণাছ আপৰ সন্মান পায়।

ছাব-জুনিয়ৰ পৰ্যায়ৰ পৰা আহি এদিন পূব মণ্ডলৰ হৈ আগৰতলাত হোৱা সৰ্বভাৰতীয় জুনিয়ৰ ফুটবলত অংশ লয় বাবুল ফুকনে। প্ৰতিযোগিতাখনত তেওঁৰ পজিচন আছিল ৰাইট বেক। পূব মণ্ডলৰ হৈ কৰা চমকপ্ৰদ প্ৰদৰ্শনৰ বাবে অসমৰ এই ফুটবলাৰজনক প্ৰশিক্ষক পি কে বেনাৰ্জীয়ে আমন্ত্ৰণ জনাই ছিনিয়ৰ ভাৰতীয় দললৈ। '৮৫ চনত ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰি তেওঁ অংশ লয়গৈ নেপালৰ 'এ এন এফ এ- অৱ নেপাল ফুটবল এছ'চিয়েছন' কাপত। দলত তেওঁৰ পজিশ্যন আছিল ষ্টপাৰ। ইয়াৰ পিছতে বাবুল ফুকনে কেবাখনো খেলত সুযোগ পাই ভাৰতীয় দলত। '৮৬ চনত তেওঁ ভাৰতীয় জুনিয়ৰ দলৰ হৈ দিল্লী আৰু লক্ষ্ণৌত অংশ লয় ইটালীৰ বিৰুদ্ধে প্ৰদৰ্শনীমূলক মেছত। ইটালী দলটো আছিল তেতিয়া অনুৰ্ধ ২২ যুৱ বিশ্ব চেম্পিয়ন। একে বছৰতে তাৰকাজনে ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰে ২৫ তম যুৱ এছিয়ান চেম্পিয়নশ্বিপত। পাকিস্তানত ভাৰতীয় দল গ্ৰুপ চেম্পিয়ন হোৱাৰ পিছত '৮৭ চনত তেওঁলোকে প্ৰতিযোগিতাৰ মূল ৰাউণ্ডত খেলেগৈ চৌদি আৰৱত। কেৰিয়াৰত ভাৰতক প্ৰতিনিধিত্ব কৰি জাৰ্মানী, ইংলেণ্ড, কোৰিয়া, চীন, ৰাছিয়া, আমেৰিকা আদি দেশৰ দলৰ বিৰুদ্ধেও খেলাৰ সুযোগ পাইছিল বাবুল ফুকনে। অসমৰ শদিয়াৰ পৰা ধুবুৰীলৈ প্ৰতিখন প্ৰধান প্ৰতিযোগিতাত অংশ গ্ৰহণেৰে অভিজ্ঞ ফুটবলাৰজনে সন্তোষ ট্ৰফীত স্বৰাজ্যক প্ৰতিনিধিত্ব কৰিছিল মুঠ আঠবাৰ। পাঁচবাৰ তেওঁ একেলেথাৰিয়ে প্ৰতিনিধিত্ব কৰিছিল দলক। সন্তোষ ট্ৰফীত দুবাৰ তেওঁ দলক নেতৃত্বও দিছিল।

বাবুল ফুকনৰ বৰ্ণিল কেৰিয়াৰৰ সৈতে জড়িত হৈ আছে কেবাটাও ক্লাবৰ নাম। '৮৪ চনত তেওঁ যোগদান কৰে গুৱাহাটী মহাৰাণা ক্লাবত। এই ক্লাবৰ হৈ তেওঁ অসম ক্লাব চেম্পিয়নশ্বিপৰ সন্মানো অৰ্জন কৰিছিল। অৰ্জন কৰিছিল বৰদলৈ ট্ৰফী আৰু গুৱাহাটী লীগৰ শ্ৰেষ্ঠ খেলুৱৈৰ সন্মান। মহাৰাণাৰ হৈ তেজপুৰৰ ড্ৰুগাৰ শ্বিল্ড ফুটবলত উইলিয়ামছন মেগৰক ৬-১ গলত পৰাস্ত কৰাটো কেৰিয়াৰৰ শ্ৰেষ্ঠ সফলতা হিচাপে চিহ্নিত কৰে বাবুলে।

মহাৰাণাৰ লগতে টাউন ক্লাব, ইয়ং এমেছাৰ, নৱজ্যোতি, ডাইনামো আদি ক্লাবৰ হৈয়ো খেলিছিল ফুটবলাৰজনে। কলকাতা ক্লাবত খেলা অসমৰ সীমিত সংখ্যক খেলুৱৈৰ ভিতৰত বাবুল ফুকনো এজন। ১৯৮৮-৮৯ ত এটা ছিজনৰ বাবে তেওঁ চুক্তিবদ্ধ হৈছিল মহমেডান স্পৰ্টিঙত। ক্লাবটোৰ হৈ তেওঁ ফেডাৰেচন কাপ, ডুৰাণ্ড কাপ, ডি চি এম ট্ৰফী, আই এফ এ শ্বিল্ড আদিত অংশ লৈছিল। উল্লেখ্য মহমেডাম স্পৰ্টিঙত খেলাৰ সময়ৰ বাহিৰে আন কোনো



প্ৰতিযোগিতাত কেতিয়াও ছাবষ্টিটিউট বেঞ্চত বহি পোৱা নাছিল এই দুৰ্দান্ত খেলুৱৈজনে। কেৰিয়াৰত কেতিয়াও তেওঁ লাভ কৰা নাই ৰঙা কাৰ্ড।

১৯৮৯ চনত ষ্টেট বেংকৰ চাকৰিত যোগদান কৰা ফুটবলাৰজনলৈ সময়ত চাকৰিৰ প্ৰস্তাৱ আহিছিল অইল, অসম পুলিচ, এফ চি আই, অ' এন জি চি, ৰিজাৰ্ভ বেংক, চি আৰ পি এফ আদি বিভিন্ন বিভাগৰ পৰা। গজেশ্বৰ ফুকন আৰু বহাগী ফুকনৰ সন্তান বাবুল ফুকন দীৰ্ঘদিনৰ প্ৰেমৰ পিছত বিবাহপাশত আবদ্ধ হয় তৰুণা ফুকনৰ সৈতে। নিজস্ব সময়ত খেল পথাৰত প্ৰভাৱ বিস্তাৰ কৰা এই তাৰকাজন প্ৰতিদ্বন্দ্বিতামূলক ক্ষেত্ৰৰ পৰা আঁতৰি থাকিলেও আঁতৰি থাকিব পৰা নাই ফুটবলৰ সংস্পৰ্শৰ পৰা।☆

# জুবেল বে

অসমৰ ফুটবলৰ পথাৰত তেওঁ খুব এটা জনপ্ৰিয় নাম নহয়। চিনাকিও নহয় অধিক সংখ্যকৰ বাবেই। হ'বই বা কেনেকৈ? বৰদলৈ ট্ৰফী, স্বাধীনতা কাপ অথবা এ টি পি এ শ্বিল্ডৰ দৰে ৰাজ্যৰ আগশাৰীৰ প্ৰতিযোগিতাত তেওঁৰ অৱদান নাই বুলিলেও বঢ়াই কোৱা নহয়। তথাপিও কিন্তু অসমৰ ফুটবল সম্পৰ্কীয় আলোচনাত অনায়াসে ঠাই পাই জুবেল বেয়ে। অসমৰ আন্তঃৰাষ্ট্ৰীয় ফুটবলাৰসকলৰ মাজৰ এজন তেওঁ। দেশৰ আগশাৰীৰ ফুটবল দল মুম্বাইৰ মহিন্দ্ৰ এণ্ড মহিন্দ্ৰ আৰু গোৱাৰ ডেম্পোৰ দৰে ক্লাবত খেলি স্বমহিমাৰে জিলিকি উঠিছিল অসমৰ এই ফুটবলাৰজন। নিজস্ব প্ৰদৰ্শনেৰে দেশত প্ৰতিনিধিত্ব কৰিছিল অসমৰ ফুটবল শক্তিক। দেশৰ সীমা অতিক্ৰমী একাধিকবাৰ জুবেলে খেলিছিল গৈ বিদেশত। গাঁৱৰ ওখোৱা-মোখোৱা খেল পথাৰত কেৰিয়াৰ আৰম্ভ কৰা ল'ৰাটোৱে সগৌৰৱৰে পৰিধান কৰিছিল জাতীয় দলৰ জাৰ্চি।

জুবেল বেৰ জন্ম ১৯৬৯ চনত কাৰ্বি আংলঙৰ পৰা বাৰ কিঃমিঃ দূৰৰ চাৰ্বে বে নামৰ এখন গাঁৱত। পৰিয়ালত ল'ৰা-ছোৱালীৰ মুঠ সংখ্যা ১০। পাঁচটা



জুবেল বে

ফুটবলাৰ জুবেল বেয়ে ক্লাব জীৱনৰ আৰম্ভণি কৰিছিল কাৰ্বি আংলঙৰ থেংতেন ক্লাবত। '৯৩ ত জুবেল চুক্তিবদ্ধ হয় মুম্বাইৰ মহিন্দ্ৰ এণ্ড মহিন্দ্ৰ ক্লাবত। একে বছৰতে বাংলাদেশত হোৱা ছাফ গেমছত ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰা কাৰ্বি আংলঙৰ এই ফুটবলাৰজনে লাহোৰত হোৱা ছাৰ্ক গেমছতো জাতীয় দলৰ হৈ অংশ লয়।

ল'ৰা, পাঁচজনী ছোৱালী। ককায়েকহঁতে ফুটবল খেলিছিল। তেওঁলোকক দেখি দেখিয়েই ফুটবলৰ প্ৰতি আকৰ্ষণ বাঢ়ি আহিছিল জুবেলৰ। — তেওঁ তেতিয়া ডিফু ডনবস্কো স্কুলৰ ছাত্ৰ। স্কুলৰ ফুটবল দলত খেলিবলৈ লয়। ইন্টাৰ স্কুল ফুটবল প্ৰতিযোগিতাত অংশ লয় তেওঁ। '৮৩ চনত আন্তঃজিলা ছাব-জুনিয়ৰ ফুটবল প্ৰতিযাগিতাত কাৰ্বি আংলং দলক প্ৰতিনিধিত্ব কৰি ৰাণাৰ্ছ আপৰ সন্মান লাভ কৰাৰ পিছত নিজ জিলাৰ হৈ পৰৱৰ্তী বছৰত চেম্পিয়নৰ সন্মান অৰ্জন কৰে জুবেলে। এই সুদক্ষ ষ্টপাৰজনে মেট্ৰিক পাছ কৰি ডিফু গভৰ্ণমেণ্ট কলেজত নাম লগায়। ১৯৮৫-৮৬ চনত নিজ কলেজৰ হৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনৰ আন্তঃ মহাবিদ্যালয় ফুটবল প্ৰতিযোগিতাত অংশ লৈয় তেওঁ। '৮৫ চনত হাৰিয়ানাত হোৱা সৰ্বভাৰতীয় গ্ৰাম্য ক্ৰীড়াত অসমক প্ৰতিনিধিত্ব কৰে জুবেলে। '৮৬ চনত পশ্চিম বংগৰ বৰ্ধমানত হোৱা আন্তঃবিশ্ববিদ্যালয় ফুটবল প্ৰতিযোগিতাত গুৱাহাটী বিশ্ববিদ্যালয়ৰ হৈ অংশ লয় খেলুৱৈজনে। '৮৭ চনত ডিফুৰ পৰা গুৱাহাটীত থাকিবলৈ আহে জুবেল। তেতিয়া প্ৰাগজ্যোতিষ কলেজৰ ছাত্ৰ। সেই বছৰতে তিনিচুকীয়াত অনুষ্ঠিত সৰ্বভাৰতীয় ফুটবল প্ৰতিযোগিতাত তেওঁ অসম দলক প্ৰতিনিধিত্ব কৰে। প্ৰতিযোগিতাখনত অসম ছেমি ফাইনেলত বংগৰ হাতত পৰাস্ত হয়।

জুবেল বেৰ ফুটবল প্ৰতিভা কেৱল অসমতে সীমাবদ্ধ হৈ নাথাকিল। ৰাষ্ট্ৰীয় পৰ্যায়ৰ প্ৰতিযোগিতাত কৰা প্ৰদৰ্শনৰ ভিত্তিত 'স্পেচিয়েল এৰিয়া গেমছ' স্কিমৰ অধীনত '৮৮ চনত তেওঁ দিল্লী 'ছাই' কেন্দ্ৰত ভৰ্তি হোৱাৰ সুযোগ পায়। '৮৮-'৮৯ চনত খেলুৱৈজনে অসম দলক প্ৰতিনিধিত্ব কৰে সন্তোষ ট্ৰফীত। প্ৰতিযোগিতাখনত সেইবাৰ অসম কোৱাৰ্টাৰ ফাইনেল পৰ্যন্ত আগুৱাইছিল। উল্লেখ্য, অসমৰ হৈ কেৱল এবাৰ সন্তোষ ট্ৰফীত অংশ লোৱা জুবেলে কেৰিয়াৰত দিল্লী আৰু মহাৰাষ্ট্ৰৰ (১৯৯২) হৈয়ো সন্তোষ ট্ৰফীত অংশ লৈছিল। দেশৰ সীমা অতিক্ৰমী ১৯৮৯ চনত প্ৰথমবাৰৰ বাবে জাতীয় দলৰ হৈ আন্তৰ্জাতিক মেচত অংশ লয় ডিফেণ্ডাৰজনে। সেই বছৰ ইছলামাবাদত ছাফ গেমছত ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰি অৰ্জন কৰে ব্ৰঞ্জৰ পদক। ১৯৯১ চনত হায়দৰাবাদত ভাৰতীয় দলৰ হৈ তেওঁ অংশ লয় প্ৰি-অলিম্পিকৰ কোৱালিফায়িং ৰাউণ্ডত। একে বছৰতে জুবেলে দিল্লী 'ছাই'ৰ হৈ ৰাছিয়া ভ্ৰমণ কৰি দেশখনত কেবাখনো মেছত অংশ লয়। সাংস্কৃতিক বিনিময়ৰ অংশ হিচাপে ভাৰতলৈ অহা ৰাছিয়া দলৰ বিৰুদ্ধে স্বদেশতো কেবাখনো মেছত অংশ লয় জুবেলে। সেই সময়তে জাতীয় দলৰ হৈ এক্সপজাৰ ট্যুৰৰ অংশ হিচাপে তেওঁ নেপাল ভ্ৰমণো কৰে। '৯৩ চনত বাংলাদেশত হোৱা ছাফ গেমছত ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰা কাৰ্বি আংলঙৰ এই ফুটবলাৰজনে একে বছৰতে লাহোৰত হোৱা ছাৰ্ক গেমছত জাতীয় দলৰ হৈ চেম্পিয়নশ্বিপ অৰ্জন কৰে। সেই সময়ত জুবেল ইমান সুন্দৰ ফৰ্মত আছিল যে জাতীয় দলৰ নিৰ্বাচকসকলে

দল গঠনৰ সময়ত তেওঁৰ কথা নভবাকৈ থাকিব পৰা নাছিল। সেয়েহে '৯৩ চনত লেবাননৰ বেইৰুটত হোৱা প্ৰি ৱৰ্ল্ড কাপ কোৱালিফায়িং ৰাউণ্ডৰ প্ৰথম লেগৰ খেল আৰু ছিউলত হোৱা দ্বিতীয় লেগৰ মেচতো ভাৰতীয় ফুটবল দলৰ নিৰ্ভৰযোগ্য ডিফেণ্ডাৰ হিচাপে খেল পথাৰত নমাৰ সুযোগ পায় তেওঁ।



*প্ৰি-অলিম্পিকত অংশ লোৱাৰ সময়ত সতীৰ্থৰ সৈতে জুৱেল ৰে (বাওঁ ফালৰ জন)*

অসমৰ এই সুনিপুণ ফুটবলাৰজনে ক্লাব জীৱনৰ আৰম্ভণি কৰিছিল কাৰ্বি আংলঙৰ থেংতন ক্লাবত। দিল্লীলৈ যোৱাৰ আগতে তেওঁ খেলিছিল শান্তিপুৰ এ চি আৰু মহাবাণাত। দিল্লীত থকাৰ সময়তে '৯৩ ত জুবেল চুক্তিবদ্ধ হয় মুম্বাইৰ মহিন্দ্ৰ এণ্ড মহিন্দ্ৰ ক্লাবৰ সৈতে। ক্লাবটোৰ হৈ তেওঁ তিনিবছৰ খেলে। মহিন্দ্ৰ এণ্ড মহিন্দ্ৰত থকাতে দেশৰ আগশাৰীৰ ফুটবল টুৰ্ণামেণ্ট ৰোভাৰ্ছ কাপ, ডুৰাণ্ড কাপ, ডি চি এম ট্ৰফী, ফেডাৰেল কাপ, চাৰ্মছ কাপ, আই এফ এ শ্বিল্ড আদিৰ দৰে প্ৰতিযোগিতাত নিজৰ ক্ৰীড়াশৈলী প্ৰদৰ্শনৰ সুযোগ পাইছিল অসমৰ এই ফুটবলাৰজনে। '৯৪ চনত অৰ্জন কৰিছিল ৰোভাৰ্ছ কাপৰ ৰাণাৰ্ছ আপৰ সন্মান। ১৯৯৫ চনত গোৱাৰ ডেম্পো ক্লাবত চুক্তিবদ্ধ হয় জুবেল। ক্লাবটোত তেওঁ মাত্ৰ এবছৰ থাকে। গোৱাত থকাৰ সময়ত বালিত দৌৰি আঘাতৰো সন্মুখীন হয় ফুটবলাৰজন। অসমলৈ ঘূৰি আহি জুবেলে '৯৭ চনত এ এছ ই বি, '৯৮ত টাউন ক্লাব আৰু ১৯৯৯ চনত ৰাইজিং ইলেভেনৰ হৈ বিভিন্ন টুৰ্ণামেণ্টত অংশ লয়। ১৯৯৯ চনত ইম্ফলত হোৱা ৰাষ্ট্ৰীয় ক্ৰীড়াত ৰাণাৰ্ছ আপৰ সন্মান জয়ী ৰাজ্যিক দলৰো সদস্য আছিল জুবেল। প্ৰতিযোগিতাখনত তেওঁ খেলিছিল চেণ্টাৰ ফৰৱাৰ্ড পজিচনত। ২০০০-২০০১ চনত কলকাতাত এন আই এছ কোচিং কৰা জুবেলে ২০০১ চনত যোগদান কৰে অসম পুলিচৰ চাকৰিত। বৰ্তমান তেওঁ অসম পুলিচ ব্লু দলৰ প্ৰশিক্ষক। লক্ষণ বে আৰু কাচে ইংতিপিৰ সন্তান জুবেলে গৌৰববোধ কৰে এক গাঁৱলীয়া পৰিৱেশৰ পৰা ওলাই আহি ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰাৰ সুযোগ পোৱাৰ বাবে। মিচেল প্লাটিনি তেওঁৰ প্ৰিয় খেলুৱৈ। আজৰি সময়ত যিকোনো খেল চাই সময় পাৰ কৰিয়ে ভাল পায় জুবেলে।☆

# সুবীৰ চৌধুৰী



সুবীৰ চৌধুৰী

১৯৫০ চনত শিলচৰৰ পৰা দহ কিলোমিটাৰ আঁতৰৰ বৰহোলা গাঁৱত জন্ম হৈছিল ফুটবলাৰ সুবীৰ চৌধুৰীৰ। তেওঁ ১৯৭০ চনত ভৰ্তি হয় ষষ্ঠ অসম পুলিচ বাহিনীত। ১৯৭৭ চনত তেওঁ কাবুলত হোৱা কিংছ কাপত দেশৰ হৈ অংশ লয়। ঢাকাৰ আগাখান গ'ল্ড কাপতো সুবীৰে অংশ লৈছিল।

নিজস্ব সময়ত দুৰ্দান্ত ক্ৰীড়াশৈলী প্ৰদৰ্শনেৰে অসমৰ খেল পথাৰত এক পৰিচিত নাম হৈ পৰিছিল সুবীৰ চৌধুৰী। ৰাজ্যখনৰ জনপ্ৰিয় ফুটবল দল অসম পুলিচৰ হৈ খেলি তেওঁ দীৰ্ঘ সময় নিজৰ আধিপত্য বিস্তাৰ কৰি আছিল খেল পথাৰত। অসমৰ ক্ৰীড়া জগতত ধৰা দিছিল সৰ্বকালৰ এজন দুৰ্ধৰ্ষ ডিফেণ্ডাৰ হিচাপে। সুনিপুণ ক্ৰীড়া দক্ষতাৰে তেওঁ সুযোগ পাইছিল ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰাৰো। সৰুৰে পৰাই বিভিন্ন খেলা-ধুলাত পাৰ্গত সুবীৰ চৌধুৰীৰ জন্ম হৈছিল ১৯৫০ চনত শিলচৰৰ পৰা দহ কিলোমিটাৰ আঁতৰৰ বৰহোলা গাঁৱত। সাতজন ল'ৰা আৰু এজনী ছোৱালীৰ বৃহৎ পৰিয়ালটোত তেওঁ আছিল দ্বিতীয় সন্তান। সুধীৰৰ পিতৃ শৈলেন্দ্ৰ চৌধুৰী। শিলচৰতে শৈশৱ পাৰ কৰা খেলুৱৈজনে বৰহোলা গাঁৱৰ জাতিঙ্গা নৈ আৰু শিলচৰৰ আনোৱাৰ বিলত সাঁতুৰি দক্ষতাৰ প্ৰমাণ দিয়াৰ লগতে বৰাকত হোৱা সাঁতোৰ প্ৰতিযোগিতাত আধিপত্য বিস্তাৰ কৰিছিল। শিলচৰৰ শ্যামচৰণ দেৱ বিদ্যাপীঠত পঢ়ি থাকোতে সুবীৰে স্কুল প্ৰতিযোগিতাত ফুটবলৰ লগতে অংশ লৈছিল হকীতো। এই দুৰ্দান্ত ফুটবলাৰজন ১৯৭০ চনত ভৰ্তি

হয় ষষ্ঠ অসম পুলিচ বাহিনীত। তেতিয়াৰে পৰা তেওঁ আৰম্ভ কৰে অসম পুলিচ দলত এক সুকীয়া যাত্ৰা। পুলিচ বাহিনীত যোগদান কৰাৰ আগেয়ে সংক্ষিপ্ত সময়ৰ বাবে অগ্নি নিৰ্বাপক বাহিনীত যোগদান কৰা খেলুৱৈজনে শিলচৰৰ তৰুণ সংঘ, ইউনাইটেড ক্লাব আৰু ইণ্ডিয়া ক্লাবৰ হৈ ফুটবল খেলিছিল। তাৰাপুৰ এথলেটিক ক্লাবৰ হৈ তেওঁ লীগৰ খিতাপ জয় কৰিবলৈয়ো সক্ষম হৈছিল। প্ৰতিপক্ষৰ আক্ৰমণ বিভাগৰ বাবে প্ৰাচীৰ স্বৰূপ হৈ পৰা সুবীৰে অসম পুলিচৰ হৈ ক্ৰীড়া ক্ষেত্ৰত যি অসীম প্ৰতিভাৰ প্ৰমাণ দিলে সেয়া অবিস্মৰণীয় হৈ ৰ'ব ক্ৰীড়াপ্ৰেমীৰ মনোজগতত। ১৯৭১ চনত অসম পুলিচে ৰাজ্যৰ সকলো প্ৰধান খিতাপ অৰ্জন কৰিছিল। বৰদলৈ ট্ৰফীৰ ফাইনেলত শক্তিশালী প্ৰতিপক্ষ মহমেদান স্পটিঙক পৰাস্ত কৰিছিল ২-১ গলত। দলৰ এনেবোৰ বিজয়ত ঈৰ্ষণীয় অৱদান আগবঢ়াইছিল সুবীৰ চৌধুৰীয়ে।

প্ৰথম অৱস্থাত অসম পুলিচত ৰাইট বেকৰূপে খেল পথাৰত নমা ফুটবলাৰজনে মাজত ১৯৭৬ চনতো বাদ দি ১৯৭৩-১৯৭৮ চনলৈ ৰাজ্যিক দলক প্ৰতিনিধিত্ব কৰিছিল ষ্টপাৰ হিচাপে। ৰাজ্যিক দলৰ হৈ কৰা প্ৰদৰ্শনেই তেওঁলৈ সুযোগ কঢ়িয়াই আনিছিল জাতীয় দলক প্ৰতিনিধিত্ব কৰাৰ। ১৯৭৬ চনত তেওঁ মাৰ্ডেকা কাপত ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰাৰ লগতে অন্তৰ্ভুক্ত হয় আফগানিস্তানগামী ভাৰতীয় দলটো। ১৯৭৭ চনত তেওঁ কাবুলত হোৱা কিংছ কাপত দেশৰ হৈ অংশ লয়। ঢাকাৰ আগাখান গ'ল্ড কাপটো সুবীৰে অংশ লৈছিল। প্ৰতিযোগিতাখনৰ ছেমি ফাইনেলত ভাৰতে ইণ্ডোনেচিয়াক ৪-২ গলত পৰাস্ত কৰাৰ পিছত ফাইনেলত দলতো ইৰাণৰ বিৰুদ্ধে ২-০ গলত পৰাস্ত হৈছিল।

অসমৰ এই সুদক্ষ ফুটবলাৰজনে বিভিন্ন সময়ত দেশী-বিদেশী ভিন্ন ফুটবল দলৰ বিৰুদ্ধে দাঙি ধৰিছিল নিজৰ বলিষ্ঠ প্ৰদৰ্শন। মহমেদান স্পৰ্টিং, ইষ্ট বেংগল বেংককৰ পৰ্ট অথৰিটী আদি দলৰ বিৰুদ্ধে স্বৰাজ্যৰ খেলপথাৰত তেওঁ কৰা প্ৰদৰ্শন স্বাভাৱিকতেই হৈ ৰ'ব স্মৰণীয়। সুবীৰ চৌধুৰীৰ কেৰিয়াৰৰ অন্তিম ফুটবল প্ৰতিযোগিতা ১৯৭৯ চনৰ ফেডাৰেছন কাপ। ইয়াৰ পিছতে তেওঁ ফুটবলৰ পৰা অৱসৰ লয়।

১৯৭৯ৰ পৰা ১৯৮৫ লৈকে সুবীৰ চৌধুৰীয়ে কাছাৰ পুলিচ ফুটবল দলৰ প্ৰশিক্ষক হিচাপে দায়িত্ব পালন কৰিছিল। ১৯৮৯ চনত তেওঁ তেজপুৰ পুলিচ ৰিজাৰ্ভৰ পৰা কুসুমতোলাৰ দ্বাদশ অসম আৰক্ষী বেটেলিয়নলৈ আহে। দুৰ্ভাগ্যজনকভাৱে ইয়াতেই খেলুৱৈজনে মানসিক ভাৰসাম্য হেৰুৱাই। ফলস্বৰূপে তেওঁ এদিন জীৱিকাৰ একমাত্ৰ অৱলম্বন চাকৰিটোও হেৰুৱাব লগীয়া হ'ল। সকলো সা-সম্পত্তি হেৰুওৱাৰ লগতে খেলুৱৈজনৰ পদকসমূহো কোনোবাই চুৰ কৰি নিয়ে। চৰম দৰিদ্ৰতাৰ মাজত তেওঁ কুসুমতোলাৰ এটা জৰাজীৰ্ণ ঘৰত জীৱন যাপন কৰিব লগা হয়। দ্বাদশ অসম আৰক্ষীৰ লংগৰতে তেওঁ আহাৰ গ্ৰহণ কৰে। ☆

# দেৱাশিষ ৰায়



দেৱাশিষ ৰায়

ফুটবলাৰ দেৱাশিষ ৰায়ৰ জন্ম হয় ১৯৫৪ চনৰ ২ ডিচেম্বৰত কৰিমগঞ্জত। তেওঁ দুবাৰকৈ জাতীয় দলক প্ৰতিনিধিত্ব কৰাৰ সুযোগ পাইছিল। কেৰিয়াৰত তেওঁ মহমেদান স্পৰ্টিং, মোহন বাগান আৰু ইষ্ট বেংগলৰ দৰে ক্লাবক প্ৰতিনিধিত্ব কৰিছিল।

**গ'ল** কৰাৰ দুৰন্ত দক্ষতা আৰু বিশাল ক্ৰীড়া প্ৰতিভাৰে নিজস্ব সময়ত প্ৰতিপক্ষৰ বাবে বিভীষিকা স্বৰূপ হৈ পৰিছিল দেবাশীষ ৰায়। কলকাতাৰ আগশাৰীৰ ফুটবল ক্লাবৰ হৈ এই ষ্ট্ৰাইকাৰজনে খেলপথাৰত দপদপাই ফুৰিবলৈ সক্ষম হৈছিল যিকোনো সন্মানীয় ফুটবল প্ৰতিযোগিতাত। দেবাশীষ ৰায়ৰ জন্ম ১৯৫৪ চনৰ ৭ ডিচেম্বৰত কৰিমগঞ্জত। দেউতাক হৰিমোহন ৰায় আছিল ব্যৱসায়ী। তেওঁৰ মাকৰ নাম মাধবীলতা ৰায়। সৰুৰে পৰা অত্যন্ত জেদী আৰু আক্ৰমণাত্মক স্বভাৱৰ দেবাশীষে ফুটবল খেলিবলৈ লয় স্কুলত পঢ়ি থকাৰ পৰাই। কৰিমগঞ্জৰ নীলমণি হাইস্কুলত অধ্যয়ন কৰি থাকোতে প্ৰথমে তেওঁ অংশ লৈছিল আন্তঃশ্ৰেণী ফুটবলত। পাৰাই পাৰাই অনুষ্ঠিত হোৱা বিভিন্ন ফুটবল টুৰ্ণামেণ্টবোৰতো অংশ ল'বলৈ আৰম্ভ কৰিছিল দেবাশীষে। সেই সময়তে বিলাস বৰুৱাৰ অধীনত কৰিমগঞ্জত এটা ফুটবলৰ ক'চিং কেম্প আৰম্ভ হৈছিল। শিবিৰটো হৈছিল গৰ্ভমেণ্ট হাইস্কুলৰ খেলপথাৰত। এদিন আবেলি দেবাশীষো গ'ল এই প্ৰশিক্ষণ চাবলৈ। খেলপথাৰৰ বাহিৰতে তেওঁ এনেই বলটো লৈ খেলি আছিল। তেনেতে বৰুৱাই আহি তেওঁক সুধিলে যে ক'চিঙত অংশ ল'বলৈ ইচ্ছা আছে

নেকি? নিশ্চিতভাৱেই দেবাশীষৰ উত্তৰ আছিল ইতিবাচক। এনেদৰেই ক্রমাগতভাৱে ফুটবলৰ সৈতে জড়িত হৈ পৰিল দেবাশীষ ৰায়। খেলুৱৈজনে ক্লাব জীৱন আৰম্ভ কৰিছিল কৰিমগঞ্জৰ পঞ্চবতী ক্লাবত। ইয়াৰ পিছতে তেওঁ খেলে কৰিমগঞ্জৰে বাই এম চি ক্লাবত। মেট্রিকৰ দেওনা পাৰ হোৱাৰ অন্তত সুকুমাৰ দাসৰ উৎসাহত তেওঁ অংশ ল'লেহি পাঠশালাত আন্তঃকলেজ ফুটবল প্রতিযোগিতাত। তাতে তেওঁ লগ পালে পুলক লাহিড়ীক। লাহিড়ীয়ে তেওঁক প্রস্তাব দিলে টাউন ক্লাবৰ হৈ খেলাৰ। বিনিময়ত বিনামূলীয়া থকা-খোৱা আৰু সপ্তাহত অলপ হাত খৰচ। বছৰ টাউন ক্লাবত খেলিবলৈ সম্মতি জনালে দেবাশীষে। সেই সময়ত ক্লাবটোৰ সদস্য হিচাপে আছিল কৰিমগঞ্জৰ বিশ্বজিত দত্ত (টুকটুক)ও। টাউন ক্লাবত তেওঁ যোগ দিয়ে '৭৩ চনত। '৭৪ চনত কৰিমগঞ্জৰ পৰা ক্লাবটোলৈ আহে মতিলাল দাস আৰু গোপাল দাস। এনেদৰেই বিভিন্ন প্রতিযোগিতাত অংশলোৱাৰ পাছত স্বৰাজ্যৰ হৈ কৰা প্রদর্শনৰ অন্তত ১৯৭৬ চনত দেবাশীষে ভাৰতীয় জুনিয়ৰ দলক প্রতিনিধিত্ব কৰি বেংককত খেলাৰ সুযোগ পায়। ১৯৭৭ চনত প্রাগজ্যোতিষ কলেজৰ হৈ আন্তঃকলেজ প্রতিযোগিতাত ভাগ লোৱা খেলুৱৈজন জুনিয়ৰ অসম দলৰ অধিনায়কো আছিল। ৰাজ্যিক দলক তেওঁ প্রতিনিধিত্ব কৰে সন্তোষ ট্রফীটো। ১৯৭৭ চনত ভাৰতীয় জুনিয়ৰ দলৰ হৈ এই দুৰ্দান্ত খেলুৱৈজনে ইৰাণ ভ্রমণ কৰে। সেই ভাৰতীয় দলটোৰ অধিনায়ক আছিল মনোৰঞ্জন ভট্টাচার্য। সহঃঅধিনায়ক আছিল দেবাশীষ। দলৰ নির্বাচক আছিল অসমৰ টছেন বড়া। '৭৭ চনৰ দুই ফেব্রুৱাৰীত এফ চি আই চাকৰিত যোগ দিয়া খেলুৱৈজনে ইয়াৰ পিছতে নবজ্যোতি ক্লাবত চুক্তিবদ্ধ হয়। ক্লাবটোৰ হৈ দুবাৰ লীগ জয় কৰাৰ লগতে তেওঁ আছিল টপ স্ক'ৰাৰ।

নিজকে এজন দুর্ধর্ষ ষ্ট্রাইকাৰ হিচাপে প্রতিষ্ঠা কৰিবলৈ সক্ষম হোৱা অসমৰ এই তাৰকা ফুটবলাৰ জনে ১৯৭৮ চনত যোগ দিয়ে কলকাতাৰ এৰিয়ান ক্লাবত। '৭৯ চনৰ পৰা তেওঁ ক্লাবটোৰ হৈ খেলিবলৈ লয়। নিজস্ব ক্রীড়া প্রতিভাৰ জোৰত ১৯৮০ চনত তেওঁ চুক্তিবদ্ধ হয় মহমেদান স্পৰ্টিঙৰ সৈতে। যিটো ক্লাবৰ নাম ইমান দিনে শুনি আছিল সেই স্বপ্নৰ ক্লাবটোত যোগ দি ৰোমাঞ্চিত হৈ পৰে দেবাশীষ। মহমেদান স্পর্টিঙৰ জাৰ্চীটো হাতত লৈ বাৰে বাৰে স্পর্শ কৰি তেওঁ অভিভূত হৈ পৰিছিল। ক্লাবটোৰ হৈ খেলি কলকাতা লীগত তেওঁ শীৰ্ষ স্ক'ৰাৰ সন্মান লাভ কৰিছিল। জয় কৰিছিল চিকিমৰ গৱৰ্ণৰ্ছ গ'ল্ড কাপ। ডি চি এম ট্রফীত গ'ল কৰি এই প্রতিভাধৰ খেলুৱৈজনে সোণৰ ঘড়ী উপহাৰ হিচাপে লাভ কৰিছিল। বিদেশী দলক হৰুৱাই জয় কৰিছিল বোভাৰ্চ কাপ। মহমেদান স্পর্টিঙৰ হৈ ডুৰাণ্ড কাপত লাভ কৰিছিল তেওঁ ৰাৰ্ণাছ আপৰ সন্মান। ফুটবলৰ পথাৰত এনেদৰে নিজস্ব আধিপত্য বিস্তাৰ কৰি থকাৰ সময়তে '৭৭ চনত তেওঁ সুযোগ পাইছিল

ভাৰতীয় ছিনিয়ৰ দলক প্ৰতিনিধিত্ব কৰাৰ বাবে। সেইবাৰ তেওঁ ভাৰতীয় দলৰ হৈ অংশ লয় কাবুলত অনুষ্ঠিত কিংছ কাপত। সেই দলটোত অসমৰ সুবীৰ চৌধুৰীও সদস্য হিচাপে আছিল। দেবাশীষে '৭৯, '৮০, '৮২, '৮৩, '৮৪, '৮৫, '৮৬ চনত সন্তোষ ট্ৰফীত বংগ দলক প্ৰতিনিধিত্ব কৰে। '৮৬ চনত তেওঁ আছিল দলটোৰ অধিনায়ক। বংগৰ হৈ তেওঁ সন্তোষ ট্ৰফী জয় কৰে পাঁচবাৰ। কলকাতা ফুটবলত চিনাকি নাম হৈ পৰা দেবাশীষে '৮৩ চনত যোগ দিয়ে ইষ্ট বেংগলত। তেওঁ '৮৩, '৮৪ আৰু '৮৫ চনত ক্লাবটোৰ হৈ খেলে। '৮৪ চনত আছিল তেওঁ কলকাতা লীগৰ টপ স্ক'ৰাৰ। '৮৫ চনত ইষ্ট বেংগলৰ হৈ তেওঁ অংশ লৈছিল কলম্বোত ক্লাব চেম্পিয়নশ্বিপত। প্ৰতিযোগিতাৰ এই চেম্পিয়ন দলটোৱে নেপালক ৯ গ'ল আৰু মালদ্বীপক ১৯ গ'ল দিছিল। এই প্ৰতিযোগিতাৰ মূল পৰ্যায়ত ইষ্ট বেংগলৰ হৈ তেওঁ অংশ লয় আৰবৰ জেড্ডাত। '৮৫ চনত ইষ্ট বেংগলৰ হৈ খেলি তেওঁ বৰদলৈ ট্ৰফীত শীৰ্ষ স্ক'ৰাৰ সন্মান লাভ কৰিছিল। ক্লাবটোৰ হৈ তেওঁ জয় কৰিছিল ফেডাৰেচন কাপ। ১৯৮৬ চনত মোহন বাগানত যোগ দিয়া খেলুৱৈজনে ১৯৮৯ চন পৰ্যন্ত ক্লাবটোৰ হৈ খেলে। মোহন বাগানৰ হৈ তেওঁ '৮৬ চনত জয় কৰে ইণ্ডিয়ান এয়াৰ লাইনছ ট্ৰফী। লাভ কৰে প্ৰতিযোগিতাৰ শীৰ্ষ স্ক'ৰাৰো সন্মান। এক বৰ্ণিল কেৰিয়াৰৰ যৱনিকা পেলাই ১৯৮৯ চনত ফুটবলৰ পৰা অৱসৰৰ কথা ঘোষণা কৰে



দেৱাশীষ ৰায়ে।

কাবেৰী ৰায়ৰ সৈতে বিবাহ পাশত আবদ্ধ হোৱা খেলুৱৈজনৰ একমাত্ৰ পুত্ৰ সন্তান দেৱ কাঞ্চন ৰায়। তেওঁৰ পৰিয়ালত আছে তিনিগৰাকী বায়েক আৰু এগৰাকী ভনীয়েক। প্ৰখ্যাত ফুটবলাৰ হিচাপে নিজকে প্ৰতিষ্ঠা কৰা দেৱাশীষে কৰিমগঞ্জত থকাৰ সময়ত ক্লাব আৰু জিলাৰ হৈ ক্ৰিকেটো খেলিছিল। আজৰি সময়ত গান শুনাৰ লগতে টাছ খেলি ভাল পায় তেওঁ। খেলপথাৰত সদায় চাপমুক্ত হৈ থকাটো তেওঁৰ স্বভাৱ। ৰাছিয়াৰ ডি ফেডিন, যুগোশ্লাভিয়াৰ মিলৱান, ভাৰতৰ পি কে বেনাৰ্জী, নঈমুদ্দিন আদিৰ প্ৰশিক্ষণেৰে পুষ্ট এই ফুটবলাৰ। কেৰিয়াত লাভ কৰা ঈৰ্ষণীয় সফলতা সত্ত্বেও স্বৰাজ্য অসমত যোগ্য স্বীকৃতি নোপোৱাত আক্ষেপ প্ৰকাশ কৰে খেলুৱৈজনে। দেৱাশীষৰ মতে বাহিৰত থকা অৱস্থাত সদায়ে তেওঁ অসমৰ খেলুৱৈ বুলিয়ে চিনাকি দি আহিলেও ৰাজ্য চৰকাৰ জনসাধাৰণ অথবা ছাত্ৰ সংগঠনে আজিলৈকে তেওঁক যোগ্য সন্মান আগনবঢ়ালে। ☆

# অৰূপ দাস



অৰূপ দাস

১৯৫৮ চনৰ ৮ জুলাইত কৰিমগঞ্জত জন্ম হোৱা ফুটবলাৰ অৰূপ দাসে ভাৰতীয় দলক প্ৰথম প্ৰতিনিধিত্ব কৰে ১৯৮১ চনত। সেইবাৰ তেওঁ ছিনিয়ৰ দলৰ হৈ ইউ এ ই ভ্ৰমণ কৰে। ১৯৮৪ চনত তেওঁ ভাৰতীয় দলৰ হৈ নেহৰু গ'ল্ড কাপত অংশ লয়।

জ্যেষ্ঠ ভাতৃ অজয় দাসৰ দুৰ্দান্ত ক্ৰীড়াশৈলী প্ৰত্যক্ষ কৰিয়েই ফুটবলৰ প্ৰতি আকৰ্ষিত হৈ পৰিছিল অৰূপ দাস। অসমৰ ক্ৰীড়াক্ষেত্ৰত নিজস্ব প্ৰতিভাৰ প্ৰমাণ দিয়াৰ লগতে কলকাতাৰ ফুটবল জগততো চিনাকি নাম হৈ পৰিছিল এই খেলুৱৈজন। নিজস্ব প্ৰতিভাৰ বলত অৰূপ দাসে আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰাৰো সুযোগ পাইছিল। ভাৰতীয় দলৰ হৈ তেওঁ প্ৰথম অংশ লয় ১৯৮১ চনত। সেই বছৰ তেওঁ ভাৰতীয় ছিনিয়ৰ দলৰ হৈ ইউ এ ই ভ্ৰমণ কৰে। ১৯৮৪ চনত খেলুৱৈজনে ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰে নেহৰু গ'ল্ড কাপত। অৰূপ দাসৰ জন্ম হৈছিল ১৯৫৮ চনৰ ৮ জুলাইত কৰিমগঞ্জত। তেওঁৰ পিতৃৰ নাম হৰদয়াল দাস আৰু মাতৃৰ নাম মুকুল ৰাণ দাস। কৰিমগঞ্জ পাব্‌লিক হাইস্কুল আৰু গৰ্ভমেণ্ট হাইস্কুলত তেওঁ স্কুলীয়া শিক্ষা গ্ৰহণ কৰিছিল। গুৱাহাটী প্ৰাগজ্যোতিষ কলেজতো তেওঁ এবছৰ শিক্ষা গ্ৰহণ কৰে। অৰূপ দাসৰ কেৰিয়াৰৰ প্ৰথমখন প্ৰধান প্ৰতিযোগিতা আছিল গুৱাহাটীত হোৱা বৰদলৈ ট্ৰফী। তেওঁ ১৯৭৫ চনত ৰাজ্যিক জুনিয়ৰ দলৰ হৈ ডঃ বি চি ৰয় ট্ৰফীত অসমক

প্ৰতিনিধিত্ব কৰে। সৰ্বভাৰতীয় আন্তঃ বিশ্ববিদ্যালয় ফুটবল প্ৰতিযোগিতাত খেলুৱৈজনে প্ৰতিনিধিত্ব কৰিছিল গুৱাহাটী বিশ্ববিদ্যালয়ক। ছিনিয়ৰ নেচনেল পৰ্যায়ত অৰূপ দাসে ১৯৭৯ আৰু ১৯৮০ চনত ভাৰতীয় ৰেল দলৰ হৈ প্ৰতিদ্বন্দ্বিতা আগবঢ়ায়। ১৯৮১, ৮২, ৮৩, ৮৪ চনত এই ফুটবলাৰজনে ৰাষ্ট্ৰীয় প্ৰেক্ষাপটত প্ৰতিনিধিত্ব কৰে পশ্চিমবংগ দলক। ক্লাব পৰ্যায়ত খেলুৱৈজনে সংক্ষিপ্ত সময়ৰ বাবে মহাৰাণা আৰু গুৱাহাটী টাউন ক্লাবক প্ৰতিনিধিত্ব কৰাৰ লগতে নিজস্ব সময়ত তেওঁ কলকাতাৰ আগশাৰীৰ দল ইষ্ট বেংগল আৰু মহমেদান স্পৰ্টিঙৰ হৈয়ো ফুটবল খেলিছিল। বিশ্বকাপ বিজয়ী ইংলেণ্ড ফুটবল দলৰ প্ৰাক্তন অধিনায়ক ববী মুৰক লগ পোৱাটোৱেই এই ফুটবলাৰজনৰ জীৱনৰ আটাইতকৈ স্মৰণীয় মুহূৰ্ত। ১৯৮৪ চনত নেহৰু গল্ড' কাপৰ সময়ত কলকাতালৈ আহিছিল ববী মুৰ। তাতেই অৰূপ দাসে বিশ্বৰ আগশাৰীৰ তাৰকাজনক সৌশৰীৰে লগ পাই ৰোমাঞ্চিত হৈ পৰিছিল। এতিয়াও তেওঁৰ দুচকুত ভাহি উঠে ইংলেণ্ডৰ প্ৰাক্তন তাৰকাজনক লগ পোৱাৰ সেই সময়খিনিৰ কথা। বৰ্তমান কলকাতাত ষ্টীল অথ'ৰিটী অব ইণ্ডিয়াৰ চাকৰিয়াল হিচাপে কাৰ্যনিৰ্বাহ কৰি থকা অৰূপ দাসে অসমৰ ফুটবল ক্ষেত্ৰৰ প্ৰতি অনুভৱ কৰে বিশেষ দুৰ্বলতা। ৰাজ্যখনৰ অধিক সংখ্যক খেলুৱৈয়ে ভাৰতক আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ত প্ৰতিনিধিত্ব কৰাৰ সুযোগ পোৱাটো বিচাৰে তেওঁ। এনেদৰেই ৰাজ্যখনৰ উত্তৰ প্ৰজন্মক লৈ সপোন দেখে অৰূপ দাসে। কেৰিয়াৰত আগবাঢ়ি যোৱাৰ পথত বহুকেইজন প্ৰশিক্ষকৰে সান্নিধ্যলৈ আহিছিল ফুটবলাৰজন। তেওঁলোকৰ ভিতৰত পি কে বেনাৰ্জীকে সৰ্বসময়ৰ শ্ৰেষ্ঠ প্ৰশিক্ষক হিচাপে স্বীকৃতি দিব বিচাৰে দাসে। পি কে বেনাৰ্জীৰ প্ৰশিক্ষণৰ অধীনত তেওঁ নিজৰ ক্ৰীড়াশৈলীৰ মান যথেষ্ট উন্নত কৰিবলৈ সক্ষম হৈছিল। কৰিমগঞ্জৰ পৰা গৈ সৰ্বভাৰতীয় ক্ষেত্ৰত নিজৰ প্ৰতিভা প্ৰমাণ দিবলৈ সক্ষম হোৱা দাসে সকলো সময়তেই ফুটবলৰ সৈতে জড়িত থাকিবলৈ ভাল পায়। অন্যান্য খেল উপভোগ কৰাতোও তেওঁৰ নিচা।☆

# ছৈয়দ আবিদ ইমাম



**ছৈয়দ আবিদ ইমাম**

১৯৬৮ চনত নামৰূপত জন্ম হোৱা ছৈয়দ আবিদ ইমামে ১৯৮৫ চনত নেপালত ভাৰতীয় দলৰ হৈ এক টুৰ্ণামেণ্টত অংশ লয়।

অসমৰ ফুটবল ক্ষেত্ৰক চহকী কৰা এজন প্ৰতিভাৱান খেলুৱৈ ছৈয়দ আবিদ ইমাম। তেওঁৰ জন্ম ১৯৬৮ চনত নামৰূপত। ডিব্ৰুগড় মিলনজ্যোতি সংঘত ক্লাব জীৱন আৰম্ভ কৰা খেলুৱৈজনে গুৱাহাটী ষ্টাৰ স্পৰ্টিং আৰু নৱজ্যোতি ক্লাবৰ হৈয়ো ফুটবল খেলিছিল। ১৯৮৫ চনত তেওঁ সুযোগ পায় জাতীয় দলক প্ৰতিনিধিত্ব কৰাৰ। সেই বছৰ আবিদে নেপালত ভাৰতীয় দলৰ হৈ অল নেপাল টুৰ্ণামেণ্টত অংশ লয়। খেলুৱৈজনে ১৯৮৬ চনত জাতীয় জুনিয়ৰ দলত নিৰ্বাচিত হৈ কুৱেইটত হোৱা এছিয় যুব ফুটবল চেম্পিয়নশ্বিপত প্ৰতিদ্বন্দ্বিতা আগবঢ়ায়। আবিদে কেৰিয়াৰত নিজৰ দুৰ্দান্ত ক্ৰীড়াশৈলীৰে দৰ্শকৰ মন মুহিবলৈ সক্ষম হৈছিল। প্ৰতিপক্ষৰ বাবে স্বাভাৱিকতেই চিন্তাৰ কাৰণ হৈ পৰিছিল তেওঁ। ☆ লোকেশ্বৰ গগৈৰ "অসম ফুটবল" নামৰ গ্ৰন্থৰ সহায়ত।

# ছুচান দাস চৌধুৰী

টেনিছৰ মহিলাৰ শাখাত ৰাষ্ট্ৰীয় চেম্পিয়নশ্বিপৰ খিতাপ জয়েৰে অসমৰ ক্ৰীড়াক্ষেত্ৰলৈ এক ঈৰ্ষণীয় সফলতা কঢ়িয়াই অনা খেলুৱৈগৰাকীয়েই হ'ল ছুচান দাস চৌধুৰী। অসমৰ ক্ৰীড়া ইতিহাসত এই পৰ্যন্ত এই ছুচান দাস চৌধুৰীয়ে হৈছে একমাত্ৰ খেলুৱৈ যি টেনিছৰ মহিলাৰ শাখাত ৰাষ্ট্ৰীয় খিতাপ জয় কৰিবলৈ সক্ষম হৈছে। কেৱল ৰাষ্ট্ৰীয় পৰ্যায়তে নহয় আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰতো অসীম দক্ষতা আৰু সুনিপুণ ক্ৰীড়াশৈলীৰে নিজৰ প্ৰতিভাৰ প্ৰমাণ দিবলৈ সক্ষম হৈছিল এই টেনিছ খেলুৱৈগৰাকীয়ে। স্পষ্টবাদী আৰু স্বল্পভাষী এই ছুচান দাসে কেৰিয়াৰৰ চূড়ান্ত সফলতা লাভ কৰাৰ সময়ত গঢ়ি তুলিবলৈ সক্ষম হৈছিল এক নিজস্ব ইমেজ। তেওঁৰ পিতৃ অনিল মোহন দাস আছিল নিজে এজন টেনিছ খেলুৱৈ। তেওঁৱেই তেজপুৰ ষ্টেচন ক্লাবত ছুচানক পৰিচয় কৰাই দিছিল টেনিছ কৰ্টৰ সৈতে। সেই সময়ত অনিল মোহন দাস আছিল তেজপুৰৰ টেনিছ সম্পাদক। পিতৃৰ উৎসাহতেই টেনিছ খেলিবলৈ আৰম্ভ কৰিলে ছুচানে। দেউতাকৰ মৃত্যুৰ পিছত প্ৰতি নিয়ত খেলুৱৈগৰাকীক সমৰ্থন আৰু উৎসাহ দি আহিছিল মাক নিহাৰিকা দাসে। টেনিছ ক্ষেত্ৰত



ছুচান দাস চৌধুৰী

ছুচান দাস চৌধুৰীয়ে ভাৰতক আন্তৰ্জাতিক পৰ্যায়ত প্ৰতিনিধিত্ব কৰিছিল ১৯৬৯ চনৰ পৰা ১৯৭৮ চন পৰ্যন্ত। ৰাষ্ট্ৰীয় চেম্পিয়নশ্বিপত মহিলাৰ ছিংগলছৰ খিতাপ অৰ্জন কৰা তেওঁ একমাত্ৰ অসমীয়া। কলম্বোত হোৱা শ্ৰীলংকা অ'পেন চেম্পিয়নশ্বিপত ছুচান দাস চৌধুৰীয়ে অৰ্জন কৰিছিল ত্ৰিমুকুট।

ছুচান দাস চৌধুৰীয়ে সফলতাৰ বাটত আৰোহণ কৰাৰ সময়ত আন্তৰ্জাতিক দৃশ্যপটত চিনাকি নাম আছিল মাৰ্গাৰেট কৰ্ট, এভন গ'লা গং আদিৰ দৰে খেলুৱৈ। এওঁলোকৰ শাৰীৰিক সামৰ্থ আৰু ক্ৰীড়া নৈপুণ্য প্ৰত্যক্ষ কৰি আশ্চাৰ্য অনুভৱ কৰিছিল অসমৰ এই খেলুৱৈগৰাকীয়ে। এই খেলুৱৈসকলৰ দ্বাৰা অনুপ্ৰাণিত হৈয়ে টেনিছ কৰ্টত নিজকে আত্মোৎসৰ্গ কৰাৰ বাবে উৎসাহিত হৈছিল ছুচান দাস চৌধুৰী।

দেশৰ টেনিছ ক্ষেত্ৰত আধিপত্য বিস্তাৰ কৰিবলৈ সক্ষম হোৱা ছুচানে ভাৰতক আন্তৰ্জাতিক পৰ্যায়ত প্ৰতিনিধিত্ব কৰিছিল ১৯৬৯ চনৰ পৰা ১৯৭৮ চন পৰ্যন্ত। সেইসময়ছোৱাত অংশ লোৱা বহুকেইখন আগশাৰীৰ প্ৰতিযোগিতাত দুৰন্ত প্ৰদৰ্শনেৰে তেওঁ ক্ৰীড়াপ্ৰেমীৰ হৃদয় জয় কৰিবলৈ সক্ষম হৈছিল। কেৰিয়াৰত লাভ কৰা সফলতাৰ সৰু-বৰ বহু স্মৃতি তেওঁৰ হৃদয় কোঠাত ৰৈ গৈছে সজীৱ হৈ। নেচনেল চেম্পিয়নছ ট্ৰফী জয় কৰাটোৱেই তেওঁৰ বাবে কেৰিয়াৰৰ আটাইতকৈ স্মৰণীয় দিন। পুনেৰ ডেকান জিমখানা ক্লাবত নিজ হাতে মহিলাৰ ৰাষ্ট্ৰীয় চেম্পিয়নৰ খিতাপ দাঙি লৈ ৰোমাঞ্চিত হৈ পৰিছিল এই অসম সন্তান। ঈৰ্ষণীয় সাফল্য লাভ কৰি আনন্দত উদ্ভাসিত হৈ উঠিছিল তেওঁৰ মুখাবয়ব। এগৰাকী অসমীয়া খেলুৱৈৰ এনে সাফল্যই গৌৰৱ কঢ়িয়াই আনিছিল ৰাজ্যখনলৈয়ো। ইয়াৰ পিছত খুব সোনকালে তেওঁ সন্মুখীন হৈছিল কেৰিয়াৰৰ আন এক স্মৰণীয় মুহূৰ্তৰ। কলম্বোত হোৱা শ্ৰীলংকা অ'পেন চেম্পিয়নশ্বিপত ছুচান দাস চৌধুৰীয়ে অৰ্জন কৰিছিল ত্ৰিমুকুট। খেলৰ পিছদিনা বাতৰি কাকত পঢ়িহে তেওঁ জানিব পাৰিছিল যে সেই সফলতাৰে তেওঁ এক অসাধাৰণ কৃতিত্ব অৰ্জন কৰিছে। এই বাতৰিয়ে তেওঁক ৰোমাঞ্চিত কৰি তুলিছিল। সেই সাফল্যাৰ কথা অবিস্মৰণীয় হৈ ৰৈ গৈছে তেওঁৰ মন-মগজুত। জীৱনৰ সফলতাই যিদৰে আনন্দ দিছে সেই দৰে কাংক্ষিত স্বপ্ন চুব নোৱাৰি তেওঁ মনত ৰৈ গৈছে আক্ষেপো। যিকোনো টেনিছ খেলুৱৈৰ দৰেই তেওঁৰো সপোন আছিল উইম্বলডনৰ সেউজ ঘাঁহনিত খেলি এক অনন্য অভিজ্ঞতা অৰ্জন কৰা। কিন্তু উইম্বলডনৰ বাবে হোৱা কোৱালিফায়িং টুৰ্ণামেণ্টত প্ৰয়োজনীয় সাফল্য অৰ্জনত তেওঁ ব্যৰ্থ হৈছিল। পূৰ্ণ প্ৰয়াস চলালেও ৰয়েহাম্পটনত হোৱা কোৱালিফায়িং টুৰ্ণামেণ্টত তিনিটা ৰাউণ্ড অতিক্ৰম কৰিব নোৱাৰিলে খেলুৱৈগৰাকীয়ে। দুবাৰকৈ তেওঁ স্থান পাইছিল ভাৰতীয় ফেডাৰেচন কাপ দলত। প্ৰথমখন প্ৰতিযোগিতাত আছিল আমেৰিকাৰ ফিলাডেলফিয়াত আৰু দ্বিতীয়খন টুৰ্ণামেণ্ট অনুষ্ঠিত হৈছিল লণ্ডনত। কিন্তু দুয়োবাৰেই বৰ্ণ বৈষম্যৰ সম্পৰ্কত কেন্দ্ৰীয় চৰকাৰে অৱলম্বন কৰা নীতিৰ বাবে ভাৰতীয় দলে প্ৰতিযোগিতাৰ পৰা নাম প্ৰত্যাহাৰ কৰিছিল।

কেৰিয়াৰত নিজকে প্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰত কেবাজনো প্ৰশিক্ষকৰ কথা কৃতজ্ঞতাৰে

সোঁৱৰে খেলুৱৈগৰাকীয়ে। প্ৰাথমিক অৱস্থাত দেউতাকৰ প্ৰশিক্ষণৰ অধীনতে হাতত টেনিছৰ ৰেকেট তুলি লোৱা ছুচান দাস চৌধুৰীয়ে জনপ্ৰিয় অষ্ট্ৰেলিয়ান প্ৰশিক্ষক ষ্টানলে এডৱাৰ্ডছ (Stanley Edwards)ৰ লগতে ডেভিছ কাপ প্ৰশিক্ষক আখটাৰ আলীৰ অধীনতো প্ৰশিক্ষণ লৈ নিজকে অধিক পুষ্ট কৰি তুলিছিল। সুন্দৰ মনবীয় গুণৰাজিৰ অধিকাৰী প্ৰশিক্ষক দুজনৰ প্ৰতি কেৰিয়াৰত আগবাঢ়ি যোৱাৰ বাবে তেওঁ বিশেষ কৃতজ্ঞতা প্ৰকাশ কৰে। সেই সময়ৰ কলকাতাৰ দুখন শ্ৰেষ্ঠ ক'ৰ্ট ছাউথ ক্লাব আৰু ছেটোনডে ক্লাব উভয়তে তেওঁ অনায়াসে অনুশীলনৰ সুবিধা পাইছিল। মাদ্ৰাজ জিমখানা ক্লাবৰ ক'ৰ্ট তেওঁৰ আটাইতকৈ ফেভাৰিট ক'ৰ্ট আছিল। ইয়াতেই তেওঁৰ নিজৰ শ্ৰেষ্ঠ টেনিছ খেলিছিল আপোন দৰ্শকৰ সন্মুখত। তেজপুৰত ল'ৰালি পাৰ কৰিলেও ছুচান দাস চৌধুৰীৰ জন্ম হৈছিল শ্বিলঙত। মেঘালয়ৰ ৰাজধানী চহৰখনৰ ৰবাৰ্টছ হস্পিতেলত তেওঁ জন্ম মুহূৰ্তৰ তদাৰক কৰিছিল বিখ্যাত চিকিৎসক ডাঃ হিউজে। ঘৰুৱা পৰিৱেশত ল'ৰালিতেই পিতৃ-মাতৃৰ পৰা মানবীয় প্ৰমূল্যৰ শিক্ষা পোৱা ছুচান দাস চৌধুৰীয়ে হাইস্কুলীয়া আৰু কলেজীয়া শিক্ষা গ্ৰহণ কৰিছিল কলকাতাৰ আগশাৰীৰ শিক্ষা প্ৰতিষ্ঠান ক্ৰমে মৰ্ডাণ হাইস্কুল আৰু ল'ৰেটো কলেজত। সেই সময়ত উভয় প্ৰতিষ্ঠানৰ প্ৰশাসক আৰু অধ্যক্ষ আছিল ইংলেণ্ডৰ। সেই ব্যক্তিসকলে তেওঁৰ মনোজগতখন এনেদৰে গঢ়ি তুলিছিল যে বৰ্তমান জীৱনতো খেলুৱৈগৰাকীয়ে সেই প্ৰভাৱ অনুভৱ কৰে। কেৱল খেলা-ধূলাতে নহয় পঢ়া-শুনাটো প্ৰয়োজনীয় প্ৰতিভা দাঙি ধৰিবলৈ সক্ষম হোৱা এই ছুচান দাস চৌধুৰী অসমৰ প্ৰথমগৰাকী মহিলা বেংক প্ৰবেছ'নাৰী অফিচাৰ। ভাৰতীয় ষ্টেট বেংকত ২৫ বছৰ ধৰি সেৱা আগবঢ়োৱাৰ পিছত তেওঁ স্বেচ্ছামূলক অৱসৰ লয়। টেনিছ ক'ৰ্টৰ দৰে নিজস্ব কৰ্ম ক্ষেত্ৰতো নিষ্ঠাৰে সেৱা আগবঢ়োৱা খেলুৱৈগৰাকীৰ মতে ক্ৰীড়া জীৱন আৰু প্ৰফেচনেল জীৱনৰ মাজত অনেক পাৰ্থক্য থাকে। কাৰণ প্ৰফেচনেল জীৱনত অতন্দ্ৰ প্ৰহৰীৰ দৰে নাথাকে কোনো আম্পায়াৰ। '৬০ আৰু '৭০ দশকত কলকাতাত ডাঙৰ দীঘল হোৱা ছুচানে স্কুলীয়া জীৱনত আয়ত্ত কৰিছিল সন্মুখৰ পৰা নেতৃত্ব দিয়াৰ গুণ। যৌৱনত টেনিছেই তেওঁক শক্তিশালী কৰি তুলিছিল চাৰিত্ৰিকভাৱে। টেনিছৰ যোগেদিয়ে তেওঁ আয়ত্ত কৰিছিল ভুল-শুদ্ধ বিচাৰৰ ক্ষমতা। এনেকৈয়ে তেওঁ পিছলৈ বুজি উঠিছিল যে জীৱনৰ কেনভাছত বহু ধূসৰ অঞ্চলো আছে। দীৰ্ঘ সময় ধৰি টেনিছ সমাজৰ আঢ্যৱন্ত শ্ৰেণীৰ খেল হিচাপে চিহ্নিত হৈ আহিছে। কিন্তু এই খেল বিধৰ যোগেদিয়ে সমাজৰ সকলো শ্ৰেণীৰ মানুহৰ লগত ভাব বিনিময়ৰে তেওঁ লাভ কৰিছিল জীৱনৰ আটাইতকৈ ডাঙৰ শিক্ষা। সমাজৰ বিভিন্ন পৰ্যায়ৰ নেতা আৰু অপিনিয়ন মেকাৰৰ সৈতে মত বিনিময় কৰিবলৈ তেওঁক সুযোগ দিছিল টেনিছেই। এইদৰেই খেলুৱৈগৰাকীয়ে বুজি উঠিছিল জীৱনটো।

গুৱাহাটী উচ্চ ন্যায়ালয়ৰ অধিবক্তা অনুপ কুমাৰ চৌধুৰীৰ সৈতে বিবাহ পাশত আবদ্ধ হয় ছুচান দাস চৌধুৰী। ৩১ বৰ্ষ জোৰা সুখী বৈবাহিক জীৱনৰ অন্তত মৃত্যুক সাবটি লোৱা অনুপ কুমাৰ চৌধুৰী প্ৰয়াত নলিনী কুমাৰ চৌধুৰীৰ পুত্ৰ আৰু ৰোহিনী কুমাৰ চৌধুৰীৰ নাতি। তেওঁলোকৰ একমাত্ৰ সন্তান পুত্ৰ ৰাহুল। বিশ্বৰ সকলো ঠাইতে উচ্চ মধ্যবিত্ত শ্ৰেণীটো সাধাৰণতে সংৰক্ষণশীল। বিয়া-বাৰুও সম্পন্ন হয় তেওঁলোকৰ ঘনিষ্ঠ গোটসমূহৰ মাজতহে। অসমৰ ক্ষেত্ৰতো এই কথা সত্য। ছুচান দাস আৰু অনুপ কুমাৰ চৌধুৰীয়ে নিজাকৈয়ে সিদ্ধান্ত লৈছিল এক বৈবাহিক জীৱনৰ বাটত আগবঢ়াৰ বাবে। উভয়ে কটাইছিল এক সুখী জীৱন। খেলুৱৈগৰাকীৰ মতে সংবাদ পত্ৰত প্ৰকাশিত বাতৰি, ক্লাব, পাৰ্টি বা ঘৰত অলসভাৱে বহি কৰা আলোচনাত ঠাই পোৱা কাৰ্যই সফলতা নিৰ্ণয় নকৰে। সফলতা হৈছে হৃদয়ৰ নিভৃত কোণত অনবৰতে অনুভূত হোৱা সন্তুষ্টি। এনে সন্তুষ্টি লাভ কৰাৰ বাবে তেওঁ কৃতজ্ঞ ভগৱানৰ ওচৰত। টেনিছ, কৰ্মস্থলী অথবা ব্যক্তিগত জীৱন সকলোতে প্ৰয়োজন কঠোৰ শ্ৰম, ঐক্য, বিশ্বাস আৰু ভগৱানৰ প্ৰতি আত্মোৎসৰ্গ। এই প্ৰমূল্য তেওঁ শিকিছিল দেউতাক অনিল মোহন দাস আৰু মাক নিহাৰিকা দাসৰ পৰাই। এই খেলুৱৈগৰাকীৰ বাবে এতিয়া ৰেকৰ্ড আৰু পৰিসংখ্যাৰ মূল্য প্ৰায় নায়েই। জীৱনৰ মূল্যৱান সময়খিনি ভালদৰে কটোৱাটোৱে তেওঁৰ বাবে ডাঙৰ কথা। যিসকলে জীৱনৰ সফলতাত অৱদান আগবঢ়াইছে সফলতাৰ মূল্য তেওঁলোকৰহে প্ৰাপ্য। ব্যতিক্ৰমী সফলতাৰে অসমৰ ক্ৰীড়া ক্ষেত্ৰক ধন্য কৰা এই টেনিছ খেলুৱৈ গৰাকীয়ে জীৱনৰ প্ৰাৰম্ভিক অৱস্থাত ধ্ৰুপদী সংগীতৰো চৰ্চা কৰিছিল। কিন্তু সময়ৰ লগে লগে ক'ৰবাত হেৰাই গ'ল তেওঁৰ এই চৰ্চা। কলেজত থকাৰ সময়ত তেওঁ ভাল পাইছিল বিভিন্ন ক্লাছিক অধ্যয়ন কৰি, ভাল ইংৰাজী চিনেমা চাই, বিভিন্ন গুৰুত্বপূৰ্ণ আলোচনাত ভাগ লৈছিল বন্ধুবৰ্গ আৰু শিক্ষকৰ লগত। সময়ৰ লগে লগে টেনিছেই হৈ পৰিছিল তেওঁৰ আটাইতকৈ প্ৰিয় বিষয়। পাচ পৰি ৰৈছিল আনবোৰ হবী। বাতৰি কাকত বা আন কোনো গ্ৰন্থত প্ৰকাশিত গৱেষণালব্ধ আৰু বিশ্লেষণাত্মক লিখনিৰ প্ৰতি সদায়ে আছে তেওঁৰ বিশেষ আগ্ৰহ। ভাল পাই তেওঁ সৎ, সময়নিষ্ঠ, নিৰ্ভীক ৰাজনৈতিকভাৱে শুদ্ধ লেখনি। তেওঁৰ বিশ্বাস শক্তিশালী স্বীকাৰোক্তিয়েহে এজন ভাল নেতাৰ জন্ম দিব পাৰে। ঘনিষ্ঠ আত্মীয় বন্ধু-বান্ধৱৰ সৈতে বৰ্তমান অৱসৰৰ জীৱন কটাইছে ছুচান দাস চৌধুৰীয়ে। মাজে-সময়ে উন্নত টেনিছ খেলাত সহায় আগবঢ়াই ল'ৰা-ছোৱালীবোৰক। অতীতত যিবোৰ হবীৰ বাবে সময় নাপালে সেইবোৰত লিপ্ত হয় সময় পালে। এই বহু গুণসম্পন্ন খেলুৱৈগৰাকীৰ আশা ছানিয়া মিৰ্জাৰ দৰে তাৰকাৰ দ্বাৰা অনুপ্ৰাণিত হৈ অসমৰ পৰাও ওলাব ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত আধিপত্য বিস্তাৰ কৰা টেনিছ খেলুৱৈ।☆

# বিদ্যুৎ গোস্বামী

কেৱল অসমতেই নহয়, সৰ্বভাৰতীয় প্ৰেক্ষাপটতো টেনিছ ক্ষেত্ৰত এক বিশেষ পৰিচিতি লাভ কৰিবলৈ সক্ষম হৈছিল বিদ্যুৎ গোস্বামীয়ে। এই দুৰ্দান্ত খেলুৱৈজনে অসামান্য ক্ৰীড়া প্ৰতিভাৰে জয় কৰিছিল নেচনেল চেম্পিয়নশ্বিপৰ ছিংগলছৰ খিতাপ। নেচনেল ছিংগলছৰ পুৰুষৰ শাখাৰ ৰাষ্ট্ৰীয় খিতাপ অৰ্জন কৰা বিদ্যুৎ গোস্বামীয়েই হৈছে একমাত্ৰ অসমীয়া খেলুৱৈ। কেৱল ৰাষ্ট্ৰীয় পৰ্যায়তে সীমাবদ্ধ নাছিল এই টেনিছ খেলুৱৈজনৰ প্ৰতিভা। প্ৰসাৰ লাভ কৰিছিল আন্তৰ্জাতিক ক্ষেত্ৰলৈয়ো। আজি পৰ্যন্ত ভাৰতীয় ডেভিছ কাপ দলত স্থান লাভ কৰা তেওঁৱেই প্ৰথম আৰু একমাত্ৰ অসমীয়া। বিদ্যুৎ গোস্বামীৰ দেউতাক পাৰ্বতী কুমাৰ গোস্বামী আছিল অল আছাম ল'ন টেনিছ এছ'চিয়েচনৰ প্ৰতিষ্ঠাপক সম্পাদক। গুৱাহাটী উচ্চ ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ পদতো অধিষ্ঠিত হোৱা পাৰ্বতী গোস্বামী প্ৰেছ কমিছন অব ইণ্ডিয়াৰো অধ্যক্ষ আছিল। অধিবক্তা, অসম বিধানসভাৰ অধ্যক্ষ তথা লোকসভাৰ সাংসদ দেবেশ্বৰ শৰ্মা আছিল বিদ্যুৎ গোস্বামীৰ ককাক। এনে এক সম্ভ্ৰান্ত পৰিয়ালত জন্ম হোৱা



বিদ্যুৎ গোস্বামী

১৯৭৪ চনৰ টেহৰাণ এছিয়ান গেমছত ভাৰতীয় টেনিছ দলক প্ৰতিনিধিত্ব কৰা বিদ্যুৎ গোস্বামীয়ে ১৯৭৪-১৯৭৫ চনত ডেভিছ কাপত অংশ লয় স্বদেশৰ হৈ। ১৯৭৯ চনত সৰ্বভাৰতীয় ক্ষেত্ৰত নিজৰ আধিপত্য প্ৰতিষ্ঠা কৰি গোস্বামীয়ে অৰ্জন কৰিলে ৰাষ্ট্ৰীয় চেম্পিয়নশ্বিপৰ ছিংগলছৰ খিতাপ। এনে ঈৰ্ষণীয় কৃতিত্ব অৰ্জন কৰা তেওঁৱেই একমাত্ৰ অসমীয়া পুৰুষ।

খেলুৱৈজনৰ বাবে হয়তো হাতত টেনিছৰ ৰেকেট দাঙি লোৱা কাৰ্য স্বাভাৱিকেই আছিল। গুৱাহাটী ডনবস্কত স্কুলীয়া শিক্ষা গ্ৰহণ কৰা গোস্বামীয়ে টেনিছৰ অনুশীলন আৰম্ভ কৰিছিল নেহৰু ষ্টেডিয়ামত। পিতৃ নিজেই যিহেতু অসম টেনিছ সন্থাৰ প্ৰতিষ্ঠাপক সম্পাদক এনে অৱস্থাত নিশ্চিতভাৱে টেনিছ ক্ষেত্ৰত আগুৱাই যোৱাত পৰিয়ালৰ পৰা তেওঁ লাভ কৰিছিল অবিৰত উৎসাহ। ডনবস্কত স্কুলীয়া শিক্ষা সমাপ্ত কৰাৰ পিছত খেলুৱৈজনে কলেজীয়া শিক্ষা গ্ৰহণ কৰিছিল কলকাতাৰ ছেইন্ট জেভিয়াৰ্ছত। কলকাতাত থাকোতেই তেওঁ ছাউথ ক্লাবত টেনিছ খেলাৰ সুযোগ পায়। ক্ৰমাগতভাৱে টেনিছ কৰ্টত নিজৰ ক্ৰীড়া নৈপুণ্যৰ প্ৰমাণ দিবলৈ সক্ষম হোৱা গোস্বামীয়ে ১৯৬৬ চনত লাভ কৰিলে ছাব-জুনিয়ৰ নেছনেল ছিংগলছ খিতাপ। সেই সময়ত অনুৰ্ধ ১৪, ১৫ আৰু ১৮ বছৰ বয়সৰ প্ৰতিযোগিতাত ৰাষ্ট্ৰীয় পৰ্যায়ত এওঁৰ ৰেংক আছিল শীৰ্ষ পাঁচজন খেলুৱৈৰ ভিতৰত। নিজস্ব ক্ৰীড়াশৈলীৰে যিকোনো খেলুৱৈৰ সমুখত প্ৰত্যাহ্বান হৈ থিয় দিবলৈ সক্ষম হৈছিল অসমৰ নবোদিত তৰুণজন। ১৯৭০ আৰু ১৯৭১ চনত তেওঁ ক্ৰীড়া প্ৰতিভাৰ প্ৰমাণ দি জয় কৰিলে জুনিয়ৰ নেচনেল ডাবলছ আৰু অল ইণ্ডিয়া হাৰ্ডকৰ্ট জুনিয়ৰ ডাবলছৰ খিতাপ। কেৰিয়াৰত লাভ কৰা এনে ধৰণৰ সফলতাৰ সুবাদতে ১৯৭১-১৯৭৩ চনত বিদ্যুৎ গোস্বামীয়ে স্থান পায় ভাৰতৰ জুনিয়ৰ ডেভিছ কাপ দলত। এনে এক সুযোগে নিশ্চিতভাৱেই ৰোমাঞ্চিত কৰি তুলিছিল খেলুৱৈজনক। ১৯৭৩ চনত ইণ্ডিয়ান ইউনিভাৰচিটি দলৰো সদস্য আছিল তেওঁ। ক্ৰমাগতভাৱে এই টেনিছ খেলুৱৈজনে লাভ কৰিছিল ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰাৰ অনেক সুযোগ। ১৯৭৩ চনত ভাৰতৰ হৈ তেওঁ গালেয়া কাপত অংশ লয়। জাতীয় দলক প্ৰতিনিধিত্ব কৰে তেওঁ ১৯৭৪ চনৰ টেহৰাণ এছিয়ান গেমছতো। আক্ষৰিক অৰ্থতে সেই সময়ত জাতীয় দলৰ এৰাব নোৱৰা অংশ হৈ পৰিছিল এই অসম সন্তান। ১৯৭৪-১৯৭৫ চনত খেলুৱৈজনে ডেভিছ কাপত প্ৰতিনিধিত্ব কৰিলে ভাৰতীয় দলক। বিভিন্ন আন্তঃৰাষ্ট্ৰীয় প্ৰতিযোগিতাত স্বদেশৰ হৈ অংশ লৈ থকাৰ সময়ত ৰাষ্ট্ৰীয় পৰ্যায়ত দুৰ্দান্ত ফৰ্ম অব্যাহত আছিল গোস্বামীৰ। ১৯৭৮ চনত তেওঁ জয় কৰিলে ইণ্ডিয়ান নেচনেল ডাবলছৰ খিতাপ। ১৯৭৯ চনত তেওঁ আগুৱাই গ'ল আৰু এখোপ। সৰ্বভাৰতীয় ক্ষেত্ৰত নিজৰ আধিপত্য প্ৰতিষ্ঠা কৰি খেলুৱৈজনে অৰ্জন কৰিলে ইণ্ডিয়ান নেচনেল ছিংগলছৰ খিতাপ। লগে লগে চিহ্নিত হ'ল তেওঁ এনে ঈৰ্ষণীয় কৃতিত্ব অৰ্জন কৰা প্ৰথম আৰু একমাত্ৰ অসমীয়া হিচাপে।

নিজস্ব সময়ত যি অক্লান্ত পৰিশ্ৰমেৰে এই অসম সন্তানে নিজকে টেনিছ ক্ষেত্ৰত প্ৰতিষ্ঠা কৰিছিল সেই শ্ৰম অব্যাহত আছে আজিও। প্ৰতিযোগিতামূলক টেনিছৰ পৰা আঁতৰি অহাৰ পিছতো তেওঁ দূৰত থাকিব নোৱাৰিলে টেনিছ কৰ্টৰ পৰা। প্ৰশাসক আৰু

প্ৰশিক্ষক ৰূপে জড়িত হৈ পৰিল টেনিছৰ লগত। ৰে'ৰ ৱেষ্টচেষ্টাৰ কাউন্টী ক্লাবত টেনিছ ডাইৰেক্টৰ হিচাপে এসময়ত সেৱা আগবঢ়োৱা বিদ্যুৎ গোস্বামী ১৯৭৭ চনৰ পৰাই নিউয়ৰ্কত থাকিবলৈ লয়। ১৯৮২ চনত তেওঁ দায়িত্ব গ্ৰহণ কৰে কলম্বিয়া ইউনিভাৰ্চিটিৰ পুৰুষ টেনিছ দলৰ মুখ্য প্ৰশিক্ষক হিচাপে। প'ল গেৰকেনৰ উত্তৰসূৰী হিচাপে কাৰ্যভাৰ গ্ৰহণ কৰা গোস্বামীয়ে বিশ্ববিদ্যালয়খনৰ পুৰুষ টেনিছ দললৈ কঢ়িয়াই আনিছে অপ্ৰত্যাশীত সফলতা। যোৱা ২৭ বছৰৰো অধিক সময় তেওঁ দায়িত্বত থকাৰ সময় ২০০৭ চন পৰ্যন্ত কলম্বিয়া বিশ্ববিদ্যালয়ৰ পুৰুষ টেনিছ দল লায়নছ টিমে অৰ্জন কৰিছে ছটাকৈ আইভি বাই লীগৰ খিতাপ। ১৯৮৪ আৰু ১৯৮৭ চনত তেওঁ সন্মানিত হৈছে অঞ্চলটোৰ বৰ্ষশ্ৰেষ্ঠ প্ৰশিক্ষক হিচাপে। ২০০৭ চনত তেওঁ লাভ কৰিছে উইলছন/ আই টি এ ৰিজিঅ'নেল ক'চ অব দ্য ইয়েৰ সন্মান (নৰ্থ-ইষ্ট ৰিজনৰ)। কলম্বিয়া বিশ্ববিদ্যালয়ত বিদ্যুৎ গোস্বামী পৰিচিত বিদ গোস্বামী হিচাপে। বিশ্ববিদ্যালয় প্ৰচুৰভাৱে কৃতজ্ঞ 'বিদ'ৰ প্ৰতি। তেওঁ চিহ্নিত হৈছে কলম্বিয়া বিশ্ববিদ্যালয়ৰ সৰ্বকালৰ সফল প্ৰশিক্ষক হিচাপে। এনে ধৰণৰ অৱদানৰ প্ৰতি কৃতজ্ঞতা জনাই বিশ্ববিদ্যালয়ে তেওঁৰ নামত প্ৰতিষ্ঠা কৰিছে এটি নিধি, যিটো বৰ্তমান জনা যাব 'দ্য কলম্বিয়া টেনিছ আলুমনি এণ্ড ফ্ৰেণ্ডছ হেড ক'চ অব মেনছ টেনিছ (THE COLUMBIA TENNIS ALUMNI AND FRIENDS HEAD COACH OF MEN'S TENNIS)। বিশ্ববিদ্যালয়খনৰ নিয়ম অনুসৰি কোনো ব্যক্তি দায়িত্বত থকা অৱস্থাত নিধিত তেওঁৰ নাম ব্যৱহাৰ কৰিব নোৱাৰে। সেয়েহে গোস্বামীৰ অৱসৰৰ পিছত এই নিধিৰ নাম হ'ব 'দা বিদ্যুৎ কে গোস্বামী হেড ক'চ অব মেনছ টেনিছ'। এথলেটিকছ ক্ষেত্ৰত উৎকৰ্ষ সাধনৰ উদ্দেশ্যে স্থাপিত এশ নিযুত মাৰ্কিন ডলাৰ পৰিমাণৰ 'কলম্বিয়া কেম্পেইন ফৰ এথলেটিকছ ঃ এচিভিং এক্সেলেন্স'ৰ এক অংশ এই নিধি। গোস্বামীৰ নামত থাকিবলগীয়া দুই নিযুত মাৰ্কিন ডলাৰৰ অংশটো আহিছে ইউভাৰচিটি ট্ৰাষ্টীৰ উপাধ্যক্ষ ফিলিপ মিলষ্টেইন, বিশ্ববিদ্যালয়ৰ এজন প্ৰাক্তন টেনিছ খেলুৱৈ আৰু বিশ্ববিদ্যালয়ৰ অন্যান্য প্ৰাক্তন টেনিছ খেলুৱৈৰ পৰা উপহাৰ হিচাপে। এনে এক সন্মান লাভ কৰাৰ পিছত বাতৰি কাকতৰ এক সাক্ষাৎকাৰত গোস্বামীৰ ভাষা — "এই সন্মান মোৰ বাবে আশীৰ্বাদ স্বৰূপ যদিও মই সদায়ে মোৰ শ্ৰেষ্ঠখিনি দিবলৈ কঠোৰ শ্ৰম কৰি আহিছো। আশা কৰো প্ৰত্যেকদিনে মোৰ প্ৰশিক্ষণৰ মান অধিক উন্নত হ'ব।" আনহাতে গোস্বামীক প্ৰশংসা কৰি মিলষ্টেইনে কয়— 'কলম্বিয়াৰ কাৰ্যকালত বিদ গোস্বামীয়ে প্ৰকাশ কৰা আত্মোৎসৰ্গ, কাৰ্যপৰায়ণতা আৰু চমৎকাৰিত্ব দেখি মই অভিভূত হৈ পৰিছো। কলম্বিয়ানছৰ ভৱিষ্যৎ প্ৰজন্মক তেওঁৰ এনেবোৰ পদক্ষেপে প্ৰভাৱিত কৰিব।'



*কেৰিয়াৰৰ সোণালী দিনত বিদ্যুৎ গোস্বামী*

উল্লেখ্য এই দুৰন্ত খেলুৱৈজনৰ পৰিয়ালৰ কেবাজনো লোক ওকালতিৰ সৈতে জড়িত। স্বাভাৱিকতেই প্ৰশ্ন উঠিব পাৰে ওকালতিৰ পৰিবৰ্তে গোস্বামীয়ে টেনিছকেই কিয় বাছি ল'লে পেছা আৰু নিচা হিচাপে। ৰাষ্ট্ৰীয় পৰ্যায়ৰ এখন কাকতৰ এক সাক্ষাৎকাৰত সাংবাদিকৰ এনে প্ৰশ্নৰ উত্তৰত গোস্বামীয়ে কয়— 'অন্যান্য প্ৰফেছনতকৈ জীৱনত টেনিছক বাছি লোৱাটো মোৰ বাবে বেছি সহজ আছিল। ল'ৰালিৰে পৰাই মোৰ খেলৰ প্ৰতি ধাউতি আছিল। মোক টেনিছৰ সৈতে জড়িত হ'বলৈ দিয়া বাবে মোৰ পিতৃ-মাতৃৰ ওচৰত মই কৃতজ্ঞ। তেওঁলোকে মোক উকীল, ডাক্তৰ বা ইঞ্জিনিয়াৰ হ'বলৈ হেঁচা দিব

পাৰিলেহেঁতেন। কিন্তু তেওঁলোকে তেনে কাম কৰা নাছিল। মই ভাবো কি বিষয়ৰ প্ৰতি নিজৰ ধাউতি আছে সেই কথা উপলব্ধি কৰি সেই পথত নিজৰ শ্ৰেষ্ঠত্ব অৰ্জনৰ প্ৰয়াস কৰা উচিত।' বৰ্তমান নিউয়ৰ্কৰ বাসিন্দা অসমৰ এই খেলুৱৈজন বিবাহ পাশত আবদ্ধ হৈছে এলিজাবেথ আন্না কাৰ্লৰ সৈতে। তেওঁলোকৰ বিবাহৰ বাতৰি ১৯৮১ চনৰ এক মাৰ্চ সংখ্যাৰ নিউয়ৰ্ক টাইমছ কাকতত প্ৰকাশ হৈছিল এনেদৰে - March 1, 1981: St Anthony's Roman Catholic Church in White Plains was the setting yesterday afternoon for the marriage of Elizabeth Anne Karl, daughter of Mr and Mrs Justin J Karl of Dallas, formaly of Purchase, N.Y. to Bidyut Kumar Goswami, son of Parbati K Goswami, retired Justice of the Supreme Court of India, and Mrs Goswami of New Delhi, Msgr. Francis X Duffy performed the ceremony.

The birde is with the marketing department of Dorr-Oliver Inc. in Stamford Conn. producers of industrial eqiupment She is an alumna of Fairfiled Unversity. Her father is associate general counsel for the LTV Corporation, a Dallas concern that manufactures steel and oilfield supplies.

Mr. Goswami, tennis director at the Westchester Country Club and a touring player, was graduated from St. Xavier's college of the University of Calcutta His father was formerly Chief Justice of the High Court of Assam and chairman of the Press Commission of India. He is a grandson of Debeswar Sarma, a lawyer, who served as Speaker of the House for the Assembly of Assam and as a member of parliament in New Delhi.

খেলুৱৈ আৰু প্ৰশিক্ষক উভয় দায়িত্বতে দুৰ্দান্ত প্ৰদৰ্শনেৰে নিজৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিবলৈ সক্ষম হোৱা বিদ্যুৎ গোস্বামী নিশ্চিতভাৱেই অনুপ্ৰেৰণাৰ উৎস আমাৰ উত্তৰ প্ৰজন্মৰ বাবে।☆

# মিঠু বৰুৱা


মিঠু বৰুৱা

১৯৭৪ চনত গুৱাহাটীত জন্ম হৈছিল সাঁতোৰবিদ মিঠু বৰুৱাৰ। ১৯৯১ চনত পঞ্চম ছাফ গেমছত কলম্বোত তেওঁ দুটা স্বৰ্ণ আৰু এটা ৰূপৰ পদক লাভ কৰিছিল। ৯৩' চনত সপ্তম এছিয়া পেচিফিক মীটত দুটা স্বৰ্ণ, দুটা ৰূপ আৰু এটা ব্ৰঞ্জৰ পদক লাভ কৰে তেওঁ।

স্খলিত বৰ্ণমালা লিখিবলৈ তেতিয়া তেওঁ শিকাই নাছিল, অথচ ইমান কম বয়সতে পানীৰ প্ৰতি দুৰ্বাৰ আকৰ্ষণ অনুভৱ কৰিছিল মিঠু বৰুৱাই। আৰম্ভ কৰি দিছিল পানীৰ লগত ধেমালি। মাত্ৰ দুবছৰ নমাহত দীঘলী পুখুৰীত সাঁতোৰাৰ প্ৰশিক্ষণ আৰম্ভ কৰিছিল মিঠুৱে। বয়স তিনি বছৰ হ'ল কি নহ'ল তেওঁ সাঁতুৰিব পৰা হ'ল দীঘলী পুখুৰীৰ দুয়োপাৰ। এনে দৰে সাঁতোৰৰ আদিপাঠ লোৱাৰ সময়তে প্ৰচুৰ সম্ভাৱনাৰ ইংগিত বহন কৰিছিল খেলুৱৈগৰাকীয়ে। নিৰলস সাধনাৰে তেওঁ হৈ উঠিছিল ভাৰতৰ শ্ৰেষ্ঠ সাঁতোৰবিদসকলৰ মাজৰ এগৰাকী। ভঙা-পতা কৰিছিল নেচনেল ৰেকৰ্ড। দেশৰ সীমা পাৰ হৈ আন্তৰ্জাতিক ক্ষেত্ৰত লাভ কৰা সফলতাৰে মিঠু বৰুৱাই বিশেষ খ্যাতি কঢ়িয়াই আনিছিল স্বৰাজ্য আৰু স্বদেশলৈ। গৌৰৱেৰে লৈছিল অসমীয়াই মিঠু বৰুৱাৰ নাম।

১৯৭৪চনৰ ১৪ নৱেম্বৰত গুৱাহাটীৰ আড়ৰত্ত বৰুৱা পৰিয়ালত জন্ম হৈছিল মিঠুৰ। তেওঁৰ দেউতাক আৰ পি বৰুৱা আৰু মাক মায়া বৰুৱা। আৰ পি বৰুৱাৰ ইচ্ছা আছিল জীয়াৰীক সাঁতোৰবিদ

হিচাপে গঢ়ি তোলাৰ। তেওঁ তিনি বছৰ বয়স নহওঁতেই মিঠুক লৈ আহিছিল সাঁতোৰ শিকাবলৈ। কেৰিয়াৰত দেউতাকৰ বৃহৎ অৱদানৰ কথা সেয়েহে কৃতজ্ঞতাৰে সোঁৱৰে মিঠুৱে। সাঁতোৰত প্ৰাথমিক পৰ্যায়ৰ পৰাই দুৰ্দান্ত প্ৰতিভাৰ প্ৰমাণ দিবলৈ সক্ষম হোৱা খেলুৱৈগৰাকীয়ে ৰাজ্যিক ভিত্তিত লাভ কৰা সফলতাৰ পিছত উজ্বলি উঠিছিল ৰাষ্ট্ৰীয় পৰ্যায়ত। ১৯৮৫ চনত লক্ষ্ণৌত অনুষ্ঠিত ছাব-জুনিয়ৰ নেচনেল ছুইমিং চেম্পিয়নশ্বিপত তেওঁ ৫০ মিটাৰ ব্ৰেষ্ট ষ্ট্ৰোকত স্বৰ্ণ পদক জয় কৰে। লগে লগে ৰাষ্ট্ৰীয় পৰ্যায়ত সোণৰ পদক পোৱা উত্তৰ-পূবৰ প্ৰথমগৰাকী ছুইমাৰ হিচাপেও চিহ্নিত হয় তেওঁ। সেইবছৰতে বম্বেত হোৱা দ্বিতীয় এছিয়ান এজ গ্ৰুপ ছুইমিং চেম্পিয়নশ্বিপত ৫০মিটাৰ ব্ৰেষ্ট ষ্ট্ৰোকত ৰূপৰ পদক আৰু ৫০ মিটাৰ ফ্ৰী ষ্টাইলত ব্ৰঞ্জৰ পদক জয়েৰে আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ত পদক পোৱা উত্তৰ-পূবৰ প্ৰথমগৰাকী সাঁতোৰবিদ হিচাপে মিঠু পৰিগণিত হয়। ক্ৰমাৎ যেন ৰাষ্ট্ৰীয় পৰ্যায়ত অপ্ৰতিদ্বন্দ্বী হৈ ধৰা দিছিল অসমৰ এই জলকন্যা। ১৯৮৬ চনৰ পৰা ১৯৮৮ চনলৈকে (তিনি বছৰ) মিঠু আছিল নেচনেল ছাব- জুনিয়ৰ অভাৰ অল চেম্পিয়ন। ১৯৮৬ চনৰ পৰা ১৯৯০ চন পৰ্যন্ত নেচনেল স্কুল গেমছৰ তেওঁ অভাৰ অল চেম্পিয়ন আছিল। এনে ঈৰ্ষণীয় সফলতাৰে সঘনাই সংবাদৰ শীৰ্ষ আৰোহণ কৰিছিল হাঁহিমুখীয়া খেলুৱৈগৰাকীয়ে। ১৯৮৯ চনৰ পৰা ১৯৯১ চন পৰ্যন্ত ৫০ মিটাৰ ফ্ৰী ষ্টাইলৰ নেচনেল জুনিয়ৰ চেম্পিয়নৰ সন্মান লাভ কৰাৰ লগতে তেওঁ গঢ়ি তুলিছিল ৰাষ্ট্ৰীয় অভিলেখো। ১০০ মিটাৰ ব্ৰেষ্ট ষ্ট্ৰোকতো সেই সময়ত তেওঁ সোণৰ পদক জয় কৰাৰ লগতে ৰূপ আৰু ব্ৰঞ্জৰ পদক জয় কৰিছিল অন্যান্য ইভেণ্টত। ১৯৯৪ চনত পুণেত অনুষ্ঠিত হোৱা ৰাষ্ট্ৰীয় ক্ৰীড়াৰ ৫০ মিটাৰ ফ্ৰী ষ্টাইলত হিটছতেই নতুন ৰাষ্ট্ৰীয় অভিলেখ (০ঃ২৮ঃ৯৫ ছেকেণ্ড) গঢ়ি তুলি চাঞ্চল্যৰ সৃষ্টি কৰিছিল মিঠু বৰুৱাই। কিন্তু পুনেৰ সেই ৰাষ্ট্ৰীয় ক্ৰীড়া মহোৎসৱখনত বিতৰ্কিতভাৱে স্বৰ্ণপদক অৰ্জনৰ পৰা বঞ্চিত হৈ ৰ'ল অসম কন্যা। ৰাষ্ট্ৰীয় ক্ৰীড়াত স্বৰ্ণ পদক লাভৰ পৰা বঞ্চিত হৈ এক দীঘলীয়া আক্ষেপ থাকি গ'ল মিঠুৰ। সেয়ে ২০০৫ চনৰ ১৩ জুনৰ দৈনিক অসম কাকতত তেওঁ লিখিছিল 'মোৰ জীৱনৰ আটাইতকৈ দুখ লগা পৰ্যায়টো আছিল '৯৪ৰ পুনে ৰাষ্ট্ৰীয় গেমছ। তেতিয়া মই ৰাষ্ট্ৰীয় চেম্পিয়ন। গেমছৰ আগেয়ে মোক অসম সাঁতোৰ সন্থাই নিৰ্বাচিত কৰা নাছিল। তেওঁলোকে ভাবিছিল মই ৰেলৱেক প্ৰতিনিধিত্ব কৰিম। অৱশেষত যেতিয়া ভেদ ভাগিল তেতিয়া মোক ৰাষ্ট্ৰীয় গেমছৰ বাবে কোৱালিফায়িং ৰাউণ্ডত অৱতীৰ্ণ হ'বলৈ ক'লে। মই ৰাষ্ট্ৰীয় চেম্পিয়ন, তথাপি কোৱালিফাই ...। ৰাজ্যৰ হৈ খেলাৰ মোহত কোৱালিফায়িং ৰাউণ্ডত ভাগ ল'লো। কোৱালিফাই কৰিলো, কিন্তু পুনেত ১০০ মিটাৰত ৰাষ্ট্ৰীয় অভিলেখ সৃষ্টি কৰি স্বৰ্ণ অৰ্জনৰ পিচতো ৰচা হ'ল ষড়যন্ত্ৰ। বঞ্চিত হ'লো স্বৰ্ণৰ পৰা, লগে লগে মোৰ



প্ৰাণৰ ৰাজ্যখনো বঞ্চিত হ'ল স্বৰ্ণৰ পৰা। এই ঘটনাই এতিয়াও মোৰ বুকুত খুন্দিয়াই থাকে।' পুনেত খিতাপ লাভৰ পৰা বঞ্চিত মিঠু ১৯৯৪ৰ পৰা ১৯৯৬ পৰ্যন্ত চিহ্নিত হৈ আছিল ৫০ মিটাৰ ফ্ৰী ষ্টাইলত ভাৰতৰ দ্ৰুততম মহিলা সাঁতোৰবিদ হিচাপে। অসমৰ এই

জলকন্যাৰ আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰৰ সফলতাৰ গ্ৰাফডালো বৰ চুটি নহয়। ১৯৯১ চনত পঞ্চম ছাফ গেমছত কলম্বোত তেওঁ দুটা স্বৰ্ণ আৰু এটা ৰূপৰ পদক লাভ কৰিছিল। সেই বছৰে ছিংগাপুৰত অনুষ্ঠিত পঞ্চম এছিয়া পেচিফিক মীটত তেওঁ অৰ্জন কৰে এটা ব্ৰ'ঞ্জৰ পদক। ৯৩' চনত সপ্তম এছিয়া পেচিফিক মীটত দুটা স্বৰ্ণ, দুটা ৰূপ আৰু এটা ব্ৰঞ্জৰ পদকেৰে তেওঁ লাভ কৰে বৃহৎ সাফল্য। ১৯৯৬ চনত পুছানত অনুষ্ঠিত এছিয়া পেচিফিক মীটত মিঠুৱে ব্ৰঞ্জৰ পদক লাভ কৰিছিল।১৯৯১ চনত বেইজিঙত অনুষ্ঠিত এছিয়ান চেম্পিয়নশ্বিপটো তেওঁ প্ৰতিনিধিত্ব কৰে দেশক। ৰেলৱেৰ চাকৰিয়াল মিঠুৱে ৰাষ্ট্ৰীয় পৰ্যায়ত ৰেল দলক প্ৰতিনিধিত্ব কৰে ১৯৯৫ৰ পৰা ১৯৯৮ চনলৈ।

ইংৰাজী বিষয়ৰ স্নাতকোত্তৰ ডিগ্ৰীধাৰী মিঠু বৰুৱা দীঘলীয়া প্ৰেমৰ অন্তত বিবাহ পাশত আবদ্ধ হয় অসমৰ প্ৰাক্তন ৰঞ্জি ক্ৰিকেটাৰ পৰাগ দাসৰ লগত। আজৰি সময়ত তেওঁ ভাল পাই আহাৰ বনাই, ছবি আঁকি।☆

# মণিকংকনা দত্তবৰুৱা


মণিকংকনা দত্তবৰুৱা

১৯৭৪ চনত গুৱাহাটীত জন্ম হয় সাঁতোৰবিদ মণিকংকনা দত্ত বৰুৱাৰ। ১৯৮৮ চনত মহাৰাষ্ট্ৰৰ অমৰাৱতীত হোৱা ৰাষ্ট্ৰীয় স্কুল গেমছত ছোৱালীৰ ছিনিয়ৰ শাখাৰ ২০০ মিটাৰ ব্ৰেকষ্ট্ৰোকত নতুন ৰাষ্ট্ৰীয় অভিলেখ গঢ়ে তেওঁ। ১৯৯৫ চনত নতুন দিল্লীত অনুষ্ঠিত এছিয়া পেচিফিক ছুইমিং চেম্পিয়নশ্বিপত তেওঁ স্বদেশক আন্তৰ্জাতিক ক্ষেত্ৰত প্ৰতিনিধিত্ব কৰাৰ সুযোগ পাইছিল।

কেৰিয়াৰৰ দীৰ্ঘ সময় তেওঁ খেলা কৰিছে পানীৰ লগত। পানীৰ প্ৰতি এতিয়াও তেওঁৰ দুৰ্বাৰ আকৰ্ষণ। অনাগত জীৱনতো পানীক লৈয়ে আছে তেওঁৰ অনেক সপোন। অথচ পানীৰ প্ৰেমত পৰা এই ছোৱালীজনীয়ে কিন্তু এসময়ত পানীত নামিবলৈ প্ৰকাশ কৰিছিল তীব্ৰ শংকা। দীঘলীপুখুৰীৰ সেউজ জলৰাশিত তেওঁক নমাবলৈ কিমান যে কষ্ট কৰিব লগা হৈছিল প্ৰশিক্ষকে। সকলো প্ৰতিকূলতা অতিক্ৰমী পানীৰ পৃথিৱীত বিশেষভাৱে নিজকে প্ৰতিষ্ঠা কৰিলে এই ছোৱালীজনীয়ে। পৰিচিত হৈ পৰিল স্বৰাজ্য-স্বদেশত সাঁতোৰবিদ মণিকংকনা দত্তবৰুৱা হিচাপে। মাত্ৰ পাঁচ বছৰ বয়সত মণিকংকনাক মাকে লৈ আহিছিল সাঁতোৰ শিকাবৰ বাবে। ছোৱালীজনীৰ তীব্ৰ ভয়, বাৰে বাৰে উঠি আহিব খোজে পানীৰ পৰা। দীঘলীপুখুৰীৰ শীতল সেউজ পানী। যাৰ পাৰত বহে প্ৰেমৰ খেলা। অবিৰত প্ৰচেষ্টাৰ অন্তত নিৰ্ভয়ে পানীত নামিব পৰা হ'ল মণিকংকনা। দীঘলীপুখুৰীতে প্ৰেম হ'ল পানীৰ লগত জীৱনজোৰা। কেৰিয়াৰৰ আৰম্ভণিৰ পৰাই এই খেলুৱৈগৰাকীয়ে ৰাজ্যিক পৰ্যায়ত লাভ কৰিছিল

বিভিন্ন সফলতা। বহুবাৰ ৰাজ্যিক প্ৰতিদ্বন্দ্বিতাত অৰ্জন কৰিছিল প্ৰথম স্থান। এসময়ত অসমৰ ছুইমিং ক্ষেত্ৰত সঘন উচ্চাৰিত হৈছিল বাই-ভনী পল্লৱী আৰু মণিকংকনা দত্তবৰুৱাৰ নাম। একে ঘৰৰে দুজনীকৈ ছোৱালীয়ে সাঁতোৰত আধিপত্য বিস্তাৰ কৰাটো অসমৰ ক্ৰীড়া ক্ষেত্ৰত আছিল ব্যতিক্ৰমী দৃশ্য।

বাংগালোৰত হোৱা সৰ্বভাৰতীয় গ্ৰাম্য ক্ৰীড়াৰ যোগেদিয়ে ৰাষ্ট্ৰীয় প্ৰেক্ষাপটত প্ৰথম ভুমুকি মাৰিছিল মণিকংকনাই। ১৯৮৬ চনৰ পৰা ১৯৯১ চন পৰ্যন্ত তেওঁ অংশ লয় সৰ্বভাৰতীয় স্কুল গেমছত। এই প্ৰতিযোগিতাত তিনিবাৰ খেলুৱৈগৰাকীয়ে শ্ৰেষ্ঠ সাঁতোৰবিদৰ সন্মান অৰ্জন কৰে। ১৯৮৮ চনত মহাৰাষ্ট্ৰৰ অমৰাৱতীত হোৱা ৰাষ্ট্ৰীয় স্কুল গেমছত ছোৱালীৰ ছিনিয়ৰ শাখাৰ ২০০ মিটাৰ বেকষ্ট্ৰোকত ২.৫০.০২ মিনিটত নিৰ্দিষ্ট দূৰত্ব অতিক্ৰমী এক নতুন ৰাষ্ট্ৰীয় অভিলেখ গঢ়ে তেওঁ। ইয়াৰ আগেয়ে ১৯৮৫ চনত প্ৰথমবাৰ ৰাষ্ট্ৰীয় স্কুল গেমছত অংশ লৈ মণিকংকনাই ১০০ মিটাৰ বেকষ্ট্ৰোকত ৰূপৰ পদক পাইছিল। মাদ্ৰাজত হোৱা মহিলাৰ ৰাষ্ট্ৰীয় চেম্পিয়নশ্বিপত তেওঁ দুটা ব্ৰ'ঞ্জৰ পদক লাভ কৰে। কেৰিয়াৰত জুনিয়ৰ নেচনেলছ আৰু ছিনিয়ৰ নেচনেলছ উভয়েত ১০০ মিটাৰ, ২০০ মিটাৰ বেকষ্ট্ৰোক আৰু ২০০ মিটাৰ ব্যক্তিগত বিভাগত সোণ আৰু ৰূপৰ পদক লাভ কৰিবলৈ সক্ষম হৈছিল খেলুৱৈগৰাকীয়ে। উল্লেখ্য, ৰাষ্ট্ৰীয় পৰ্যায়ত অসম আৰু হাৰিয়ানা উভয়কে প্ৰতিনিধিত্ব কৰিছিল মণিকংকনাই। ১৯৯৩ চনত হংকঙত আৰু ১৯৯৫ চনত নতুন দিল্লীত অনুষ্ঠিত এছিয়া পেচিফিক ছুইমিং চেম্পিয়নশ্বিপত স্বদেশক আন্তৰ্জাতিক ক্ষেত্ৰত প্ৰতিনিধিত্ব কৰাৰ সুযোগ পাইছিল সাঁতোৰবিদগৰাকীয়ে। এই প্ৰতিযোগিতাত তেওঁ ১০০ আৰু ২০০ মিটাৰ বেকষ্ট্ৰোক ব্ৰ'ঞ্জৰ পদক জয় কৰিছিল। ১৯৭৪ চনত গুৱাহাটীত জন্ম হোৱা মণিকংকনাৰ দেউতাক যতীন্দ্ৰ নাৰায়ণ দত্তবৰুৱা আৰু মাকৰ নাম আৰতি দত্তবৰুৱা। ক্ৰীড়া ক্ষেত্ৰত আগুৱাই যোৱাৰ বাবে মাকেই বিশেষভাৱে অনুপ্ৰাণিত কৰিছিল খেলুৱৈগৰাকীক। জীয়াৰীক প্ৰতিষ্ঠা লাভত সহায় কৰাৰ বাবে সৰ্বশক্তিৰে তেওঁ কৰিছিল কঠোৰ শ্ৰম। মণিকংকনাৰ কেৰিয়াৰৰ স্মৰণীয় প্ৰতিযোগিতাখন হ'ল ১৯৮৯ চনত অংশ লোৱা সৰ্বভাৰতীয় ছুইমিং প্ৰতিযোগিতা। সেই সময়ৰ নেচনেল চেম্পিয়ন আৰু এছিয়ান গেমছ ছুইমাৰ বুলা চৌধুৰী আৰু পুনিয়া গুপ্তাৰ দৰে খেলুৱৈক অতিক্ৰমী অসমৰ এই সাঁতোৰবিদগৰাকীয়ে ১০০ মিটাৰ বেকষ্ট্ৰোকত অৰ্জন কৰিছিল স্বৰ্ণ পদক। তেতিয়া মণিকংকনা আছিল মাত্ৰ দশমমান শ্ৰেণীৰ ছাত্ৰী। এই সফলতা অবিস্মৰণীয় হৈ ৰৈ গৈছে খেলুৱৈগৰাকীৰ স্মৃতিত। এই ছুইমাৰগৰাকীয়ে ল'ৰালিতে সাঁতোৰ শিকিছিল ৰমেন দাসৰ তত্ত্বাৱধানত। তেওঁৱেই মণিকংকনাৰ পানীৰ প্ৰতি থকা ভীতি ভাব নাইকিয়া কৰিছিল। খেলুৱৈগৰাকীৰ পৰৱৰ্তী প্ৰশিক্ষক আছিল

নির্মল বেনাৰ্জী। টেকনিক আৰু ছুইমিং ষ্ট্ৰক উন্নত কৰাত সাঁতোৰবিদগৰাকীক বিশেষভাৱে সহায় কৰিছিল বেনাৰ্জীয়ে। তেওঁক আটাইতকৈ প্ৰভাৱিত কৰা প্ৰশিক্ষক হ'ল মহেন্দ্ৰ চিকাৰা। হাৰিয়ানাতচিকাৰাৰ অধীনত প্ৰশিক্ষণ লৈ কেৰিয়াৰৰ শ্ৰেষ্ঠ প্ৰদৰ্শন আগবঢ়াবলৈ সক্ষম হৈছিল মণিকংকনাই। গুৱাহাটীৰ ছেইন্ট মেৰিজ স্কুলত সপ্তম শ্ৰেণীলৈকে পঢ়াৰ পিছত খেলুৱৈগৰাকী ১৯৮২ চনৰ পৰা হাৰিয়ানাত থাকিবলৈ লয়। তাত মতিলাল নেহৰু স্কুল অব স্পৰ্টছ (বৰডিং স্কুল)ত দ্বাদশ শ্ৰেণী পৰ্যন্ত শিক্ষা গ্ৰহণ কৰে তেওঁ। মণিকংকনাই কলেজীয়া শিক্ষা লৈছিল ছেইন্ট ষ্টিফেন কলেজ (দিল্লী)ত। ২০০০ চনৰ ২২ নৱেম্বৰত বিবাহপাশত আবদ্ধ হোৱা এই খেলুৱৈগৰাকী এতিয়া ডুবাইৰ বাসিন্দা। গান শুনি, ছবি আঁকি ভাল পোৱা মণিকংকনাৰ চখ সুস্বাদু আহাৰ তৈয়াৰ কৰাটোও। প্ৰতিযোগিতামূলক সাঁতোৰৰ পৰা আঁতৰি আহিলেও পানীৰ মোহ এৰিব পৰা নাই ছুইমাৰগৰাকীয়ে। কেৰিয়াৰৰ অন্তত তেওঁ জড়িত হৈ পৰে ৰিভাৰ ৰাফটিঙৰ সৈতে। ভনীয়েক পল্লৱীৰ সৈতে লগ লাগি তেওঁ ঋষিকেশ আৰু গংগাটো ৰাফটিং কৰিছে। এই খেলৰ বাবে প্ৰয়োজন প্ৰচণ্ড সাহস আৰু শক্তিৰ। কিন্তু ৰাফটিঙৰ জৰিয়তে বিশেষ ৰোমাঞ্চ অনুভৱ কৰে তেওঁ। নিউজিলেণ্ডতো নদীত ৰাফটিঙৰ অভিজ্ঞতা পোৱা মণিকংকনাই ওৰেটো জীৱনত যিমান পাৰে অধিক নদীত ৰাফটিঙৰ পৰিকল্পনা কৰিছে।☆



*ভনী পল্লৱীৰ সৈতে মণিকংকনা (বাওঁফালৰ গৰাকী)*

# লিজা মহন্ত

ছোৱালীজনীৰ বয়স আছিল তেতিয়া মাত্ৰ তিনি বছৰ। এই পেন্দুকণা ছোৱালীজনীক ইমান কম বয়সতে এদিন মাকে লৈ আহিছিল নেহৰু ষ্টেডিয়ামত থকা বিমলা প্ৰসাদ চলিহা ছুইমিং পুললৈ। উদ্দেশ্য সাঁতোৰৰ শিক্ষা দিয়া। এনেকৈয়ে কোনো কথা বুজিব পৰা হোৱা আগতেই ছুইমিং পুলৰ নীলা পানীখিনিৰ সৈতে মিতিৰালি গঢ়ি তুলিছিল লিজা মহন্তই। নীলা পানীত নামি প্ৰথমতেই তেওঁ ৰোমাঞ্চিত হৈ পৰিছিল। ক্ৰমাগতভাৱে পানীৰ প্ৰতি তেওঁৰ আকৰ্ষণ গভীৰ হৈ আহিছিল। এনেকৈয়ে সাঁতোৰৰ সৈতে জড়িত হৈ পৰা লিজা এদিন নামি পৰিল প্ৰতিদ্বন্দ্বিতামূলক ক্ষেত্ৰতো। তেওঁৰ সন্মুখত আহি ধৰা দিলেহি সফলতায়ো। কম বয়সতে ছুইমিং পুলত নিজৰ দক্ষতাৰ প্ৰমাণ দিবলৈ সক্ষম হোৱা লিজাই মাত্ৰ ছবছৰ বয়সতে ১৯৯৩ চনত ব্ৰহ্মপুত্ৰ সাঁতুৰি পাৰ হৈছিল। কুৰুৱাৰ পৰা উজানবজাৰলৈ সাঁতুৰিবলৈ ছবছৰীয়া ছোৱালীজনীয়ে সময় লৈছিল ৩২ মিনিট। প্ৰতিদ্বন্দ্বিতামূলক ক্ষেত্ৰত নামি লিজাই অসমৰ সাঁতোৰ ক্ষেত্ৰত পূৰ্ণ আধিপত্য বিস্তাৰ কৰিবলৈ সক্ষম হৈছিল। ৰাষ্ট্ৰীয় পৰ্যায়ত তেওঁ প্ৰথমটো সফলতা লাভ কৰিছিল ১৯৯৯ চনত



লিজা মহন্ত

২০০১ চনত ছিংগাপুৰত অনুষ্ঠিত প্ৰথম এছিয়ান স্কুল গেমছত ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰা সাঁতোৰবিদ লিজা মহন্তই ২০০৩ চনত সুযোগ পাই হায়দৰাবাদত হোৱা এফ্ৰো-এছিয়ান গেমছত অংশ লোৱাৰ বাবে। প্ৰতিযোগিতাখনত তেওঁ লাভ কৰে ব্ৰ'ঞ্জৰ পদক।

পাটিয়ালাত হোৱা নেচনেল স্কুল গেমছত। প্রতিযোগিতাখনত সেইবাৰ তেওঁ অৰ্জন কৰিছিল ৰূপৰ পদক। ২০০০ চনত ৰাষ্ট্ৰীয় পৰ্যায়ত লাভ কৰিছিল তেওঁ একাধিক সফলতা। ছাব- জুনিয়ৰ নেচনেল একুৱাটিক চেম্পিয়নশ্বিপত ৫০ মিটাৰ ফ্ৰী ষ্টাইলত ব্ৰ'ঞ্জৰ পদক লাভ কৰা খেলুৱৈগৰাকীয়ে নতুন দিল্লীত হোৱা নেচনেল ৱমেনছ ফেষ্টিভেলত ১০০মিটাৰ ফ্ৰী ষ্টাইলত ব্ৰ'ঞ্জৰ পদক লাভ কৰে। গুৱাহাটীত হোৱা নেচনেল স্কুল গেমছত একে বছৰতে খেলুৱৈগৰাকীয়ে ১০০ আৰু ২০০ মিটাৰ ফ্ৰী ষ্টাইলত স্বৰ্ণ পদক আৰু ৫০ মিটাৰ ফ্ৰী ষ্টাইলত ৰূপৰ পদক লাভ কৰে। ২০০১ চনত গোৱাত হোৱা জুনিয়ৰ নেচনেল একুৱাটিক চেম্পিয়নশ্বিপত ১০০ মিটাৰ ফ্ৰীষ্টাইলত স্বৰ্ণ আৰু ৫০ মিটাৰ ফ্ৰীষ্টাইলত ৰূপৰ পদক লাভ কৰে খেলুৱৈগৰাকীয়ে। একেবছৰতে গান্ধী নগৰত হোৱা নেচনেল স্কুল গেমছত অসমৰ এই খেলুৱৈগৰাকীয়ে ৫০, ১০০ আৰু ২০০ মিটাৰ ফ্ৰীষ্টাইলত স্বৰ্ণ পদক জয়েৰে ঈৰ্ষণীয় কৃতিত্ব লাভ কৰাৰ লগতে ৫০ মিটাৰ ফ্ৰীষ্টাইলত গঢ়ি তোলে এক নেচনেল ৰেকৰ্ডো। ২০০২ চনত পুণেত হোৱা নেচনেল স্কুল গেমছত ৫০ মিটাৰ আৰু ১০০ মিটাৰ ফ্ৰীষ্টইলত দুটা সোণৰ পদক লাভ কৰা লিজাই ২০০ মিটাৰ ফ্ৰীষ্টাইলত ৰূপৰ পদক লাভ কৰে। গান্ধীনগৰত ২০০৩ চনত হোৱা ৰাষ্ট্ৰীয় মহিলা উৎসৱত ১০০ মিটাৰ বেকষ্ট্ৰোকো আৰু ১০০ মিটাৰ ফ্ৰীষ্টাইলত ৰূপৰ পদক লাভ কৰে সাঁতোৰবিদগৰাকীয়ে। প্রতিযোগিতাখনত তেওঁ ২০০ মিটাৰ বেকষ্ট্ৰোকত লাভ কৰে ব্ৰ'ঞ্জৰ পদক। একেবছৰতে কলকাতাত হোৱা ছিনিয়ৰ নেচনেল একুৱাটিক চেম্পিয়নশ্বিপত ১০০ মিটাৰ ফ্ৰী ষ্টাইলত ব্ৰ'ঞ্জৰ পদক লাভ কৰা লিজাই নতুন দিল্লীত হোৱা জুনিয়ৰ নেচনেল একুৱাটিক চেম্পিয়নশ্বিপত ৫০ মিটাৰ ফ্ৰীষ্টাইলত ব্ৰ'ঞ্জৰ পদক লাভ কৰে। ২০০৪ চনত নতুন দিল্লীত হোৱা ছিনিয়ৰ নেচনেল একুৱাটিক চেম্পিয়নশ্বিপত ৫০ মিটাৰ ফ্ৰীষ্টাইলত ব্ৰ'ঞ্জৰ পদক লাভ কৰে লিজাই।

ৰাষ্ট্ৰীয় প্ৰেক্ষাপটত লাভ কৰা সফলতাৰে আমাৰ এই সাঁতোৰবিদগৰাকীয়ে সুযোগ পাই আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত স্বদেশক প্ৰতিনিধিত্ব কৰাৰ বাবেও। ২০০০ চনত তেওঁ অংশ লয় চাইনিছ টাইপেইট অনুষ্ঠিত এছিয়া- পেচিফিক এজ গ্ৰুপ ছুইমিং চেম্পিয়নশ্বিপত। প্রতিযোগিতাখনত তেওঁ ৫০ মিটাৰ ফ্ৰী ষ্টাইল আৰু ৪ ×৫০ মিটাৰ ফ্ৰীষ্টাইল ৰীলে উভয়তে চতুৰ্থ স্থান লাভ কৰে। ২০০১ চনত তেওঁ ছিংগাপুৰত অনুষ্ঠিত প্ৰথম এছিয়ান স্কুল গেমছত ভাৰতৰ হৈ অংশ লয়। ২০০ মিটাৰ ফ্ৰীষ্টাইলত প্রতিযোগিতাখনত তেওঁ ষষ্ঠ স্থান লাভ কৰে। ২০০৩ চনত এক বিশেষ সফলতাই অপেক্ষা কৰি আছিল লিজাৰ বাবে। সেইবাৰ তেওঁ সুযোগ পাই হায়দৰাবাদত অনুষ্ঠিত প্ৰথম এফ্ৰো এছিয়ান গেমছত ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰাৰ বাবে। ছিনিয়ৰ পৰ্যায়ত জাতীয় দলক প্ৰতিনিধিত্ব

কৰাৰ সুযোগ পাই ৰোমাঞ্চিত হৈ উঠে খেলুৱৈগৰাকী। এক সপোন সাকাৰ কৰি তেওঁ প্ৰতিযোগিতাখনত ৪ ১০০মিটাৰ ফ্ৰীষ্টাইল ৰীলেত ভাৰতীয় দলৰ হৈ লাভ কৰে ব্ৰ'ঞ্জৰ পদক।

১৯৮৭ চনৰ ১১ ফেব্ৰুৱাৰীত গুৱাহাটীত জন্ম লাভ কৰা লিজা মহন্তৰ পিতৃ-মাতৃ ক্ৰমে কেশৱ মহন্ত আৰু ললিতা মহন্ত। তেওঁ গুৱাহাটীৰ ছেইন্ট মেৰিজ ইংলিছ হাইস্কুলত স্কুলীয়া শিক্ষা লাভ কৰাৰ লগতে উচ্চ শিক্ষা লাভ কৰে দিল্লী বিশ্ববিদ্যালয়ৰ অধীনত। সাঁতোৰৰ যোগেদি অসমৰ ক্ৰীড়া ক্ষেত্ৰত চিনাকি নাম হৈ পৰা লিজাৰ হবি ফটোগ্ৰাফী, ভ্ৰমণ, অধ্যয়ন আৰু স্নুকাৰ খেলা। কেৰিয়াৰত লাভ কৰা সফলতাৰ বাবে পিতৃ-মাতৃৰ অৱদানৰ কথা কৃতজ্ঞতাৰে উল্লেখ কৰে সাঁতোৰবিদগৰাকীয়ে। তেওঁ বিশেষভাৱে ৰোমন্থন কৰে মাকৰ অৱদানৰ কথা। জীৱনত সন্মুখীন হোৱা সুদিন, দুৰ্দিন সকলো সময়তে তেওঁৰ কাষত থাকি উৎসাহ যোগাই আহিছে মাকে। বিমলা প্ৰসাদ চলিহা ছুইমিং পুলত লিজাৰ লগতত সততে দেখা পোৱা হৈছিল মাতৃ ললিতা মহন্তক। 'সফলতাৰ বাবে মই কঠোৰ শ্ৰম কৰিছিলো। কিন্তু মোৰ পিতৃ-মাতৃয়ে মোৰ বাবে মোতকৈয়ো অধিক কষ্ট কৰিছে'- এয়া লিজাৰ ভাষ্য। খেলুৱৈগৰাকীৰ মাক-দেউতাকৰ সপোন আছিল সন্তানে এদিন স্বদেশক আন্তৰ্জাতিক ক্ষেত্ৰত প্ৰতিনিধিত্ব কৰাটো দেখা পোৱাৰ। কঠোৰ শ্ৰমেৰে লিজাই মাক-দেউতাকৰ সেই সপোন পূৰণ কৰিলে। কেৰিয়াৰত আগবাঢ়ি যোৱাৰ পথত লাভ কৰা দুটা সফলতা বিশেষভাৱে স্মৰণীয় মুহূৰ্ত হিচাপে ৰৈ গৈছে লিজাৰ মনত। ২০০০ চনত



চাইনিছ টাইপেইত হোৱা এছিয়া পেছিফিক এজ গ্ৰুপ ছুইমিং চেম্পিয়নশ্বিপৰ বাবে ভাৰতীয় দলত অন্তৰ্ভুক্ত হৈছিল লিজা। প্ৰথমবাৰৰ বাবে ভাৰতীয় দলত স্থান লাভ কৰা খবৰে তেওঁৰ হৃদয়লৈ যি আনন্দ কঢ়িয়াই আনিছিল সেয়া কেতিয়াও পাহৰিব নোৱাৰে খেলুৱৈগৰাকীয়ে। দ্বিতীয়তে এফ্ৰো-এছিয়ান গেমছত লাভ কৰা সফলতাৰ সৌৰৱ প্ৰাপ্তি বিশেষভাৱে স্মৰণীয় মুহূৰ্ত হিচাপে ৰৈ গৈছে খেলুৱৈগৰাকীৰ হৃদয়ত। সেইবাৰ উত্তৰ-পূবৰ পৰা ভাৰতীয় দলত স্থান লাভ কৰা তেওঁৰ আছিল একমাত্ৰ খেলুৱৈ। কঠোৰ শ্ৰমৰ অন্তত স্পৰ্শ কৰিছিল তেওঁ কাংক্ষিত স্বপ্ন।

# পল্লৱী দত্তবৰুৱা

ভালকৈ সকলোবোৰ মাত ফুটাই নাছিল। বয়স মাত্র তিনি বছৰ। তেতিয়াই মাক-দেউতাকে পল্লৱী দত্তবৰুৱাক লৈ আহিছিল দীঘলী পুখুৰীলৈ। উদ্দেশ্য সাঁতোৰ প্ৰশিক্ষণ। দীঘলীপুখুৰীৰ সেউজ পানীত নামি শিকিছিল সাঁতোৰৰ অ, আ, ক, খ। ক্ৰমাৎ দুৰ্বলতা বাঢ়িছিল সাঁতোৰৰ প্ৰতি। আয়ত্ত কৰি পেলাইছিল লাহে লাহে সাঁতোৰৰ প্ৰাথমিক জ্ঞান। নামিছিল প্ৰতিদ্বন্দ্বিতাতো। লাভ কৰিছিল সফলতা। এনেকৈয়ে এদিন অসমৰ ক্ৰীড়াপ্ৰেমীৰ বাবে চিনাকি নাম হৈ পৰিল পল্লৱী দত্ত বৰুৱা। একেখন ঘৰৰ পৰাই একে সময়তে ওলাইছিল আন এগৰাকী সাঁতোৰবিদ মণিকংকনা। সাঁতোৰবিদ দুই বাই-ভনী পল্লৱী-মণিকংকনা জনপ্ৰিয় হৈ পৰিল সোনকালেই সকলোৰে মাজত। ১৯৭৯ চনৰ পৰা সাঁতোৰ শিকিবলৈ লোৱা পল্লৱীয়ে গুৱাহাটীত হোৱা অল ইণ্ডিয়া ৰুৰেল ছুইমিং কম্পিটিছনৰ যোগেদি প্ৰথম আত্মপ্ৰকাশ কৰিলে সৰ্বভাৰতীয় প্ৰতিযোগিতামূলক ক্ষেত্ৰত। ইয়াৰ পিচত তেওঁ থমকি ৰোৱা নাছিল। অংশ ল'লে ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ত বিভিন্ন প্ৰতিযোগিতাত। ৰাজ্যিক পৰ্যায়ত ১৯৮৪-৮৫ চনত অনুষ্ঠিত আন্তঃজিলা সাঁতোৰ



পল্লৱী দত্তবৰুৱা

১৯৮৯ চনত পল্লৱী দত্তবৰুৱাই অ'পেন ছিনিয়ৰ নেচনেল ছুইমিং চেম্পিয়নশ্বিপত ভাৰতৰ তাৰকা মহিলা সাঁতোৰবিদ বুলা চৌধুৰীক হৰুৱাই অভিলেখ গঢ়ি ১০০ মিটাৰ বেকষ্ট্ৰোকত অৰ্জন কৰে স্বৰ্ণ পদক। ১৯৯৩ চনত হংকঙত হোৱা এছিয়া পেচিফিক গেমছত ১০০ আৰু ২০০ মিটাৰ বেকষ্ট্ৰোকত খেলুৱৈগৰাকীয়ে প্ৰথম স্থান অৰ্জনেৰে লাভ কৰিলে সোণৰ পদক।

প্ৰতিযোগিতাত ছুইমাৰগৰাকীয়ে ১০০ আৰু ৫০ মিটাৰ বেকষ্ট্ৰোকত অৰ্জন কৰিলে স্বৰ্ণ পদক। ১৯৮৭ চনত জুনিয়ৰ নেচনেল চেম্পিয়নশ্বিপত তেওঁ লাভ কৰিলে ২০০ মিটাৰ বেকষ্ট্ৰোকত ৰূপৰ পদক। প্ৰতিযোগিতাখনত অংশ লোৱাৰ সময়ত পল্লবী আছিল মাত্ৰ ষষ্ঠ শ্ৰেণীৰ ছাত্ৰী। একে বৰ্ষতে লক্ষ্ণৌত হোৱা জুনিয়ৰ নেচনেলত ৰাষ্ট্ৰীয় অভিলেখ প্ৰতিষ্ঠা কৰি খেলুৱৈগৰাকীয়ে ১০০ মিটাৰ বেকষ্ট্ৰোকত স্বৰ্ণ পদক লাভ কৰাৰ লগতে ২০০ মিটাৰ বেকষ্ট্ৰোকত পালে ৰূপৰ পদক। পৰৱৰ্তী বৰ্ষত নতুন দিল্লীত অনুষ্ঠিত ৰাষ্ট্ৰীয় স্কুল গেমছতো দুৰন্ত প্ৰদৰ্শন আগবঢ়ায় শ্ৰেষ্ঠ ছুইমাৰৰ সন্মান আজুৰি আনিবলৈ সক্ষম হ'ল অসম কন্যাই। জুনিয়ৰ পৰ্যায়ত ক্ৰমাগতভাৱে তেওঁ লাভ কৰিলে অধিক সফলতা। ১৯৮৯ চনত লুধিয়ানাত হোৱা জুনিয়ৰ নেচনেলত ২০০ আৰু ৫০ মিটাৰ বেকষ্ট্ৰোকত স্বৰ্ণ পদক লাভ কৰাৰ লগতে ১০০ মিটাৰ বেকষ্ট্ৰোকত খেলুৱৈগৰাকীয়ে লাভ কৰিলে ৰূপৰ পদক। উল্লেখ্য, ১৯৮৯ চনটোত পল্লবীয়ে আগবঢ়াইছিল কেৰিয়াৰৰ আটাইতকৈ ৰোমাঞ্চকৰ প্ৰদৰ্শন। জুনিয়ৰ নেচনেলত সফলতা লাভ কৰা খেলুৱৈগৰাকীয়ে একে বৰ্ষতে ত্ৰিবান্দমত হোৱা অ'পেন ছিনিয়ৰ নেচনেল ছুইমিং চেম্পিয়নশ্বিপত আগবঢ়ালে দুৰ্দান্ত প্ৰদৰ্শন। স্বাদ পালে কেৰিয়াৰৰ স্মৰণীয় সফলতাৰ। সেই প্ৰতিযোগিতাত অভিলেখ গঢ়ি ১০০ মিটাৰ বেকষ্ট্ৰোকত খেলুৱৈগৰাকীয়ে অৰ্জন কৰিলে স্বৰ্ণ পদক। খিতাপ অৰ্জনৰ পথত তেওঁ হৰুৱাই দিলে সেই সময়ৰ ভাৰতৰ এক নম্বৰ মহিলা সাঁতোৰবিদ বুলা চৌধুৰীক। ১০০ মিটাৰ বেকষ্ট্ৰোকত তেওঁ চিহ্নিত হ'ল কনিষ্ঠতম স্বৰ্ণ জয়ী খেলুৱৈ হিচাপে। ১৯৮৮ চনৰ পিছত ১৯৯০ চনত মহাৰাষ্ট্ৰৰ অমৰাৱতীত হোৱা নেচনেল স্কুল গেমছটো শ্ৰেষ্ঠ সাঁতোৰবিদ সন্মান আজুৰি আনিবলৈ সক্ষম হ'ল পল্লবীয়ে। ১৯৯০ চনত বম্বেত হোৱা নেচনেল চেম্পিয়নশ্বিপত সফলতা লাভেৰে খেলুৱৈগৰাকীয়ে ২০০ মিটাৰ বেকষ্ট্ৰোকত সোণ আৰু ১০০ মিটাৰ বাটাৰফ্লাইত লাভ কৰিলে ৰূপৰ পদক। পুণে নেচনেল গেমছত ১৯৯৪ চনত তেওঁ লাভ কৰিছিল ১০০ মিটাৰ বেকষ্ট্ৰোকত সোণ আৰু ২০০ মিটাৰ বেকষ্ট্ৰোকত ব্ৰ'ঞ্জৰ পদক।

পল্লবীয়ে আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত প্ৰথমতো সফলতা অৰ্জন কৰিছিল ১৯৯৩ চনত। সেই বছৰ হংকঙত হোৱা এছিয়া পেচিফিক গেমছত ১০০ আৰু ২০০ মিটাৰ বেকষ্ট্ৰোকত খেলুৱৈগৰাকীয়ে প্ৰথম স্থান অৰ্জনেৰে লাভ কৰিলে সোণৰ পদক। লগতে ২০০ মিটাৰ ব্যক্তিগত মেডলীত ৰূপৰ পদকো পালে তেওঁ। ১৯৯১ চনত পল্লবীয়ে ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰিলে নতুন দিল্লীত অনুষ্ঠিত এছিয়া পেচিফিক গেমত। প্ৰতিযোগিতাখনত ছুইমাৰগৰাকীয়ে ১০০ মিটাৰ আৰু ২০০ মিটাৰ বেকষ্ট্ৰোকত স্বৰ্ণ পদক লাভ কৰাৰ উপৰিও ২০০ মিটাৰ ব্যক্তিগত মেডলী আৰু ১০০ মিটাৰ বাটাৰফ্লাইট




*সফলতাৰ সগৌৰৱ প্ৰাপ্তিৰে পদ্মশ্ৰী দত্ত বৰুৱা*

অৰ্জন কৰিলে ৰূপৰ পদক। আনহাতে ৪০০ আৰু ২০০ মিটাৰ ৰীলেত ভাৰতীয় দলৰ হৈ তেওঁ লাভ কৰিলে ব্ৰঞ্জৰ পদক। পুচানত ১৯৯৫ চনত হোৱা ছিনিয়ৰ এছিয়া পেচিফিকত ২০০ মিটাৰ বেকষ্ট্ৰোকত ৰূপৰ পদক লাভেৰে খেলুৱৈগৰাকীয়ে লাভ কৰিলে আন এক আন্তঃৰাষ্ট্ৰীয় সফলতা।

অসমৰ সাঁতোৰ ক্ষেত্ৰত পৰিচিত নাম হৈ পৰা পল্লৱী দত্তবৰুৱাৰ জন্ম ১৯৭৫ চনৰ ১০ অক্টোবৰত গুৱাহাটীৰ কুমাৰপাৰাত। দেউতাকৰ নাম যতীন্দ্ৰ নাৰায়ণ দত্তবৰুৱা আৰু মাকৰ নাম আৰতি দত্তবৰুৱা। মাক-দেউতাকে পল্লৱীক সাঁতোৰ ক্ষেত্ৰত প্ৰতিষ্ঠা লাভৰ বাবে উৎসাহ যোগায় আহিছিল। সপ্তম শ্ৰেণী পৰ্যন্ত গুৱাহাটীৰ ছেইণ্ট মেৰিজ স্কুলত শিক্ষা গ্ৰহণ কৰা খেলুৱৈগৰাকীয়ে ইয়াৰ পিছত দশম শ্ৰেণী পৰ্যন্ত শিক্ষা গ্ৰহণ কৰে হাৰিয়ানাৰ মতিলাল নেহৰু স্কুল অব স্পৰ্টছত। গুৱাহাটী কমাৰ্চ কলেজত উচ্চ মাধ্যমিক শিক্ষা গ্ৰহণ কৰা পল্লৱীয়ে দিল্লীৰ শ্ৰীৰাম কলেজ অব কমাৰ্চৰ পৰা বাণিজ্য বিভাগত ডিগ্ৰী লাভ কৰে। হাৰিয়ানাত পঢ়ি থকাৰ সময়ত তেওঁ প্ৰশিক্ষণ লাভ কৰিছিল এম এছ চন্দ্ৰশেখৰৰ। এই ব্যক্তিজনে তেওঁৰ কেৰিয়াৰ আগবঢ়াই নিয়াত বিশেষভাৱে সহায় কৰিছিল। আজৰি সময়ত উপন্যাস পঢ়ি, নাচি ভালপোৱা পল্লৱীৰ অতিশয় প্ৰিয় হ'ল বিহু নৃত্য। বৰ্তমান আমেৰিকাৰ হষ্টন টেক্সাছত থকা এই খেলুৱৈগৰাকীয়ে তাত অনুষ্ঠিত বিভিন্ন অনুষ্ঠানসমূহতো বিহু নৃত্যত অংশ লয়। ল'ৰালিতে লতাশিলত বিহু নাচি বিহু কুঁৱৰীৰ সন্মান অৰ্জন কৰিছিল এই জলকন্যাই। চাৰি চকুৰ মিলনেৰে হোৱা প্ৰেমৰ অন্তত ১৯৯৭ চনত আমেৰিকান যুৱক ষ্টিভেন জন লিমৰ লগত বিবাহপাশত আবদ্ধ হয় এই ছুইমাৰগৰাকী। সেই সময়ত খেলুৱৈগৰাকীয়ে এয়াৰ হোষ্টেছ হিচাপে কাম কৰিছিল ছিংগাপুৰ এয়াৰ লাইনছত। তেতিয়াই তেওঁ লগ পায় ষ্টিভেনক। ষ্টিভেনে তেতিয়া অইল কোম্পানী এটাত ইঞ্জিনীয়াৰ হিচাপে কাম কৰি আছিল। কেবাখনো আন্তঃৰাষ্ট্ৰীয় প্ৰতিযোগিতাত অংশ ল'লেও কেৰিয়াৰত এছিয়ান গেমছত অংশ লোৱাৰ আশা পূৰণ নহ'ল খেলুৱৈগৰাকীৰ। এছিয়ান গেমছত অংশ লোৱাৰ স্বপ্ন অপূৰণীয় হৈয়ে ৰৈ গ'ল তেওঁৰ মনত।☆

# এলভিছ্ আলী হাজৰিকা



**এলভিছ্ আলী হাজৰিকা**

**পাঁচ বছৰ নৌহওঁতেই এলভিছ্ আলী হাজৰিকাই অতিক্ৰম কৰিছিল ১.৩ কিলোমিটাৰ দৈৰ্ঘ্যৰ শিৱসাগৰৰ জয়সাগৰ পুখুৰী। ১৯৯৯ চনত নেপালৰ কাঠমাণ্ডুত অনুষ্ঠিত ছাউথ এছিয়ান ফেডাৰেচন গেমছত প্ৰতিনিধিত্ব কৰে স্বদেশক। প্ৰতিযোগিতাখনত তেওঁ লাভ কৰে দুটা স্বৰ্ণ, দুটা ৰূপ আৰু দুটা ব্ৰঞ্জৰ পদক।**

**স**ৰুৰে পৰাই পানীৰ প্ৰতি অতিশয় আকৰ্ষণ আছিল ল'ৰাটোৰ। পানী চুবলৈ পালে যেন তাক একো নালাগে। খেলিয়ে থাকিব বিচাৰে পানীৰ লগত। কেতিয়াবা বাথৰূমৰ টেপ খুলি টাৱেলেৰে বন্ধ কৰি দিয়ে পানী ওলাই যোৱা ফুটা। পানীৰে চপচপীয়া হৈ পৰে বাথৰূম। সেই পানীতে কণমানিটোৱে সাঁতোৰাৰ চেষ্টা কৰে। অবাক লাগি চাই পুত্ৰৰ কাণ্ড মাক-দেউতাকে। পুত্ৰকলৈ তেওঁলোকে দুচকুত আঁকি লয় এক সপোন। পুত্ৰক সাঁতোৰবিদ হিচাপে গঢ়ি তোলাৰ স্বপ্ন। সপোন সফলো হ'ল তেওঁলোকৰ। ছুইমিং পুলত কৰা অপৰিসীম শ্ৰম আৰু প্ৰদৰ্শন কৰা ক্ৰীড়া নৈপুণ্যৰে অসমৰ একমাত্ৰ আন্তৰ্জাতিক পুৰুষ ছুইমাৰ হিচাপে চিহ্নিত হৈ পৰিল ল'ৰাজন। পৰিচিতিলাভ কৰিলে সাঁতোৰবিদ এলভিছ্ আলী হাজৰিকা হিচাপে। চিনাকি নাম হৈ পৰিল প্ৰতিজন ক্ৰীড়াপ্ৰেমীৰ বাবেই। বাথৰূমতে সাঁতোৰৰ প্ৰয়াস চলোৱা এলভিছে ভাৰতীয় ক্ৰীড়া ক্ষেত্ৰত প্ৰায় এটা দশক আধিপত্য বিস্তাৰ কৰাৰ লগতে স্বদেশক প্ৰতিনিধিত্ব কৰিলে বহুকেইখন আন্তৰ্জাতিক প্ৰতিযোগিতাতো। চিহ্নিত হ'ল আন্তৰাষ্ট্ৰীয় সাঁতোৰ প্ৰতিযোগিতাত দেশৰ হৈ অংশ লোৱা প্ৰথমজন

অসমীয়া যুৱক হিচাপেও।

১৯৮১ চনৰ ২১ জুলাইত গুৱাহাটীৰ ভৰলুমুখত জন্ম হোৱা এলভিছ্ সাঁতোৰৰ আনুষ্ঠানিক প্ৰশিক্ষণ লোৱাৰ বাবে এদিন পানীত নামিছিলহি দীঘলী পুখুৰীত। বয়স নিচেই কম। মুখৰ মাত ভালকৈ ফুটাই নাই। এতিয়াও মনত আছে তেওঁৰ সেই তাৰিখটো— ৬/৯/৮৪। কেইবছৰমান বা হৈছিল তেতিয়া তেওঁৰ! দীঘলীপুখুৰীত সাঁতোৰৰ প্ৰশিক্ষণ লৈ প্ৰাথমিক পৰ্যায়তে প্ৰচুৰ প্ৰতিভাৰ প্ৰমাণ দিলে ল'ৰাটোৱে। ক্ৰমান্বয়ে সাঁতোৰত দক্ষ হৈ পৰা এলভিছ্ কেবাবাৰো ইপাৰ সিপাৰ হ'ল দীঘলীপুখুৰী সাঁতুৰি। তিনি বছৰ বয়সত নবীন শৰ্মা ছুইমিং ক্লাবত ভৰ্তি হোৱা এলভিছে পাঁচ বছৰ নৌহওঁতেই অতিক্ৰম কৰিলে ১.৩ কিলোমিটাৰ দৈৰ্ঘ্যৰ শিৱসাগৰৰ জয়সাগৰ পুখুৰী। ১৯৮৬ চনৰ ১৮ এপ্ৰিলত তেওঁ লাভ কৰে এই বিশেষ সফলতা। ১৯৮৬ চনত গুৱাহাটীৰ বিমলা প্ৰসাদ চলিহা ছুইমিং পুলত অনুষ্ঠিত সদৌ অসম সাঁতোৰ প্ৰতিযোগিতাত অংশ গ্ৰহণেৰে প্ৰতিদ্বন্দ্বিতামূলক ক্ষেত্ৰত খোজ পেলাই খেলুৱৈজনে। ১৯৮৬ৰ পৰা ১৯৯৩ চনৰ সময়ছোৱাত সদৌ অসম ভিত্তিত তেওঁ ছবছৰ ব্যক্তিগতভাৱে চেম্পিয়নৰ সন্মান অৰ্জন কৰে। '৯০ আৰু ৯২ চনত তেওঁ চেম্পিয়নৰ বঁটা লাভ কৰিব পৰা নাছিল। ৰাষ্ট্ৰীয় ক্ষেত্ৰত এলভিছে প্ৰথমে সফলতা পায় ১৯৮৯ চনত। বাংগালোৰত অনুষ্ঠিত ছাব-জুনিয়ৰ নেচনেল সাঁতোৰ চেম্পিয়নশ্বিপত তেওঁ অৰ্জন কৰে ৰূপৰ পদক। বাংগালোৰত লাভ কৰা সফলতাৰ পিছত ৰাষ্ট্ৰীয় পৰ্যায়ত আৰু পিছলৈ ঘূৰি চাব লগা হোৱা নাছিল এলভিছে। লাভ কৰি গৈছিল এটাৰ পিছত আন এটা সফলতা। ১৯৯০ চনত কলকাতাত হোৱা ছাব-জুনিয়ৰ নেচনেল চেম্পিয়নশ্বিপত দুটাকৈ ৰাষ্ট্ৰীয় ৰেকৰ্ড গঢ়ি এটা সোণ আৰু এটা ৰূপৰ পদক অৰ্জন কৰে তেওঁ। পিছৰ বছৰৰ ছাব-জুনিয়ৰ নেচনেলত লাভ কৰে তেওঁ এটা ৰূপসহ দুটা সোণৰ পদক। ১৯৯২ চনত ত্ৰিবান্দমত অনুষ্ঠিত ছাব-জুনিয়ৰ নেচনেল চেম্পিয়নশ্বিপত তেওঁ লাভ কৰে বৃহৎ সফলতা। প্ৰতিযোগিতাখনত ব্যক্তিগতভাৱে চেম্পিয়নৰ সন্মান লাভ কৰাৰ লগতে তিনিটাকৈ নতুন নেচনেল ৰেকৰ্ড স্থাপন কৰা এলভিছে অৰ্জন কৰে চাৰিটাকৈ স্বৰ্ণ পদক। ৯৩' চনৰ ছাব-জুনিয়ৰ নেচনেলত তেওঁ সফলতাৰ পৰিসৰ বৃদ্ধি পাই পূৰ্বতকৈয়ো। প্ৰতিযোগিতাখনত চাৰিটাকৈ নতুন নেচনেল ৰেকৰ্ড স্থাপন কৰা অসমৰ এই দুৰন্ত সাঁতোৰবিদজনে লাভ কৰে পাঁচটা স্বৰ্ণ পদক। প্ৰতিযোগিতাৰ ব্যক্তিগত চেম্পিয়নৰ খিতাপো অৰ্জন কৰে তেওঁ। বম্বেত ১৯৯৪ চনত হোৱা একাদশ ছাব-জুনিয়ৰ নেচনেল সাঁতোৰ চেম্পিয়নশ্বিপত দুৰন্ত প্ৰদৰ্শনেৰে এটা ব্ৰঞ্জ আৰু ছটা স্বৰ্ণ পদক সহ সাতটা পদক জয় কৰা এলভিছে গঢ়ি তোলে পাঁচটাকৈ নতুন ৰাষ্ট্ৰীয় অভিলেখো। সৰ্ব ভাৰতীয় ক্ষেত্ৰত ৰেকৰ্ড ভঙা-পতা কৰাটো যেন সাধাৰণ কথা হৈ পৰিছিল এই অসমীয়া সন্তানৰ বাবে। '৯৫ চনৰ নেচনেল স্কুল গেমছত ব্যক্তিগত চেম্পিয়নৰ সন্মান অৰ্জন কৰা

খেলুৱৈজনে তিনিটা স্বৰ্ণ পদক লাভ কৰাৰ লগতে প্ৰতিষ্ঠা কৰে তিনিটা নতুন অভিলেখো। ৪১তম ৰাষ্ট্ৰীয় স্কুল গেমছতো তেওঁ লাভ কৰিছিল একে সফলতাই। বিজয়ৱাৰাত হোৱা ৪০ তম্ জুনিয়ৰ একুৱাটিক চেম্পিয়নশ্বিপত তিনিটা নতুন অভিলেখ গঢ়ি আঠটা স্বৰ্ণ পদক জয় কৰা এলভিছে পৰৱৰ্তী বৰ্ষৰ চেম্পিয়নশ্বিপত তিনিটা অভিলেখ গঢ়ি নটা স্বৰ্ণ পদক লাভ কৰে। ইন্দোৰত অংশ লোৱা কেৰিয়াৰৰ প্ৰথম ছিনিয়ৰ নেচনেলছত ১৯৯৬ চনত খেলুৱৈজনে অৰ্জন কৰিছিল এটা স্বৰ্ণ সহ চাৰিটা ৰূপৰ পদক। '৯৭ চনত বাংগালোৰত হোৱা নেচনেল গেমছত ৰূপৰ পদক জয় কৰাৰ লগতে জুনিয়ৰ নেচনেলছত পাঁচটা স্বৰ্ণ আৰু দুটা ৰূপৰ পদক অৰ্জন কৰে। তেতিয়া এলভিছ আছিল দশমমান শ্ৰেণীৰ ছাত্ৰ। একে বছৰতে ছিনিয়ৰ চেম্পিয়নশ্বিপত তেওঁ এটা স্বৰ্ণ, চাৰিটা ৰূপ আৰু এটা ব্ৰঞ্জৰ পদক লাভ কৰে। '৯৮ চনত জুনিয়ৰ চেম্পিয়নশ্বিপত আঠটা স্বৰ্ণ পদক অৰ্জনেৰে এঘাৰ বছৰৰ অভিলেখ স্পৰ্শ কৰা ছুইমাৰজনে ছিনিয়ৰ নেচনেলছত দুটা স্বৰ্ণ, দুটা ৰূপ আৰু এটা ব্ৰ'ঞ্জৰ পদক পায়। '৯৯ চনৰ মণিপুৰ নেচনেল গেমছত তেওঁ লাভ কৰিছিল এটা ৰূপৰ আৰু দুটা ব্ৰ'ঞ্জৰ পদক। সেই বছৰতে তেওঁ জুনিয়ৰ নেচনেল চেম্পিয়নশ্বিপত ছটা স্বৰ্ণ আৰু এটা ৰূপৰ পদক লাভ কৰাৰ লগতে ছিনিয়ৰ নেচনেল চেম্পিয়নশ্বিপত অৰ্জন কৰে তিনিটা স্বৰ্ণ, এটা ৰূপ আৰু এটা ব্ৰ'ঞ্জৰ পদক। ত্ৰিবান্দমত হোৱা সৰ্বভাৰতীয় পুলিচ মীটত সাতটা সোণ, এটা ৰূপ আৰু দুটা ব্ৰঞ্জৰ পদক লাভ কৰা এলভিছ্ প্ৰতিযোগিতাখনৰ দ্ৰুততম ছুইমাৰ হিচাপেও পৰিগণিত হয়।

চতুৰ্থ শ্ৰেণীত থাকোতেই ১৯৯১ চনত কেৰিয়াৰৰ প্ৰথম আন্তৰ্জাতিক প্ৰতিযোগিতাত অংশ লৈছিল অসমৰ এই প্ৰতিভাৱান খেলুৱৈজনে। সেই বছৰ তেওঁ অংশ লৈছিল ছিংগাপুৰত হোৱা এছিয়া পেচিফিক ছুইমিং চেম্পিয়নশ্বিপত। মাত্ৰ ন বছৰ বয়সত সাঁতোৰত দেশক প্ৰতিনিধিত্ব কৰা কনিষ্ঠতম খেলুৱৈ হিচাপে পৰিগণিত হৈছিল এলভিছ। পৰৱৰ্তী বৰ্ষত বেইজিঙত হোৱা এছিয়া পেচিফিক এজ গ্ৰুপ ছুইমিং চেম্পিয়নশ্বিপত তৰুণজনে অৰ্জন কৰিছিল এটা সোণ, এটা ৰূপ আৰু এটা ব্ৰঞ্জৰ পদক। এলভিছৰ জৰিয়তেই এছিয়া পেচিফিক চেম্পিয়নশ্বিপত ভাৰতে লাভ কৰিছিল প্ৰথমটো সোণৰ পদক। ১৯৯৩ চনত হংকঙত হোৱা এছিয়া পেচিফিক মীটতো তেওঁ প্ৰতিনিধিত্ব কৰে দেশক। ১৯৯৪ চনত নতুন দিল্লীত অনুষ্ঠিত এছিয়া পেচিফিক এজ গ্ৰুপ চেম্পিয়নশ্বিপত ব্যক্তিগত চেম্পিয়নৰ সন্মান অৰ্জন কৰা সাঁতোৰবিদজনে তিনিটা সোণ, এটা ৰূপ আৰু তিনিটা ব্ৰ ঞ্জৰ পদক লাভ কৰিছিল। ইণ্টাৰনেচনেল চেম্পিয়শ্বিপত ব্যক্তিগতভাৱে চেম্পিয়নৰ সন্মান অৰ্জন কৰা এলভিছেই প্ৰথম ভাৰতীয় সাঁতোৰবিদ। কোৰিয়াৰ পুছানত হোৱা এছিয়া পেচিফিক চেম্পিয়নশ্বিপতো ১৯৯৬ চনত দেশক প্ৰতিনিধিত্ব কৰা এলভিছে ১৯৯৯ চনত নেপালৰ কাঠমাণ্ডুত অনুষ্ঠিত ছাউথ এছিয়ান ফেডাৰেচন গেমছত প্ৰতিনিধিত্ব কৰে স্বদেশক।

প্ৰতিযোগিতাখনত তেওঁ লাভ কৰে দুটা স্বৰ্ণ, দুটা ৰূপ আৰু দুটা ব্ৰঞ্জৰ পদক।

গুৱাহাটী ডনবস্কো আৰু নেচনেল অ'পেন স্কুলত শিক্ষা গ্ৰহণ কৰা এলভিছ আলী হাজৰিকাক কেৰিয়াৰত সততেই উৎসাহ যোগাই আহে দেউতাক এলবান আলী হাজৰিকা আৰু মাক দীপিকা আলী হাজৰিকাই। আগবাঢ়ি যোৱা পথত অনুপ্ৰেৰণা যোগোৱাৰ বাবে তেওঁ কৃতজ্ঞতা প্ৰকাশ কৰে প্ৰথম প্ৰশিক্ষক আনোৱাৰ বহুল আৰু ৰাষ্ট্ৰীয় প্ৰশিক্ষক এন এন বেনাৰ্জীৰ প্ৰতিও। ১৯৯৫ চনত মাত্ৰ চৈধ্য বছৰ বয়সত চি আৰ পি এফৰ চাকৰিত যোগ দিয়া এলভিছে আজৰি সময়ত ভাল পাই গান শুনি, টি ভি চাই। টিভিত ডব্লিউ ডব্লিউ এফ উপভোগ কৰিও তেওঁ অতিশয় ভাল পাই। এলভিছৰ সপোন আছিল এদিন দেশক অলিম্পিকত প্ৰতিনিধিত্ব কৰা। কিন্তু তেওঁৰ সেই সপোন অপূৰণীয় হৈ ৰ'ল। শাৰীৰিক অসুস্থতা প্ৰতিবন্ধক হ'ল তেওঁৰ সন্মুখত। অসুস্থতা আৰু পিতৃ বিয়োগৰ বাবেই ২০০০-২০০১ সময়ছোৱাত খেলুৱৈজনে আঁতৰি থাকে প্ৰতিদ্বন্দ্বিতাৰ পৰা। ২০০২ চনৰ পৰা তেওঁ খেলি আছে মাত্ৰ চি আৰ পি এফৰ হৈ। কেৰিয়াৰত কেৱল ভাৰততে নহয় বিদেশতো উচ্চ পৰ্যায়ৰ প্ৰশিক্ষণৰ সুযোগ পাইছিল এলভিছে। খেলি থকা সময়ছোৱাত তেওঁ ৪২ দিনৰ এডভান্স ট্ৰেইনিং লৈছিলগৈ অষ্ট্ৰেলিয়াৰ কেনবেৰাত থকা অষ্ট্ৰেলিয়ান ইনষ্টিটিউট অব স্পৰ্টছত। দিল্লীৰ এছিয়া পেচিফিক মীটৰ সাফল্যৰ কথা ৰোমন্থন কৰি এতিয়াও অভিভূত হৈ পৰে খেলুৱৈজন। কেৰিয়াৰত লাভ কৰা সফলতাৰ বাবে বিভিন্ন সময়ত সন্মানিত হৈছে বিশেষভাৱে। ৰাজ্যৰ প্ৰতিভাসম্পন্ন খেলুৱৈ হিচাপে ১৯৯১ চনত লাভ কৰে তেওঁ আৰ জি বৰুৱা এবাৰ্ড। ৰাজ্যৰ শ্ৰেষ্ঠ খেলুৱৈ হিচাপে এলভিছে দুবাৰকৈ লাভ কৰে লোকপ্ৰিয় গোপীনাথ বৰদলৈ শতবাৰ্ষিকী বঁটা। ৰাজ্যৰ প্ৰতিভাৱান খেলুৱৈ হিচাপে মুখ্যমন্ত্ৰীয়ে আগবঢ়োৱা ক্ৰীড়া বৃত্তিও তেওঁ লাভ কৰিছিল কেৰিয়াৰত।☆

# ফাৰিহা জামান



ফাৰিহা জামান

১৯৯১ চনত গুৱাহাটীত জন্ম হোৱা সাঁতোৰবিদ ফাৰিহা জামানে ২০০৬ চনত স্বদেশক প্ৰতিনিধিত্ব কৰে চীনৰ চাংহাইত অনুষ্ঠিত বিশ্ব চেম্পিয়নশ্বিপত। ২০০৬ চনত কলম্বোত হোৱা ছাউথ এছিয়ান গেমছত ফাৰিহাই ৫০, ১০০, ২০০ মিটাৰ বেকষ্ট্ৰোকৰ লগতে ৪x১০০ মিটাৰ মেডলী ৰীলেত সোণৰ পদক অৰ্জনেৰে ঈৰ্ষণীয় সফলতা লাভ কৰাই নহয় গঢ়ি তোলে চাৰিটা নতুন অভিলেখ।

চন ২০০২। বাংগালোৰত অনুষ্ঠিত হৈছে নেচনেল ছাব-জুনিয়ৰ ছুইমিং চেম্পিয়নশ্বিপ। ছুইমিং পুলৰ কাষত ভিৰ কৰিছে দেশৰ বিভিন্ন প্ৰান্তৰ পৰা অহা কিশোৰ-কিশোৰীহঁতে। এক উল্লাসময় পৰিবেশ। এই প্ৰতিযোগিতাত সকলোকে অবাক কৰি তেৰ বছৰ পুৰণি অভিলেখ ভংগ কৰি এক নতুন মীট ৰেকৰ্ডেৰে পঞ্চাশ মিটাৰ বেকষ্ট্ৰোকৰ খিতাপ জয় কৰিছে এজনী অসমীয়া ছোৱালীয়ে। নিৰ্দিষ্ট ইভেণ্টটোত তেওঁ ভংগ কৰিছে ফিনা বিশ্ব ৰেকৰ্ডো। ভাৰতীয় ছুইমিং ইতিহাসত সৰ্বাধিক পইণ্ট লাভ কৰি তেওঁ অৰ্জন কৰিছে প্ৰতিযোগিতাৰ 'বেষ্ট ছুইমাৰ কাপ'। উজ্বলি উঠিছে সহজ-সৰল অমায়িক ছোৱালীজনীৰ নিষ্পাপ মুখখন। অখ্যাত কিশোৰীৰ অবিস্মৰণীয় প্ৰদৰ্শনত আশ্চৰ্য প্ৰকাশ কৰিছে সংবাদ মাধ্যমে। উৎসাহী সাংবাদিকে বেঢ়ি ধৰিছে তেওঁক। উফৰি আহিছে ভিন্ন কোণৰ পৰা বিভিন্ন প্ৰশ্ন। উত্তৰ দি তৎ পোৱা নাই। সংবাদ মাধ্যমৰ শিৰোনামাত সগৌৰৱৰে জিলিকি উঠিছে এই কিশোৰীৰ নাম - ফাৰিহা জামান। অসমৰ জলকন্যা ফাৰিহাৰ নাম। বাংগালোৰ ছাব-জুনিয়ৰত

কৰা দুৰন্ত প্ৰদৰ্শনেৰেই প্ৰথমবাৰৰ বাবে সৰ্বভাৰতীয় ক্ষেত্ৰত ক্ৰীড়াপ্ৰেমীৰ দুচকুত ধৰা পৰিছিল ফাৰিহা। ক্ৰমাগতভাৱে তেওঁ লাভ কৰিছিল ইটোৰ পিছত সিটো সফলতা। এতিয়া কেৱল ভাৰতবৰ্ষতে নহয় আন্তৰ্জাতিক ক্ষেত্ৰত লাভ কৰা সফলতাৰে দক্ষিণ-পূব এছিয়াতো চিনাকি নাম ফাৰিহা জামান। ২০০৭ চন পৰ্যন্ত এই তৰুণীয়ে ৰাজ্যিক ক্ষেত্ৰত লাভ কৰিছে ৬৭টা স্বৰ্ণ, ৩৮টা ৰূপ আৰু ৯টা ব্ৰঞ্জৰ পদক। ৰাষ্ট্ৰীয় পৰ্যায়ত ৩৪টা স্বৰ্ণ আৰু ১৩টা ৰূপ বিজয়ী খেলুৱৈগৰাকীয়ে অৰ্জন কৰিছে ৭টা ব্ৰঞ্জৰ পদক।



নেচনেল চেম্পিয়নশ্বিপত তেওঁ প্ৰতিষ্ঠা কৰিছে ১৬টা নতুন মীট ৰেকৰ্ড। আন্তৰ্জাতিক প্ৰেক্ষাপটত ফাৰিহাই জয় কৰিছে মুঠ ১০টা পদক। ইয়াৰে তিনিটা ৰূপ আৰু সাতটা স্বৰ্ণ। অসমৰ এই জলকন্যাৰ নামত আছে সাতটাকৈ আন্তৰ্জাতিক ৰেকৰ্ড। (২০০৭চন পৰ্যন্ত)।

১৯৯৯ চনত গুৱাহাটীত হোৱা আন্তঃজিলা সাঁতোৰ প্ৰতিযোগিতাত অংশ গ্ৰহণেৰে ৰাজ্যিক পৰ্যায়ত ভুমুকি মাৰিছিল ফাৰিহাই। প্ৰথম প্ৰতিযোগিতাত অৰ্জন কৰিছিল স্বৰ্ণ পদক। ২০০২ চনত আন্তঃজিলা প্ৰতিযোগিতাত ১৪টা স্বৰ্ণ পদকৰে বিস্ময়ৰ সৃষ্টি কৰিছিল প্ৰতিভাৱান খেলুৱৈগৰাকীয়ে। '৯৯ চনৰ পৰা ২০০২ চন পৰ্যন্ত ৰাজ্যিক প্ৰতিযোগিতাত অংশ লোৱা ফাৰিহা ২০০৩-০৪চনত পুণেত থকাৰ পিছত ২০০৫ চনৰ পৰা বাংগালোৰত আছে। তাৰ পৰাই প্ৰদৰ্শনৰ ভিত্তিত তেওঁ পোনপটীয়াকৈ বিভিন্ন প্ৰতিযোগিতাত প্ৰতিনিধিত্ব কৰি আহিছে স্বৰাজ্যক।

বেকষ্ট্ৰোকৰ ৰাণী হিচাপে খ্যাত ফাৰিহাই ৰাষ্ট্ৰীয় পৰ্যায়ত প্ৰথম সফলতা লাভ

কৰিছিল ২০০১ চনত। গোৱাত হোৱা ছাব-জুনিয়ৰ নেচনেল ছুইমিং চেম্পিয়নশ্বিপত সেইবাৰ খেলুৱৈগৰাকীয়ে লাভ কৰিছিল ৫০ মিটাৰ বেকষ্ট্ৰোক আৰু ৫০ মিটাৰ বাটাৰফ্লাইতব্ৰ'ঞ্জৰ পদক। একে বছৰতে গুজৰাটত হোৱা নেচনেল স্কুল গেমছত অনুৰ্ধ ১৫ শাখাত ৫০মিটাৰ বেকষ্ট্ৰোকত তেওঁ ব্ৰঞ্জৰ পদক জয় কৰে। পৰৱৰ্তী বৰ্ষত বাংগালোৰত হোৱা ছাব-জুনিয়ৰ নেচনেলছত চমৎকাৰ প্ৰদৰ্শনেৰে তিনিটাকৈ স্বৰ্ণ পদক জয় কৰা ফাৰিহা সন্মানিত হৈছিল প্ৰতিযোগিতাখনৰ শ্ৰেষ্ঠ খেলুৱৈ হিচাপেও। একেবৰ্ষতে নেচনেল স্কুল গেমছত ৫০ মিটাৰ বেকষ্ট্ৰোক আৰু ১০০ মিটাৰ বেকষ্ট্ৰোক উভয়তে নতুন অভিলেখ গঢ়ি তেওঁ স্বৰ্ণ পদক জয় কৰে। দিল্লীত হোৱা ছাব-জুনিয়ৰ নেচনেল গেমছত ২০০৩ চনত এটাকৈ স্বৰ্ণ আৰু ৰূপ লাভ কৰা অসমৰ খেলুৱৈগৰাকীয়ে নেচনেল স্কুল গেমছত ৫০ মিটাৰ আৰু ১০০ মিটাৰ বেকষ্ট্ৰোকত স্বৰ্ণ পদক জয় কৰাই নহয় প্ৰতিষ্ঠা কৰে দুটাকৈ নতুন ৰেকৰ্ডো। ২০০৪ চনত হাৰিয়ানাৰ হিছাৰত অনুষ্ঠিত নেচনেল স্কুল গেমছত ৫০ মিটাৰ, ১০০ মিটাৰ বেকষ্ট্ৰোক আৰু ৫০ মিটাৰ বাটাৰফ্লাই আটাইকেইটা ইভেণ্টত সোণৰ পদক জয় কৰাৰ লগতে তেওঁ প্ৰতিষ্ঠা কৰে নতুন অভিলেখো। ২০০৪ চনত অংশ লোৱা কেৰিয়াৰৰ প্ৰথমখন ছিনিয়ৰ নেচনেল একুৱাটিক চেম্পিয়নশ্বিপত খেলুৱৈগৰাকীয়ে ৫০ মিটাৰ বেকষ্ট্ৰোকত ব্ৰঞ্জৰ পদক লাভ কৰিছিল। ২০০৫ চনত কলকাতাত হোৱা জুনিয়ৰ নেচনেল গেমছত ৫০ মিটাৰ আৰু ১০০ মিটাৰ বেকষ্ট্ৰোকত নতুন অভিলেখ গঢ়ি স্বৰ্ণ জয় কৰা ছুইমাৰগৰাকীয়ে সেই বছৰে নেচনেল স্কুল গেমছতো উক্ত ইভেণ্টত নতুন অভিলেখ গঢ়ি স্বৰ্ণ জয় কৰে। লগতে অৰ্জন কৰে ২০০ মিটাৰ বেকষ্ট্ৰোকতো সোণৰ পদক। একে বছৰতে তেওঁ ছিনিয়ৰ নেচনেল চেম্পিয়নশ্বিপত তিনিটাকৈ ৰূপৰ পদক জয় কৰে। ২০০৬ চনত জুনিয়ৰ নেচনেল একুৱাটিক চেম্পিয়নশ্বিপত ৫০, ১০০ আৰু ২০০ মিটাৰ বেকষ্ট্ৰোকত সোণৰ পদক অৰ্জন কৰা ফাৰিহাই সেই বছৰেই ছিনিয়ৰ নেচনেল একুৱাটিক চেম্পিয়নশ্বিপত ৫০ মিটাৰ আৰু ২০০ মিটাৰ বেকষ্ট্ৰোক আৰু ৫০ মিটাৰ বাটাৰফ্লাইত লাভ কৰে ক্ৰমে ৰূপ আৰু ব্ৰঞ্জৰ পদক। ২০০৭ বৰ্ষটো বিশেষভাৱে সফল বুলি ক'ব পাৰি ফাৰিহাৰ বাবে। গোৱাৰ নেচনেল স্কুল গেমছত দুটা সোণ আৰু দুটা ৰূপৰ পদক জয় কৰে খেলুৱৈগৰাকীয়ে। স্বৰাজ্যত হোৱা ৩৩তম ৰাষ্ট্ৰীয় ক্ৰীড়াত লাভ কৰিলে মুঠ চাৰিটাকৈ পদক। ঘৰুৱা দৰ্শকৰ প্ৰবল উৎসাহ আৰু হৰ্ষোল্লাসৰ মাজত ৰাষ্ট্ৰীয় ক্ৰীড়াত ফাৰিহাই ১০০ মিটাৰ বেকষ্ট্ৰোকত স্বৰ্ণ পদক জয় কৰাৰ লগতে ২০০ মিটাৰ আৰু ৫০ মিটাৰ বেকষ্ট্ৰোকত ৰূপ আৰু ৫০ মিটাৰ বাটাৰফ্লাইত অৰ্জন কৰিলে ব্ৰঞ্জৰ পদক। প্ৰতিযোগিতাখনত স্বৰ্ণ জয়ৰ অন্তত ফাৰিহাৰ মুখত ফুটি উঠা হাঁহি পাহৰিব

নোৱাৰে ক্ৰীড়াপ্ৰেমী মাত্ৰেই। একে বছৰতে ভুপালৰ জুনিয়ৰ নেচনেল একুৱাটিক চেম্পিয়নশ্বিপত দুটা সোণ আৰু এটা ৰূপৰ পদক লাভ কৰা খেলুৱৈগৰাকীয়ে ছিনিয়ৰ নেছনেলত ১০০, ২০০ মিটাৰ বেকষ্ট্ৰোকত স্বৰ্ণ জয় কৰাৰ লগতে ৫০ মিটাৰ বেকষ্ট্ৰোকত লাভ কৰিলে ৰূপৰ পদক। চুৰাটত হোৱা নেচনেল স্কুল গেমছত এই অসম সন্তানৰ জোলোঙালৈ আহিল পাঁচোটাকৈ স্বৰ্ণ পদক।

বেকষ্ট্ৰোকৰ ৰাণী ফাৰিহাৰ প্ৰথম আন্তৰ্জাতিক প্ৰতিযোগিতা আছিল ২০০৫ চনত থাইলেণ্ডত হোৱা এছিয়ান এজ গ্ৰুপ চেম্পিয়নশ্বিপ। ইয়াৰ পিছতে ২০০৬ চনত তেওঁ স্বদেশক প্ৰতিনিধিত্ব কৰিলে চীনৰ চাংহাইত অনুষ্ঠিত বিশ্ব চেম্পিয়নশ্বিপত। তেতিয়া তেওঁৰ বিশ্ব ৰেংকিং আছিল ২৯। ২০০৬ চনত কলম্বোত হোৱা ছাউথ এছিয়ান গেমছে ফাৰিহাৰ আন্তৰ্জাতিক কেৰিয়াৰলৈ কঢ়িয়াই আনিলে বিশেষ সফলতা। প্ৰতিযোগিতাখনত তেওঁ ৫০, ১০০, ২০০ মিটাৰ বেকষ্ট্ৰোকৰ লগতে ৪x ১০০ মিটাৰ মেডলী ৰীলেত সোণৰ পদক অৰ্জনেৰে ঈৰ্ষণীয় সফলতা লাভ কৰাই নহয় গঢ়ি তুলিলে চাৰিটাকৈ নতুন অভিলেখো। ২০০৭ চনত ইছলামাবাদত অনুষ্ঠিত ছাউথ এছিয়ান ছুইমিং চেম্পিয়নশ্বিপত (অ'পেন) ৫০, ১০০ মিটাৰ বেকষ্ট্ৰোক আৰু ৪ x১০০ মিটাৰ মেডলী ৰীলেত নতুন অভিলেখ গঢ়ি ফাৰিহাই লাভ কৰিলে সোণৰ পদক। প্ৰতিযোগিতাখনত ৫০ মিটাৰ বাটাৰফ্লাইত তেওঁ ৰূপৰ পদক লাভ কৰিবলৈ সক্ষম হয়।



নিচেই সৰুতে টিভিত সাঁতোৰ প্ৰত্যক্ষ কৰিয়ে এদিন ছুইমিং পুলৰ প্ৰতি দুৰ্বাৰভাৱে আকৰ্ষিত হৈ পৰিছিল ফাৰিহা। নীলা পানীখিনিয়ে যেন তেওঁক হাত বাউলি মাতিছিল। এদিন মাকৰ আগত কৈ উঠিছিল কণমানিজনীয়ে- 'মা মই নীলা পানীত সাঁতুৰিব

বিচাৰো।' মাক ছালিমা জামানে এই বিষয়ে আলোচনা কৰিলে দেউতাক নেকিব জামানৰ লগত। সিদ্ধান্ত লোৱা হ'ল জীয়ৰীৰ আগ্ৰহৰ প্ৰতি সন্মান জনাই তেওঁক গুৱাহাটীৰ বিমলা প্ৰসাদ চলিহা ছুইমিং পুলত ভৰ্তি কৰোৱাৰ। ১৯৯১ চনত গুৱাহাটীত জন্ম হোৱা ফাৰিহাই খোজ দিলে সাঁতোৰ ক্ষেত্ৰত। জীৱনত আগবাঢ়ি যোৱা বাবে 'ৰাণা ছাৰ', 'ৰমেন ছাৰ' আৰু ৰবিন্দ্ৰ মোদকৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ কৰে ফাৰিহাই। অসমৰ এই প্ৰতিভাৱান খেলুৱৈগৰাকীৰ কাষত অনবৰতে ছাঁৰ দৰে লাগি থাকে মাক ছালিমা। পৰিয়ালটো চলাই নিয়াৰ বাবে কঠোৰ শ্ৰম কৰা দেউতাক, অনবৰতে লগত থকা মাক আৰু ককায়েকৰ উৎসাহৰ কথা গভীৰ কৃতজ্ঞতাৰে উচ্চাৰণ কৰে খেলুৱৈগৰাকীয়ে। 'ভগৱানে মোক দিয়া সৰ্বশ্ৰেষ্ঠ উপহাৰটো হৈছে মা। মোৰ পৰিয়াল মোৰ বাবে শক্তি। আৰু মই যথেষ্ট ভগৱান বিশ্বাসী'— এয়া ফাৰিহাৰ কথা। বাংগালোৰৰ শ্ৰীভগৱান মহাবীৰ জৈন কলেজৰ ছাত্ৰী তেওঁ। ফাৰিহাই আজৰি সময়ত ভালপাই টিভি চাই, স্কেটিং কৰি। টোপনিও তেওঁৰ অতিশয় প্ৰিয়। ভাৰতীয় দলত তেওঁৰ প্ৰশিক্ষক এছ প্ৰদীপ কুমাৰ। নিশা মিলেট, ৰেহান পুঞ্চাৰ দৰে খেলুৱৈ প্ৰদীপ কুমাৰৰে সৃষ্টি। ফাৰিহাৰ চৰম স্বপ্ন অলিম্পিকত স্বদেশক প্ৰতিনিধিত্ব কৰা। এই লক্ষ্যত উপনীত হোৱাৰ বাবে তেওঁক প্ৰয়োজন হ'ব সাধনালব্ধ শ্ৰম আৰু উপযুক্ত প্ৰশিক্ষণ। এই কথা ভালদৰে উপলব্ধি কৰে ফাৰিহায়ো।☆

**সংযোজন ঃ** ২০০৯ চনৰ জুলাই-আগষ্টত ৰোমত অনুষ্ঠিত ফিনা ছুইমিং ৱৰ্ল্ড চেম্পিয়নশ্বিপত অংশ লয় ফাৰিহাই।

# জয়দীপ দাস



জয়দীপ দাস

১৯৬০ চনত জন্ম হোৱা শ্বুটাৰ জয়দীপ দাসে '৮৬ৰ ছিউল এছিয়ান গেমছত ভাৰতক .২২ ষ্টেণ্ডাৰ্ড ৰাইফল থ্ৰী পজিছনত প্ৰতিনিধিত্ব কৰি অৰ্জন কৰে দলগতভাৱে ব্ৰঞ্জৰ পদক। ১৯৯০ চনত নিউজিলেণ্ডৰ অকলেণ্ডত অনুষ্ঠিত কমনৱেলথ গেমছটো ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰে শ্বুটাৰজনে।

শ্বুটাৰ হ'ব বুলি কেতিয়াও ভবা নাছিল জয়দীপ দাসে। অনাগ্ৰহেৰেই এদিন বিভাগীয় প্ৰতিযোগিতাৰ শ্বুটিঙত অংশ লৈছিলহি তেওঁ। কিন্তু প্ৰথম প্ৰতিযোগিতাতেই তেওঁ লাভ কৰিছিল সফলতা। বাঢ়ি আহিছিল শ্বুটিঙৰ প্ৰতি আকৰ্ষণ। ক্ৰমাগতভাৱে তেওঁ নিজকে গঢ়ি তুলিবলৈ সক্ষম হৈছিল দেশৰ এজন আগশাৰীৰ শ্বুটাৰ হিচাপে। এছিয়ান গেমছত ভাৰতীয় দলৰ হৈ পদক জয়েৰে জয়দীপ দাস এদিন অংশ হৈ পৰিছিল ভাৰতীয় ক্ৰীড়া ইতিহাসৰো। দেশীয় ক্ৰীড়া ক্ষেত্ৰত জিলিকিত উঠিছিল এজন অসম সন্তান। ভাৰতীয় নৌ বাহিনীৰ চাকৰিয়াল আছিল এই জয়দীপ দাস। চাকৰিত যোগদান কৰাৰ পিছত ইনষ্ট্ৰাক্টৰ নেগীয়ে এদিন তেওঁক জোৰ কৰিলে বিভাগীয় শ্বুটিং কম্পিটিছনত অংশ ল'বলৈ। ইচ্ছা নাছিল। তথাপিও অনুৰোধ এবাব নোৱাৰি তেওঁ যোগ দিলেগৈ প্ৰতিযোগিতাত। সেয়া ১৯৭৯ চনৰ কথা। জীৱনৰ প্ৰথম প্ৰতিযোগিতা ইণ্ডিয়ান নেভী এনুৱেল মাছকেট্ৰীত তেওঁ আগবঢ়ালে সুন্দৰ প্ৰদৰ্শন। নিৰ্বাচিত হ'ল চণ্ডীগড়ত অনুষ্ঠিত নেচনেল শ্বুটিং চেম্পিয়নশ্বিপত নিজ দলক প্ৰতিনিধিত্ব কৰাৰ

বাবে। এমাহ অনুশীলনৰ অন্তত অংশ লোৱা উক্ত প্ৰতিযোগিতাত জয়দীপ দাসে জুনিয়ৰ পৰ্যায়ত লাভ কৰিলে দুটাকৈ স্বৰ্ণ পদক। ফ্ৰী ৰাইফল .২২ প্ৰন আৰু .২২ ষ্টেণ্ডাৰ্ড ৰাইফল প্ৰনত। এনে সফলতাই তেওঁক উৎসাহিত কৰি তুলিলে ৰাইফল শ্যুটিঙৰ সৈতে গভীৰভাৱে জড়িত হ'বলৈ। ১৯৮০ চনত মহাৰাষ্ট্ৰৰ কোলাহপুৰত অনুষ্ঠিত নেচনেল শ্যুটিং চেম্পিয়নশ্বিপৰ জুনিয়ৰ শাখাত পাঁচটা ইভেণ্টত জয়দীপে লাভ কৰিলে সোণৰ পদক। চিহ্নিত হ'ল জুনিয়ৰ শাখাৰ অভাৰ অল চেম্পিয়ন হিচাপে। এই প্ৰতিযোগিতাৰ পৰাই খেলুৱৈজন নিৰ্বাচিত হয় ১৯৮২ চনত দিল্লীত অনুষ্ঠিত এছিয়ান গেমছৰ বাবে ভাৰতীয় দলত। প্ৰতিযোগিতাখনত সফলতা লাভ নকৰিলেও চাৰিজনীয়া ভাৰতীয় দলৰ ভিচৰত জয়দীপৰে স্ক'ৰ আছিল সৰ্বাধিক। ১৯৮৩ চনত তেওঁ অংশ লয় কেৰিয়াৰৰ দ্বিতীয়খন আন্তৰ্জাতিক প্ৰতিযোগিতা এছিয়ান শ্যুটিং চেম্পিয়নশ্বিপত। জাকাৰ্টাত হোৱা এই চেম্পিয়নশ্বিপত তেওঁ ব্যক্তিগতভাৱে ব্ৰঞ্জৰ পদক লাভ কৰে। ১৯৮৬ চনত এই শ্যুটাৰজনৰ বাবে অপেক্ষা কৰি আছিল কেৰিয়াৰৰ আটাইতকৈ ডাঙৰ সফলটাতো। '৮৬ৰ ছিউল এছিয়ান গেমছত ভাৰতক প্ৰতিনিধিত্ব কৰি তেওঁ অৰ্জন কৰে দলগতভাৱে ব্ৰ'ঞ্জৰ পদক। তেওঁলোকে সফলতা লাভ কৰিছিল .২২ ষ্টেণ্ডাৰ্ড ৰাইফল থ্ৰী পজিছনত। উল্লেখ্য. ৰাইফল শাখাত ভাৰতে লাভ কৰা এইটোৱে আছিল প্ৰথম আন্তৰ্জাতিক পদক। সেইফালৰ পৰা ভাৰতীয় শ্যুটিং ক্ষেত্ৰৰ ইতিহাসৰো অংশ লৈ ৰ'ল জয়দীপ দাস। ১৯৮৯ চনত তেওঁ অংশ লয় ৰাছিয়াৰ মিনস্কত অনুষ্ঠিত ইণ্টাৰনেচনেল শ্যুটিং চেম্পিয়নশ্বিপত। ১৯৯০ চনত নিউজিলেণ্ডৰ অকলেণ্ডত অনুষ্ঠিত কমনৱেলথ গেমছতো ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰে শ্যুটাৰজনে। ইয়াৰ পিছত তেওঁ অংশ লয় কলম্বোত অনুষ্ঠিত ছাফ গেমছত। প্ৰতিযোগিতাখনত .২২ ফ্ৰী ৰাইফল প্ৰন শাখাত ৰূপৰ পদক অৰ্জন কৰে জয়দীপে। এইখনেই আছিল তেওঁৰ অন্তিম আন্তৰ্জাতিক প্ৰতিযোগিতা। ১৯৭৯ চনৰ পৰা ১৯৯৫চন পৰ্যন্ত শ্যুটিঙৰ ক্ষেত্ৰত প্ৰতিদ্বন্দ্বিতা আগবঢ়াই যোৱা অসমৰ এই খেলুৱৈজনে প্ৰতি বছৰেই নেচনেল চেম্পিয়নশ্বিপত কোনোবা নহয় কোনোবা এটা ইভেণ্টত লাভ কৰিছিল সফলতা।

১৯৬০ চনৰ ৮ মাৰ্চত জন্ম হোৱা জয়দীপ দাসে স্কুলীয়া শিক্ষা গ্ৰহণ কৰিছিল হাফলং গৰ্ভণমেণ্ট বয়জ হাইস্কুলত (এতিয়া হায়াৰ ছেকেণ্ডাৰী)। দেউতাক দীনেশ চন্দ্ৰ দাস আৰু মাক ৰংগবালা দাস। সৰুৰে পৰাই তেওঁৰ সপোন আছিল নেভীত চাকৰি কৰা আৰু বিভিন্ন দেশ ভ্ৰমণ কৰা। তেওঁৰ সেই সপোন পূৰণ হৈছিল। বিদেশী ল'ৰা-ছোৱালীৰ লগত পত্ৰবন্ধুত্বৰ সম্পৰ্ক গঢ়ি তোলাটো আছিল তেওঁৰ অন্যতম চখ। ১৯৭৭ চনত চাকৰিত যোগদান কৰা এই খেলুৱৈজনে ১৯৯৫ চনত অৱসৰ লোৱা পৰ্যন্ত জীৱন পাৰ কৰে কইম্বাটোৰত। নেভীত থকাৰ সময়ছোৱাত দক্ষ শ্যুটাৰ হিচাপে তেওঁক গঢ়ি তোলাৰ

ক্ষেত্ৰত অন্যতম ভূমিকা পালন কৰিছিল অলিম্পিয়ান এছ্ কে ৰায় চৌধুৰীয়ে। জীৱনত লাভ কৰা প্ৰাপ্তিক লৈ সুখী জয়দীপ। সেয়েহে নোপোৱাখিনিকলৈ তেওঁৰ কোনো আক্ষেপ নাই। এছিয়ান গেমছত ব্ৰঞ্জ জয়েৰে লাভ কৰা সফলতাক জীৱনৰ স্মৰণীয় মুহূৰ্ত হিচাপে চিহ্নিত কৰা এই খেলুৱৈজন ১৯৮৯ চনত বিবাহ পাশত আবদ্ধ হয় বৰ্ষা দাসৰ সৈতে। তেওঁলোকৰ একমাত্ৰ সন্তান বিশালদ্বীপ। বৰ্তমান কাছাৰ জিলাৰ শিলচৰত স্থায়ীভাৱে থাকিবলৈ লোৱা শ্বুটাৰজনে কেৰিয়াৰত আগবাঢ়ি যোৱাৰ বাবে কৃতজ্ঞতা প্ৰকাশ কৰে নিজ পিতৃৰ ওচৰতো। দেউতাকে সদায়ে তেওঁক অনুপ্ৰাণিত কৰি আহিছিল। শ্বুটিঙত লাভ কৰা সফলতাৰ বাবে ১৯৯০ চনত জয়দীপলৈ আগবঢ়োৱা হৈছিল 'নেভী বেষ্ট স্পৰ্টছমেন অব দ্য ইয়েৰ' সন্মান। এছিয়ান গেমছত লাভ কৰা সফলতাৰ পিছত ৰাষ্ট্ৰপতি ভৱনত তেওঁ সন্মানিত হৈছিল সেই সময়ৰ ৰাষ্ট্ৰপতি গিয়ানী জৈইল সিঙৰ দ্বাৰা। ১৯৮৮ চনত তেওঁ লাভ কৰে অসম চৰকাৰে আগবঢ়োৱা লাচিত বঁটা। জয়দীপ দাসৰ মতে প্ৰচণ্ড ইচ্ছা শক্তি আৰু নিস্বাৰ্থভাৱে আত্মোসৰ্গ কৰাৰ মানসিকতাই দক্ষ শ্বুটাৰ হিচাপে নিজকে গঢ়ি তোলাত এজন ব্যক্তিক সহায় কৰিব পাৰে।☆



*প্ৰাক্তন ৰাষ্ট্ৰপতি গিয়ানী জৈইল সিঙৰ সৈতে কৰমৰ্দন কৰা সময়ত জয়দীপ দাস*

# ৰাজীৱ বৰা

কৈশোৰত মাৰ্চিয়েল আৰ্টৰ চিনেমাবোৰৰ প্ৰতি বিশেষভাৱে আকৰ্ষিত হৈ পৰিছিল ল'ৰাটো। বিশেষকৈ ব্ৰুচ লীৰ চিনেমাৰ প্ৰতি। আগ্ৰহ জন্মিছিল এই জগতখনৰ সৈতে নিজকে জড়িত কৰাৰো। লাহে লাহে তেওঁ সপোন দেখিবলৈ লৈছিল নিজকে এজন দক্ষ মাৰ্চিয়েল আৰ্ট খেলুৱৈ হিচাপে গঢ়ি তোলাৰ বাবে। এনে এক সপোনৰ বাস্তৱায়নৰেই ফচল অসমৰ আন্তৰ্জাতিক পৰ্যায়ৰ টাইকোৱানডো খেলুৱৈ ৰাজীৱ বৰা। বিশ্ব টাইকোৱানডো চেম্পিয়নশ্বিপৰ দৰে প্ৰতিযোগিতাত স্বদেশক প্ৰতিনিধিত্ব কৰি যি ধন্য কৰিছিল স্বৰাজ্যক। এই ৰাজীৱ বৰাৰ ঘৰ যোৰহাটত। অলপ পলমকৈ প্ৰায় ১৬-১৭ বছৰ বয়সত তেওঁ জড়িত হৈ পৰিছিল টাইকোৱানডোৰ সৈতে। সেই সময়ত যোৰহাটৰ চোলাধৰাত ৰাষ্ট্ৰীয় খেলুৱৈ তথা অসমৰ টাইকোৱানডো খেলৰ বাটকটীয়া বাই খেমচান্দৰ উদ্যোগত এক শিবিৰ অনুষ্ঠিত হৈছিল। শিবিৰটোত প্ৰশিক্ষণ দিছিল ৰাষ্ট্ৰীয় পৰ্যায়ৰ খেলুৱৈ প্ৰয়াত নিতু বৰুৱাই। এই প্ৰশিক্ষণ শিবিৰত অংশলৈয়ে টাইকোৱানডো জগতখনৰ সৈতে



ৰাজীৱ বৰা

টাইকোৱানডো খেলুৱৈ ৰাজীৱ বৰাই ৰাষ্ট্ৰীয় পৰ্যায়ত প্ৰথমটো সফলতা অৰ্জন কৰে ১৯৯১ চনত। সেই বছৰ গুৱাহাটীত হোৱা দ্বিতীয় নেচনেল ব্ৰেক বেল্ট চেম্পিয়নশ্বিপত তেওঁ লাভ কৰে ৰূপৰ পদক। মেনিলাত হোৱা দ্বাদশ পুৰুষ আৰু পঞ্চম মহিলা ৱৰ্ল্ড টাইকোৱানডো চেম্পিয়নশ্বিপত তেওঁ ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰে।

জড়িত হৈ পৰে ৰাজীৱ। ইয়াৰ পিচতে বাৰোনি সিং নামৰ এজন মণিপুৰী যুৱকে যোৰহাটত পাঁচ বছৰ টাইকোৱানডো প্ৰশিক্ষণ দিছিল। এওঁৰ অধীনতো টাইকোৱানডোৰ কলা কৌশল আয়ত্ত কৰে খেলুৱৈজনে। লাহে লাহে নিজকে গঢ়ি তুলিবলৈ সক্ষম হৈছিল দক্ষভাৱে। ক্ৰমাগতভাৱে তেওঁ অংশ ল'বলৈ আৰম্ভ কৰিছিল প্ৰতিযোগিতামূলক প্ৰতিদ্বন্দ্বিতাত। ৰাজীৱ বৰাৰ কেৰিয়াৰৰ প্ৰথমখন প্ৰতিযোগিতা আছিল ১৯৮৮ চনত দুলীয়াজানত অনুষ্ঠিত পঞ্চম সদৌ অসম টাইকোৱানডো চেম্পিয়নশ্বিপ। সেই প্ৰতিযোগিতাত ফিন ৱেইট কেটেগৰীত ব্যক্তিগত শাখাত তেওঁ লাভ কৰিছিল ৰানাৰ্ছ আপৰ সন্মান। ১৯৮৯ চনত গুৱাহাটীত অনুষ্ঠিত ষষ্ঠ সদৌ অসম টাইকোৱানডো চেম্পিয়নশ্বিপত স্বৰ্ণ পদক অৰ্জন কৰা ৰাজীৱে একে বৰ্ষতে গোলাঘাটত অনুষ্ঠিত অসম-অৰুণাচল প্ৰদেশ টাইকোৱানডো চেম্পিয়নশ্বিপত ফিন কেটেগৰীত স্বৰ্ণ পদক লাভ কৰে। ১৯৯০ চনত গুৱাহাটীত অনুষ্ঠিত সপ্তম সদৌ অসম টাইকোৱানডো চেম্পিয়নশ্বিপত ফ্লাই কেটেগৰীত তেওঁ লাভ কৰে ৰূপৰ পদক। ১৯৯১ চনত একে প্ৰতিযোগিতাত বেণ্টাম কেটেগৰীত ৰাজীৱে লাভ কৰে সোণৰ পদক। একে বৰ্ষতে যোৰহাটত হোৱা সত্যৰঞ্জন তামুলী টাইকোৱানডো চেম্পিয়নশ্বিপতো তেওঁ স্বৰ্ণ পদক অৰ্জন কৰিবলৈ সক্ষম হয়।

ৰাষ্ট্ৰীয় পৰ্যায়ত ৰাজীৱ বৰাই প্ৰথমতো সফলতা অৰ্জন কৰে ১৯৯১ চনত। সেই বছৰ গুৱাহাটীত হোৱা দ্বিতীয় নেচনেল ব্লেক বেল্ট চেম্পিয়নশ্বিপৰ ফাইনেলত তেওঁ উন্নত প্ৰদৰ্শন আগবঢ়ায়ো নাগালেণ্ডৰ শ্যাম বিজয় সিঙৰ পৰাস্ত হৈ ৰূপৰ পদক লাভ কৰে। স্বৰ্ণ জয় কৰিব নোৱাৰিলেও ৰাজীৱে প্ৰতিযোগিতাখনত লাভ কৰে সৰ্বভাৰতীয় শ্ৰেষ্ঠ খেলুৱৈ সন্মান। ১৯৯১ চনত ৰাজীৱে নেপালত অংশ লয়গৈ এক আমন্ত্ৰণমূলক টাইকোৱানডো চেম্পিয়নশ্বিপত। প্ৰতিযোগিতাখনত অৱশ্যে তেওঁ আশা কৰা মতে ফল লাভ কৰিব নোৱাৰিলে। ১৯৯৩ চনত পুণে নেচনেল গেমছত ফেডাৰ কেটেগৰীত ৰূপৰ পদত জয়েৰে তেওঁ লাভ কৰে বিশেষ সফলতা। ১৯৯৫ চনত তেওঁৰ বাবে অপেক্ষা কৰি আছিল এক বিশেষ খ্যাতি। সেইবাৰ অন্ধ্ৰপ্ৰদেশত অনুষ্ঠিত নেচনেল ব্লেক বেল্ট চেম্পিয়নশ্বিপত ৰাজীৱে ফেডাৰ কেটেগৰীত দুৰ্দান্ত প্ৰদৰ্শনেৰে শীৰ্ষ খেলুৱৈ টকেন সিঙক পৰাস্ত কৰি স্বৰ্ণ পদক অৰ্জন কৰে। এই প্ৰদৰ্শনৰ সুবাদতে তেওঁ আমন্ত্ৰিত হয় বাংগালোৰত হোৱা ৱৰ্ল্ড টাইকোৱানডো চেম্পিয়নশ্বিপৰ বাছনি শিবিৰলৈ। এনে এক প্ৰতিযোগিতাৰ বাবে ভাৰতীয় দলৰ বাছনি শিবিৰলৈ আমন্ত্ৰণ লাভ কৰি ৰোমাঞ্চিত হৈ পৰিছিল খেলুৱৈজন। শিবিৰত নিজৰ ক্ৰীড়া দক্ষতাৰ প্ৰমাণ দি ৰাজীৱ বৰাই সুযোগ লাভ কৰিলে ফিলিপাইনছৰ

মেনিলাত হোৱা দ্বাদশ পুৰুষ আৰু পঞ্চম মহিলা ৱৰ্ল্ড টাইকোৱানড্ডো চেম্পিয়নশ্বিপত ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰাৰ বাবে। এইখনেই হ'ল ৰাজীৱ বৰাৰ প্ৰথম আৰু একমাত্ৰ আন্তঃৰাষ্ট্ৰীয় প্ৰতিযোগিতা। এই প্ৰতিযোগিতাখনত অৱশ্যে তেওঁ সফলতা লাভ কৰিবলৈ সক্ষম নহ'ল। ইয়াৰ পিছতে পিতৃ বিয়োগ আৰু অন্যান্য ঘৰুৱা অসুবিধাৰ বাবে প্ৰতিযোগিতামূলক ক্ষেত্ৰখনৰ পৰা লাহে লাহে বিচ্ছিন্ন হৈ পৰে টাইকোৱানডো খেলুৱৈজন।

ৰাজীৱ বৰাৰ জন্ম হৈছিল ১৯৬৮ চনৰ ২২ মাৰ্চত যোৰহাটত। তেওঁৰ পিতৃ প্ৰয়াত মণিৰাম বৰা আৰু মাতৃ পুনামায় বৰা। যোৰহাট গৰ্ভণমেণ্ট হাইস্কুল আৰু বাহনা কলেজত শিক্ষা গ্ৰহণ কৰা খেলুৱৈজনে প্ৰতিদ্বন্দ্বিতামূলক ক্ষেত্ৰৰ পৰা আঁতৰি অহাৰ পিছত জড়িত হৈ পৰে টাইকোৱানডো প্ৰশিক্ষণৰ লগত। কাকপথাৰ, ডিব্ৰুগড়, দুলীয়াজান, তিনিচুকীয়া, অ' এন জি চি, তিতাবৰ আদি অসমৰ বিভিন্ন ঠাইত তেওঁ টাইকোৱানডো প্ৰশিক্ষণ দিছে। ৰাজীৱ বৰাৰ প্ৰশিক্ষণেৰে পুষ্ট হৈ ৰাষ্ট্ৰীয় পৰ্যায়ত পদক পাবলৈ সক্ষম হৈছে অসমৰ কেবাজনো খেলুৱৈয়ে। ক্ৰীড়া ক্ষেত্ৰত প্ৰদৰ্শন কৰা দক্ষতাৰ বাবে অভিৰুচি বঁটাৰ লগতে দুলীয়াজান অইল ইণ্ডিয়াই আগবঢ়োৱা বঁটাও লাভ কৰিবলৈ সক্ষম হৈছে তেওঁ। বৰ্তমান ব্যৱসায়ী হিচাপে নিজকে প্ৰতিষ্ঠা কৰা টাইকোৱানডোবিদজনৰ আশা আছিল আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত পদক জয় কৰাৰ। কিন্তু সেই আশা অপূৰণীয় হৈ ৰোৱাত তেওঁৰ হৃদয়ত থাকি যায় এক দীঘলীয়া আক্ষেপ। উল্লেখ্য, এই খেলুৱৈজনে ব্ৰেকবেল্ট লাভ কৰে ১৯৯১ চনত। দক্ষিণ কোৰিয়াৰ ছিউলত মাষ্টাৰ ছেং চং ডঙৰ অধীনত এডভান্স ট্ৰেনিং লৈ কুফিয়নত থকা ৱৰ্ল্ড টাইকোৱানডোৰ মুখ্য কাৰ্যালয়ত ব্ৰেক ব্ৰেট টেষ্টত অৱতীৰ্ণ হৈ তেওঁ উত্তীৰ্ণ হয়। ২০০৬ চনত তেওঁ বাংগালোৰত ছেকেণ্ড ডন ব্ৰেক বেল্ট লোৱাৰ লগতে নেচনেল ৰেফাৰীও পাচ কৰে। চিত্ৰলেখা পায়েঙৰ সৈতে বিবাহ পাশত আবদ্ধ হোৱা ৰাজীৱহঁতৰ দুই কন্যা আস্থা আৰু প্ৰাপ্তি। ☆


*কাকপথাৰত এক প্ৰশিক্ষণ শিবিৰত প্ৰশিক্ষক হিচাপে ৰাজীৱ বৰা*

# পৰাগধৰ কোঁৱৰ



**পৰাগধৰ কোঁৱৰ**

১৯৬৯ চনত যোৰহাটত জন্ম হৈছিল টাইকোৱানডো খেলুৱৈ পৰাগধৰ কোঁৱৰৰ। তেওঁ ১৯৯২ চনত কোৰিয়াৰ ছিউলত অনুষ্ঠিত ফৰেইনাৰ ইণ্টাৰনেছনেল চেম্পিয়নশ্বিপত স্বদেশৰ হৈ অৰ্জন কৰিছিল স্বৰ্ণ পদক। ১৯৯৫ চনত পৰাগধৰে স্বদেশক প্ৰতিনিধিত্ব কৰে মেনিলাত অনুষ্ঠিত দ্বাদশ মেনছ ৱৰ্ল্ড টাইকোৱানডো চেম্পিয়ন শ্বিপত।

**১৯৮৭** চনত যোৰহাটত বাৰ্ণি সিঙৰ অধীনত টাইকোৱানডো শিকিবলৈ লয় পৰাগধৰে। তেতিয়া তেওঁৰ বয়স ১৭-১৮ মান হ'ব। প্ৰথমে কিন্তু খেল বিধৰ প্ৰতি থকা আকৰ্ষণৰ বাবেহে তেওঁ মাৰ্চিয়েল আৰ্ট শিকিবলৈ লৈছিল। ক্লাব আৰু জিলা পৰ্যায়ত ক্ৰমাগতভাৱে লাভ কৰা সফলতাই টাইকোৱানডোক গভীৰভাৱে গ্ৰহণ কৰিবলৈ তেওঁক বাধ্য কৰিলে। প্ৰথমে তেওঁৰ ঘৰে ল'ৰাই মাৰ্চিয়েল আৰ্ট শিকিবলৈ লোৱাত বৰ ভাল পোৱা নাছিল। ক্ষেত্ৰখনত তেওঁ লাভ কৰা সফলতাই ভুল ভাঙিছিল পৰাগধৰৰ পৰিয়ালৰ। লাহে লাহে পৰিয়ালৰ পৰা লাভ কৰিবলৈ সক্ষম হৈছিল তেওঁ উৎসাহ। ল'ৰালিতে বিভিন্ন মাৰ্চিয়েল আৰ্টৰ চিনেমাবোৰ উপভোগ কৰি ৰোমাঞ্চিত হৈ পৰিছিল পৰাগধৰ। এনেদৰেও টাইকোৱানডোৰ প্ৰতি আকৰ্ষণ বাঢ়িছিল খেলুৱৈজনৰ। স্কুলীয়া জীৱনত অন্যান্য খেলৰ লগতে ফুটবল আৰু ক্ৰিকেটতো অংশ লৈছিল পৰাগধৰে। এই টাইকোৱানডো খেলুৱৈজনৰ দেউতাক আছিল এজন আৰক্ষী বিষয়া। সেয়ে ট্ৰেন্সফাৰ হৈ ক'ত কেতিয়া ঘূৰি থাকিব লাগে কোনো

ঠিক নাই। তেওঁলোকৰ প্ৰকৃত ঘৰ ডিমৌ নিতাই পুখুৰীত। কিন্তু সেই সময়ত দেউতাকে যোৰহাটত চাকৰি কৰি থকা বাবে অভিজাত চহৰখনত তেওঁ টাইকোৱানডো শিকাৰ সুযোগ পাইছিল।

পৰাগধৰৰ কেৰিয়াৰৰ প্ৰথমখন প্ৰতিযোগিতা আছিল যোৰহাটত অনুষ্ঠিত হোৱা সদৌ অসম সত্যৰঞ্জন মেম'ৰিয়েল চেম্পিয়নশ্বিপ। কেৰিয়াৰৰ এই প্ৰথম প্ৰতিযোগিতাতে তেওঁ অৰ্জন কৰিছিল স্বৰ্ণ পদক। সুন্দৰভাৱে টাইকোৱানডোৰ সকলোবোৰ কৌশল আয়ত্ত কৰিবলৈ সক্ষম হোৱা খেলুৱৈজনে টাইকোৱানডোত ব্লেক বেল্ট প্ৰথম ডান গ্ৰহণ কৰিছিল ১৯৯২ চনত ছিউলৰ কুকিৱনত থকা ৱ'ৰ্ল্ড টাইকোৱানডো হেড কোৱাৰ্টাৰৰ পৰা। ছিউলৰ টাইকোৱানডো হেড কোৱাৰ্টাৰৰ পৰাই ১৯৯৯ চনত তেওঁ ব্লেক বেল্ট দ্বিতীয় ডান আৰু ২০০১ চনত ব্লেক বেল্ট তৃতীয় ডান গ্ৰহণ কৰে। দেশ আৰু বিদেশ উভয়তে প্ৰতিযোগিতামূলক প্ৰতিদ্বন্দ্বিতাত সফলতা লাভ কৰিবলৈ সক্ষম হৈছিল এই খেলুৱৈজন। ১৯৯৪ চনত মহাৰাষ্ট্ৰৰ পুণেত অনুষ্ঠিত নেচনেল গেমছত ব্ৰ'ঞ্জৰ পদক অৰ্জনেৰে তেওঁ লাভ কৰে বিশেষ সফলতা। ১৯৯৫ চনত শ্বিলঙত অনুষ্ঠিত নেচনেল ছিলেকচন চেম্পিয়নশ্বিপত পৰাগধৰে অৰ্জন কৰিছিল প্ৰথম স্থান। ১৯৯৬ চনত গেংটকত অনুষ্ঠিত উত্তৰ-পূব ক্ৰীড়াত তেওঁ লাভ কৰে সোণৰ পদক। ইয়াৰ আগেয়ে '৯৫ চনত অন্ধ্ৰপ্ৰদেশৰ তিৰুপতিত অনুষ্ঠিত তৃতীয় নেচনেল টাইকোৱানডো ব্লেক বেল্ট চেম্পিয়নশ্বিপত তেওঁ ব্ৰঞ্জৰ পদক লাভ কৰিছিল। ১৯৯৯ চনত মণিপুৰৰ ইম্ফলত অনুষ্ঠিত নেচনেল গেমছত পৰাগধৰে লাভ কৰে ব্ৰ'ঞ্জৰ পদক। পৰাগধৰ কোঁৱৰৰ কেৰিয়াৰৰ প্ৰথমখন আন্তৰ্জাতিক প্ৰতিযোগিতা আছিল ১৯৯২ চনত কোৰিয়াৰ ছিউলত অনুষ্ঠিত ফৰেইনাৰ ইন্টাৰনেচনেল চেম্পিয়নশ্বিপ। ঈৰ্ষণীয় সফলতাৰে প্ৰতিযোগিতাখনত স্বদেশৰ হৈ তেওঁ অৰ্জন কৰিছিল স্বৰ্ণ পদক। বিদেশত অংশ লোৱা প্ৰথম প্ৰতিযোগিতাতে এনে এক সফলতা লাভ কৰি খেলুৱৈজন ৰোমাঞ্চিত হৈ পৰিছিল। ১৯৯৫ চনত তেওঁ স্বদেশক প্ৰতিনিধিত্ব কৰে দ্বাদশ মেনছ ৱ'ৰ্ল্ড টাইকোৱানডো চেম্পিয়নশ্বিপত। ফিলিপাইনছৰ মেনিলাত অনুষ্ঠিত প্ৰতিযোগিতাত তেওঁ থমকে দ্বিতীয় ৰাউণ্ডত। কোৰিয়াৰ চুং চোঅং চিটীত ১৯৯৯ চনত অনুষ্ঠিত হৈছিল ৱ'ৰ্ল্ড টাইকোৱানডো ফেষ্টিভেল আৰু দ্বিতীয় কোৰিয়ান অ'পেন চেম্পিয়নশ্বিপ। প্ৰতিযোগিতাত অসমৰ এই খেলুৱৈজনে অগ্ৰগতি লাভ কৰিছিল কোৱাৰ্টাৰ ফাইনেল পৰ্যন্ত।

১৯৬৯ চনৰ ২২ জুনত যোৰহাটত জন্ম হোৱা পৰাগধৰৰ দেউতাক পদ্মেশ্বৰ কোঁৱৰ আৰু মাক অমল প্ৰভা কোঁৱৰ। তেজপুৰ কনভেণ্ট স্কুলৰ যোগেদি স্কুলীয়া শিক্ষা আৰম্ভ কৰা খেলুৱৈজনে নেৰিষ্টৰ পৰা অৰ্জন কৰিছে বি-টেক। বৰ্তমান তেওঁ দৃষ্টি ডেভেলপমেণ্ট



*বিশ্ব টাইকোৱানডো চেম্পিয়নশ্বিপত অংশ গ্ৰহণৰ সময়ত পৰাগধৰ*

এগু কমিউনিকেচন লিমিটেডত এছিচটেণ্ট জেনেৰেল মেনেজাৰ হিচাপে কাম কৰি আছে। পৰাগধৰক কেৰিয়াৰত আগবাঢ়ি যোৱাত বিশেষভাৱে অনুপ্ৰাণিত কৰিছিল দেউতাকে। বিশেষকৈ বিদেশত অংশ লোৱা বিভিন্ন প্ৰতিযোগিতাৰ সময়ত তেওঁলৈ আৰ্থিক সহযোগিতা আগবঢ়াইছিল। আজৰি সময়ত তেওঁ ফুৰি ভাল পায়, নতুন নতুন মানুহৰ সান্নিধ্য উপভোগ কৰি তেওঁ ভাল পায়। বিভিন্ন সংস্কৃতিক জনাৰ-বুজাৰ প্ৰতিও তেওঁৰ আকৰ্ষণ আছে। মণিপুৰত হোৱা নেচনেল গেমছত অন্তিম মুহূৰ্তৰ দুৰ্বলতাৰ বাবে নিশ্চিত স্বৰ্ণ পদক হেৰুওৱাৰ দুখ এতিয়াও পাহৰা নাই খেলুৱৈজনে। প্ৰতিযোগিতাৰ তৃতীয় ৰাউণ্ডত অন্তিম ৩০ ছেকেণ্ডত মেছখন গুচি গৈছিল তেওঁৰ হাতৰ পৰা। প্ৰতিযোগিতাত তেওঁ ব্ৰঞ্জৰ পদকতে ক্ষান্ত থাকিব লগা হৈছিল।☆

# পৱন শইকীয়া



পৱন শইকীয়া

টাইকোৱানডো খেলুৱৈ পৱন শইকীয়াই ১৯৯৯ চনত কাঠমাণ্ডুত অনুষ্ঠিত অষ্টম ছাউথ এছিয়ান ফেডাৰেচন গেমছত দেশৰ হৈ অৰ্জন কৰে সোণৰ পদক। ২০০১ চনত কোৰিয়াৰ জুজুত অনুষ্ঠিত বিশ্ব টাইকোৱানডো চেম্পিয়নশ্বিপতো পৱনে ভাৰতক প্ৰতিনিধিত্ব কৰে। চতুৰ্দশ বুছান এছিয়ান গেমছতো স্বদেশক প্ৰতিনিধিত্ব কৰাৰ সুযোগ পাই এই অসমীয়া খেলুৱৈজনে।

ল'ৰালিৰ পৰাই বিভিন্ন খেলা-ধূলাৰ লগত জড়িত আছিল পৱন শইকীয়া। লগৰীয়াৰ লগত অংশ লৈছিল ফুটবল, ভলীবল, ক্ৰিকেট আদি বিভিন্ন খেলত। নৱমমান শ্ৰেণীৰ পৰা পৱন যুক্ত হৈ পৰিছিল টাইকোৱানডো ক্ষেত্ৰখনৰ সৈতে। আৰম্ভ কৰি দিছিল টাইকোৱানডোৰ অনুশীলন। লাহে লাহে অংশ লৈছিল প্ৰতিযোগিতামূলক খেলত। লাভ কৰিছিল সফলতাও। ৰাজ্যৰ লগতে ৰাষ্ট্ৰীয় প্ৰেক্ষাপটতো নিজৰ ক্ৰীড়া দক্ষতাৰ পৰিচয় দিয়া পৱনে কেৰিয়াৰত সুযোগ লাভ কৰে আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত স্বদেশক প্ৰতিনিধিত্ব কৰাৰো। কেবাখনো আন্তঃৰাষ্ট্ৰীয় প্ৰতিযোগিতাত লাভ কৰিবলৈ সক্ষম হয় তেওঁ কাংক্ষিত সফলতাও। পৱনৰ কেৰিয়াৰৰ প্ৰথমখন প্ৰতিযোগিতা আছিল যোৰহাটত অনুষ্ঠিত এখন ৰাজ্যিক অ'পেন চেম্পিয়নশ্বিপ। চৈধ্য বছৰ বয়সত অংশ লোৱা সেই প্ৰতিযোগিতাত খেলুৱৈজনে লাভ কৰিছিল ৰূপৰ পদক। ৰাজ্যিক পৰ্যায়ত সীমিত সংখ্যক প্ৰতিযোগিতাত অংশ লোৱা পৱনৰ ৰাষ্ট্ৰীয় সফলতা কিন্তু চকুত লগা। ১৯৯৩ চনত জামছেদপুৰত অনুষ্ঠিত নেচনেল চেম্পিয়নশ্বিপত স্বৰ্ণ পদক অৰ্জনেৰে খেলুৱৈজনে

লাভ কৰিছিল ৰাষ্ট্ৰীয় পৰ্যায়ৰ প্ৰথমটো সফলতা। ইয়াৰ পিছত ১৯৯৪, ১৯৯৫ আৰু ১৯৯৬ চনত তেওঁ একেলেথাৰিয়ে ৰাষ্ট্ৰীয় চেম্পিয়নশ্বিপত সোণৰ পদক লাভ কৰিছিল। ১৯৯৭ চনত মাথো এটা বছৰ বিৰতি। পুনৰ তেওঁ লাভ কৰিছিল ৰাষ্ট্ৰীয় পৰ্যায়ত ধাৰাবাহিক সফলতা। ১৯৯৮ চনত বাংগালোৰত হোৱা পঞ্চম নেচনেল চেম্পিয়নশ্বিপত স্বৰ্ণ পদক অৰ্জন কৰা খেলুৱৈজনে একে বছৰতে লক্ষ্ণৌত হোৱা ষষ্ঠ নেচনেল চেম্পিয়নশ্বিপতো লাভ কৰিছিল প্ৰথম স্থান। ১৯৯১ চনত দিল্লীত অনুষ্ঠিত সপ্তম ৰাষ্ট্ৰীয় চেম্পিয়নশ্বিপতো তেওঁ সোণৰ পদক লাভ কৰে। ১৯৯৯ চনত মণিপুৰৰ ইম্ফলত অনুষ্ঠিত হৈছিল ৰাষ্ট্ৰীয় ক্ৰীড়া। সুন্দৰ প্ৰদৰ্শনেৰে এই ক্ৰীড়া মহোৎসৱতো অসমীয়া যুৱকজনে অৰ্জন কৰিবলৈ সক্ষম হৈছিল সোণৰ পদক। ২০০০ চনত দিল্লীত অনুষ্ঠিত প্ৰথম অ'পেন নেচনেল চেম্পিয়নশ্বিপত প্ৰথম স্থান লাভ কৰে তেওঁ। একে বছৰতে মুম্বাইত হোৱা অষ্টম ৰাষ্ট্ৰীয় চেম্পিয়নশ্বিপত সোণৰ পদক লাভ কৰে পৱনে। ২০০১ চনত কলকাতাত হোৱা নৱম ৰাষ্ট্ৰীয় চেম্পিয়নশ্বিপত ব্ৰঞ্জৰ পদকহে লাভ কৰিলেও সেই বছৰে বাংগালোৰত হোৱা দ্বিতীয় অ'পেন নেচনেল চেম্পিয়নশ্বিপ আৰু পাঞ্জাৱত হোৱা নেচনেল গেমছত খেলুৱৈজনে অৰ্জন কৰিছিল সোণৰ পদক। ২০০২ চনত হায়দৰাবাদত হোৱা ৰাষ্ট্ৰীয় ক্ৰীড়াতো প্ৰথম স্থান লাভেৰে তেওঁ ঈৰ্ষণীয় সফলতা লাভ কৰিছিল। ২০০৩, ২০০৪ চনত উভয় বাৰেই ফেডাৰেচন কাপত তেওঁ লাভ কৰিছিল সোণৰ পদক। ২০০৭ চনত অন্ধ্ৰপ্ৰদেশত হোৱা অ'পেন নেচনেল টাইকোৱানডো চেম্পিয়নশ্বিপতো প্ৰথম স্থান লাভ কৰে তেওঁ। একে বছৰতে স্বৰাজ্যত হোৱা ৰাষ্ট্ৰীয় ক্ৰীড়াতো উজ্বলি উঠিছিল পৱন শইকীয়া। দেশৰ আগশাৰীৰ প্ৰতিযোগীক পৰাস্ত কৰি গুৱাহাটী ৰাষ্ট্ৰীয় ক্ৰীড়াত তেওঁ অৰ্জন কৰিলে সোণৰ পদক।

পৱনৰ কেৰিয়াৰৰ প্ৰথমখন আন্তঃৰাষ্ট্ৰীয় প্ৰতিযোগিতা আছিল ১৯৯৮ চনত ভিয়েটনামৰ হো চি মিন চিটিত অনুষ্ঠিত ত্ৰয়োদশ এছিয়ান টাইকোৱানডো চেম্পিয়নশ্বিপ। তেওঁ প্ৰথমতো আন্তঃৰাষ্ট্ৰীয় সফলতা অৰ্জন কৰে ১৯৯৯ চনত। সেই বছৰ নেপালৰ কাঠমাণ্ডুত অনুষ্ঠিত অষ্টম ছাউথ এছিয়ান ফেডাৰেচন গেমছত দেশৰ হৈ পৱনে অৰ্জন কৰিলে সোণৰ পদক। ২০০১ চনত কোৰিয়াৰ জুজুত অনুষ্ঠিত বিশ্ব টাইকোৱানডো চেম্পিয়নশ্বিপটো ভাৰতক প্ৰতিনিধিত্ব কৰে পৱনে। টাইকোৱানডো ক্ষেত্ৰত কৰা দূৰন্ত প্ৰদৰ্শনেৰে চতুৰ্দশ বুছান এছিয়ান গেমছতো স্বদেশক প্ৰতিনিধিত্ব কৰাৰ সুযোগ পায় এই অসমীয়া খেলুৱৈজনে। প্ৰতিযোগিতাখনত তেওঁ অৰ্জন কৰে চতুৰ্থ স্থান। ২০০৩ চনত পৱনে অংশ লয় জাৰ্মানীত অনুষ্ঠিত বিশ্ব টাইকোৱানডো চেম্পিয়নশ্বিপত। দাৰ্জিলিঙত ২০০৫ চনত হোৱা প্ৰথম ৱ'ৰ্ল্ড ইউনাইটেড টাইকোৱানডো চেম্পিয়নশ্বিপত ঈৰ্ষণীয়

সাফল্যৰে পৱনে অৰ্জন কৰে স্বৰ্ণ পদক। ২০০৬ চনত তেওঁৰ বাবে অপেক্ষা কৰি আছিল আন এক সফলতা। লণ্ডনত অনুষ্ঠিত ব্ৰিটিছ ইন্টাৰনেচনেল অ'পেন চেম্পিয়নশ্বিপত এই অসম সন্তানে সোণৰ পদক লাভ কৰিবলৈ সক্ষম হয়।

১৯৭৫ চনত যোৰহাটৰ শদিয়াল গাঁৱত জন্ম হোৱা পৱনৰ পিতৃ মণিৰাম শইকীয়া আৰু মাতৃ বুলি শইকীয়া। যোৰহাটৰ মাধপুৰৰ পদ্মৰাম শৰ্মা হাই স্কুলত স্কুলীয়া শিক্ষা লোৱা খেলুৱৈজনে কলেজীয়া শিক্ষা গ্ৰহণ কৰিছিল জে বি কলেজত। টাইকোৱানডো খেলিবলৈ আগবাঢ়ি অহাৰ ক্ষেত্ৰত পৱন বিশেষভাৱে অনুপ্ৰাণিত হৈছিল আন্তঃৰাষ্ট্ৰীয় টাইকোৱানডো খেলুৱৈ ৰাজীৱ বৰাৰ প্ৰদৰ্শনৰ পৰা। ৰাজীৱ বৰাই লাভ কৰা সাফল্যই পৱনকো তেনে প্ৰদৰ্শনৰ বাবে অনুপ্ৰাণিত কৰিছিল। কেৰিয়াৰত আগবাঢ়ি যোৱাৰ ক্ষেত্ৰত এই খেলুৱৈজনে কৃতজ্ঞতাৰে স্বীকাৰ কৰে বন্ধুবৰ্গ, জ্যেষ্ঠ সদস্যসকলৰ সহায়-সহযোগিতা আৰু উৎসাহৰ কথা। বুছান এছিয়ান গেমছত অংশ লোৱাটো কেৰিয়াৰৰ স্মৰণীয় সময় হিচাপে চিহ্নিত হৈ আহিছে পৱনৰ বাবে। এছিয়াৰ আগশাৰীৰ প্ৰতিযোগীৰ বিৰুদ্ধে যুঁজি প্ৰতিযোগিতাখনত তেওঁ অৰ্জন কৰিছিল চতুৰ্থ স্থান। জাতীয় দলৰ পোছাক পিন্ধি এছিয়ান গেমছত অংশ ল'বলৈ পাই গৌৰৱ অনুভৱ কৰিছিল তেওঁ। ১৯৯৭ চনত চি আই এছ এফৰ চাকৰিত যোগদান কৰা খেলুৱৈজনৰ কৰ্মস্থলী দিল্লী। চাকৰিত যোগদান কৰা বছৰেই পৱন বিবাহ পাশত আবদ্ধ হয় আকাশী শইকীয়াৰ সৈতে। তেওঁলোকৰ একমাত্ৰ সন্তান ৰিয়ন। আজৰি সময়ত টাইকোৱানডোৰ বাহিৰে অন্য খেলা-ধূলা কৰিও ভাল পাই পৱনে। অসমৰ উঠি অহা খেলুৱৈসকলক আগবঢ়াই নিয়াৰ বাবে সদায়ে তেওঁ হৃদয়ত অনুভৱ কৰে এক তাগিদা।☆



# নন্দিনী বৰুৱা



নন্দিনী বৰুৱা

টেবুল টেনিছ খেলুৱৈ নন্দিনী বৰুৱাই ভাৰতক প্ৰতিনিধিত্ব কৰাৰ সুযোগ পাইছিল ১৯৭৪ চনত। সেইবাৰ জাপানৰ য়ক'হামাত হোৱা দ্বিতীয় এছিয়ান টেবুল টেনিছ চেম্পিয়নশ্বিপত তেওঁ প্ৰতিনিধিত্ব কৰিছিল ভাৰতীয় দলক। নন্দিনী অসমৰ প্ৰথম গৰাকী আন্তঃৰাষ্ট্ৰীয় মহিলা টেবুল টেনিছ খেলুৱৈ।

অসমৰ প্ৰথমগৰাকী আন্তঃৰাষ্ট্ৰীয় মহিলা টেবুল টেনিছ খেলুৱৈৰ নাম কি? হঠাতে উঠা এনে প্ৰশ্নয়ে স্বাভাৱিকতেই বিবুদ্ধিত পেলাব পাৰে আপোনাক। ৰাজ্যখনৰ পৰা ওলোৱা ইমানকেইগৰাকী আন্তঃৰাষ্ট্ৰীয় টেবুল টেনিছ খেলুৱৈৰ ভিতৰত কোনেইবা প্ৰথমে সুযোগ পাইছিল জাতীয় দলক, উক্ত প্ৰশ্নটোৰ পোনপটীয়া উত্তৰ নন্দিনী বৰুৱা। যোৰহাটত কেৰিয়াৰ আৰম্ভ কৰা নন্দিনীয়ে ভাৰতক প্ৰতিনিধিত্ব কৰাৰ সুযোগ পাইছিল ১৯৭৪ চনত। সেইবাৰ জাপানৰ য়ক'হামাত হোৱা দ্বিতীয় এছিয়ান টেবুল টেনিছ চেম্পিয়নশ্বিপত তেওঁ প্ৰতিনিধিত্ব কৰিছিল ভাৰতীয় দলক। লগে লগে খেলুৱৈগৰাকীয়ে স্থান পাইছিল অসমৰ ক্ৰীড়া ইতিহাসটো প্ৰথমগৰাকী আন্তঃৰাষ্ট্ৰীয় মহিলা টেবুল টেনিছ খেলুৱৈ হিচাপে। যোৰহাটৰ হেমলতা সন্দিকৈ মেম'ৰিয়েল ইনষ্টিটিউটত পঢ়ি থকা অৱস্থাতে টেবুল টেনিছ খেলিবলৈ আৰম্ভ কৰিছিল নন্দিনীয়ে। ৰূপা নামেৰে জনপ্ৰিয় খেলুৱৈগৰাকীয়ে নিজৰ ক্ৰীড়া প্ৰতিভা উত্তৰণৰ সুযোগ পাইছিল যোৰহাট ক্লাবত। কেৰিয়াৰত আগবাঢ়ি যোৱা বাবে তেওঁক

বিশেষভাৱে অনুপ্ৰাণিত কৰে মাক, খুড়াক আৰু বায়েক ইন্দ্ৰানী বৰুৱায়ে। মানসিক দৃঢ়তা আৰু কঠোৰ শ্ৰমেৰে '৭০ৰ দশকৰ শেষ ভাগলৈ জিলা পৰ্যায়ত নিজকে সুন্দৰভাৱে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছিল নন্দিনীয়ে। সোনকালেই তেওঁ নিজকে প্ৰতিষ্ঠা কৰিছিল ৰাজ্যিক পৰ্যায়ৰ এগৰাকী আগশাৰীৰ খেলুৱৈ হিচাপে। ৰাজ্যখনত বহু কেইখন টুৰ্ণামেণ্টত তেওঁ অৰ্জন কৰিছিল চেম্পিয়নশ্বিপৰ সন্মান। এনে সফলতাৰে খেলুৱৈগৰাকীয়ে সুযোগ পাইছিল ৰাষ্ট্ৰীয় পৰ্যায়ত স্বৰাজ্যক প্ৰতিনিধিত্ব কৰাৰ বাবে। লাভ কৰিছিল কাংক্ষিত সফলতাও। অসম ছোৱালী দলক তেওঁ প্ৰথমবাৰৰ বাবে প্ৰতিনিধিত্ব কৰে ১৯৭৩ চনত। নেচনেল টেবুল টেনিছ চেম্পিয়নশ্বিপত সেইবাৰ অসমে শক্তিশালী মহাৰাষ্ট্ৰক পৰাস্ত কৰি অৰ্জন কৰে সন্মানীয় পদ্মাৱতী ট্ৰফী। টেবুল টেনিছ ফেডাৰেচন অব ইণ্ডিয়াৰ ছোৱালীৰ শাখাৰ ৰেংকিঙত পঞ্চম স্থান অৰ্জন কৰে নন্দিনীয়ে। ৰাষ্ট্ৰীয় পৰ্যায়ত ব্যক্তিগত ৰেংকিং লাভ কৰা তেওঁৱে হ'ল অসমৰ প্ৰথমগৰাকী মহিলা টেবুল টেনিছ খেলুৱৈ। ১৯৭৪-১৯৭৯ সময়ছোৱাত অসমক ৰাষ্ট্ৰীয় প্ৰেক্ষাপটত তেওঁ বহুবাৰ প্ৰতিনিধিত্ব কৰায়ে নহয় নেচনেল চেম্পিয়নশ্বিপত ৰাজ্যখনক নেতৃত্ব দিয়াৰ সুযোগো তেওঁ লাভ কৰিছিল। নন্দিনীৰ নেতৃত্বতে ১৯৭৮ চনত উদয়পুৰত হোৱা আন্তঃৰাজ্যিক চেম্পিয়নশ্বিপত অসমে অৰ্জন কৰিছিল ৰাৰ্ণাছ আপ ট্ৰফী। ইয়াৰোপৰি ১৯৭৫ চনত অল ইণ্ডিয়া স্পৰ্টছ টিম টেবুল টেনিছ চেম্পিয়নশ্বিপ অৰ্জন কৰিছিল নন্দিনীৰ দলে। একে প্ৰতিযোগিতাত ১৯৭৬ চনত তেওঁলোকে লাভ কৰিছিল ৰাৰ্ণাছ আপৰ সন্মান। কেৰিয়াৰত ৰাজ্য আৰু দেশৰ লগতে বিশ্ববিদ্যালয়ৰ হৈয়ো টেবুল টেনিছ খেলিছিল নন্দিনী বৰুৱায়ে। তেওঁ প্ৰতিনিধিত্ব কৰিছিল ডিব্ৰুগড় আৰু গুৱাহাটী বিশ্ববিদ্যালয়ক। ১৯৭৮ চনত তেওঁ অৰ্জন কৰিছিল সৰ্বভাৰতীয় আন্তঃ বিশ্ববিদ্যালয় খিতাপ। ক'ব পাৰি নিজস্ব সময়ত সামগ্ৰিকভাৱে আধিপত্য বিস্তাৰ কৰিবলৈ সক্ষম হৈছিল খেলুৱৈগৰাকীয়ে। ক্ৰীড়া দক্ষতা আৰু সুনিপুণ কৌশলেৰে প্ৰতিপক্ষক পৰাভূত কৰি বাঞ্ছিত সফলতা লাভ কৰিবলৈ তেওঁ সক্ষম হৈছিল।

কেৰিয়াৰ গঢ়াৰ বাটত কেবাজনো প্ৰশিক্ষকৰ প্ৰশিক্ষণেৰে ধন্য হৈছিল পেডলাৰগৰাকী। এওঁলোকৰ ভিতৰত নাম ল'ব পাৰি তপন বসু আৰু পংকজ বুতাহানৰ। ১৯৭৪ চনত অসমলৈ অহা এজন কেৰিয়ান প্ৰশিক্ষকেও তেওঁলোকৰ ক্ৰীড়াৰ মান উত্তৰণত যথেষ্ট সহায় কৰিছিল। খেলুৱৈগৰাকী উৎসাহিত হৈছিল প্ৰাক্তন টেবুল টেনিছ খেলুৱৈসকলৰ দ্বাৰাও। ষাঠি দশকত অসম টেবুল টেনিছ এছ'চিয়েছনৰ সভাপতি হিচাপে কাৰ্যনিৰ্বাহ কৰা পি কে বৰুৱায়ো কেৰিয়াৰত আগবাঢ়ি যোৱাত বিশেষভাৱে উৎসাহিত কৰিছিল নন্দিনীক। ১৯৫৭ চনৰ ১৩ আগষ্টত জন্ম

হোৱা এই খেলুৱৈগৰাকীৰ পিতৃ সুশীল কুমাৰ বৰুৱা আৰু মাতৃ ৰুণু বৰুৱা। তেওঁ বিবাহপাশত আবদ্ধ হয় হেমাংগ কিশোৰ শৰ্মাৰ সৈতে। ক্ৰীড়া ক্ষেত্ৰত দেখুওৱা প্ৰদৰ্শনৰ সুবাদত খেলুৱৈগৰাকী সন্মানিত হৈছে বিশেষভাৱে। ১৯৭৩ চনৰ ২৬ জানুৱাৰীত নন্দিনীক বিশেষভাৱে সন্মানিত কৰিছিল যোৰহাট জিলা' টেবুল টেনিছ সন্থাই। ক্ৰীড়াক্ষেত্ৰলৈ আগবঢ়োৱা অৱদানৰ বাবে ১৯৭৯ চনত তেওঁলৈ আগবঢ়োৱা হয় অসম চৰকাৰৰ ক্ৰীড়া বঁটা। ১৯৮৪ চনত তেওঁ লাভ কৰে অভিৰুচি বঁটা। বৰ্তমান তেওঁ দিছপুৰ মহাবিদ্যালয়ৰ জ্যেষ্ঠ প্ৰবক্তা হিচাপে কৰ্মৰত। ১৯৯৭ চনত নন্দিনী বৰুৱাই গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা পি এইচ ডি ডিগ্ৰী লাভ কৰে। তেওঁৰ গৱেষণা পত্ৰ - 'ডি এইচ লৰেন্স' এচিভমেণ্টছ এজ এ ছৰ্ট ষ্টৰী ৰাইটাৰ ঃ এ থিমেটিক ষ্টাডী।☆

# মনালিছা বৰুৱা



মনালিছা বৰুৱা

১৯৮৫ চনত ভূপালত হোৱা ৰাষ্ট্ৰীয় টেবুল টেনিছ প্ৰতিযোগিতাত অৰ্জুন মনালিছা বৰুৱাই অৰ্জন কৰে মহিলাৰ শাখাৰ চেম্পিয়নৰ খিতাপ। তেওঁ দুবাৰ এছিয়ান গেমছ (অধিনায়ক হিচাপে), ছবাৰ এছিয়ান চেম্পিয়নশ্বিপ, দুবাৰ বিশ্ব চেম্পিয়নশ্বিপত ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰে।

ঋজু দেহী ছোৱালীজনী। টুক টুককৈ দৌৰি ফুৰে ইফালৰ পৰা সিফাললৈ। ইটো-সিটো কৰি ফুৰে। টেনিছৰ ৰেকেট দাঙি লয় বাওঁহাতেৰে। পিছে ভাগৰি পৰে কশমানিজনী। এই ক্ষীণাঙ্গী দেহাৰে কি টেনিছৰ ৰেকেট দাঙি ক'টত দৌৰি ফুৰিব! পৰিয়ালৰ লোকে হাঁহে। — হৈছে আৰু কি কৰিব এইজনী বাওঁহতীয়া ছোৱালীয়ে। টেবুল টেনিছ খেল। — কমোৱা তুলাৰ দৰে উৰি ফুৰিব বিচৰা ছোৱালীজনীয়ে টেবুল টেনিছ খেলিলে। হাতত টেবুল টেনিছৰ ৰেকেট তুলি ক্ৰমাগতভাৱে দুৰ্ধৰ্ষ হৈ পৰিল তেওঁ। ভাৰতীয় ক্ৰীড়া ক্ষেত্ৰত এটা নক্ষত্ৰৰ দৰে জিলিকি উঠিল। সকলোৰে একান্ত আত্মীয়ৰ দৰে উচ্চাৰণ কৰিব পৰা হ'ল এটা নাম- মনালিছা বৰুৱা। লিঅ'নাৰ্ড দ্য ভিঞ্চিৰ মনালিছা নহ'লেও সুনিপুণ ক্ৰীড়াশৈলী, দেহজ সৌন্দৰ্য আৰু মুখৰ সপ্ৰতিভ হাঁহিটোৰে ভাৰতীয় ক্ৰীড়াঙ্গনত সহজ পৰিচয় হৈ পৰিল অসমৰ মনালিছা। কেৰিয়াৰত কৰা দুৰ্দান্ত প্ৰদৰ্শনেৰে তেওঁ আজুৰি আনিলে ৰাষ্ট্ৰীয় ছাব- জুনিয়ৰ, জুনিয়ৰ আৰু মহিলা শাখাৰ খিতাপ। মনালিছাৰ সন্মুখত থমকি ৰ'বলৈ বাধ্য হ'ল দেশৰ আগশাৰীৰ খেলুৱৈ। স্বদেশৰ লগতে আন্তৰ্জাতিক ক্ষেত্ৰতো তেওঁ প্ৰদৰ্শন

কৰিলে বলিষ্ঠ ক্ৰীড়াশৈলী। ভাৰতীয় ক্ৰীড়া ক্ষেত্ৰলৈ আগবঢ়োৱা অবদানৰ বাবে দেশে তেওঁক সন্মানিত কৰিলে অৰ্জুন বঁটাৰে। বাওঁহতীয়া ছোৱালীজনী হ'লগৈ অৰ্জুন মনালিছা বৰুৱা।

স্কুলৰ গৰম বন্ধ হ'লেই হ'ল। নগাঁৱৰ আইতাকৰ ঘৰলৈ যাবই মনালিছা। আইতাকৰ ঘৰত গৈ টেবুল টেনিছ খেলে মাহীয়েকৰ লগত। সংগী হয় ককায়েকো। মাহীয়েক আৰু মোমায়েকে শিকাই কেনেকৈ খেলিব লাগে। লাহে লাহে বাঢ়ি আহে দুৰ্বলতা টেবুল টেনিছৰ প্ৰতি। — চন ১৯৭৪। আগৰ দৰেই গৰম বন্ধত গুৱাহাটীৰ পৰা আইতাকৰ ঘৰলৈ গৈছিল মনালিছা। সেইবাৰ নগাঁৱত অসম ভিত্তিত এখন টেবুল টেনিছ প্ৰতিযোগিতা হৈছিল। মাকে চিলাই দিয়া এটা স্কাৰ্ট পিন্ধি তেওঁ অংশ ল'লে প্ৰতিযোগিতাখনত। প্ৰথম খেলতে হৰুৱাই দিলে মাহীয়েকক। মনালিছাৰ 'মিনতি মাহী' হতবাক। সকলোৰে চকুত পৰিল বাওঁহতীয়া ছোৱালীজনীৰ আঁৰত লুকাই থকা প্ৰতিভা। অগ্ৰজসকলে তেওঁক উৎসাহিত কৰিলে। গুৱাহাটীৰ নেহৰু ষ্টেডিয়ামত আৰম্ভ কৰিলে মনালিছাই টেবুল টেনিছৰ প্ৰশিক্ষণ। ক্ৰমাগতভাৱে নিপুণতা প্ৰকাশ কৰা মনালিছাই ৰাজ্যৰ সীমা অতিক্ৰমী নিজস্ব চিনাকি দিলে ৰাষ্ট্ৰীয় প্ৰেক্ষাপটত। ১৯৭৬ চনত তেওঁ জয় কৰিলে ছাব-জুনিয়ৰ নেচনেল চেম্পিয়নৰ খিতাপ। একে বছৰতে তেওঁ অৰ্জন কৰিলে জুনিয়ৰ শাখাতো ৰাণাৰ্ছ আপৰ সন্মান। '৭৬ চনত দুৰ্দান্ত প্ৰদৰ্শন আগবঢ়োৱা এই অসম কন্যাই পৰাস্ত কৰিছিল ইন্দুপুৰী, নন্দিনী কুলকাৰ্ণী, কাশ্মিৰা পেটেল আদিৰ দৰে ছিনিয়ৰ খেলুৱৈক। ১৯৭৫ চনৰ পৰা ১৯৭৯ চনলৈ একেৰাহে পাঁচবাৰ ৰাষ্ট্ৰীয় প্ৰতিযোগিতা পদ্মাৱতী ট্ৰফীৰ খিতাপ জয় কৰিছিল মনালিছাৰ অসম দলে। তেওঁ আছিল দলৰ অধিনায়ক। ১৯৭৪ চনৰ পৰা ১৯৭৮ চনলৈ সৰ্বভাৰতীয় ৰাষ্ট্ৰীয় স্কুল গেমছৰ চেম্পিয়ন আছিল মনালিছা। অসম দলৰ নেতৃত্বৰ ভাৰো আছিল তেওঁৰ ওপৰতে। ১৯৭৮ চনত উদয়পুৰত হোৱা ৰাষ্ট্ৰীয় প্ৰতিযোগিতাত ফেয়াৰ প্লে ট্ৰফী অৰ্জন কৰে এই অসম কন্যাই। ক্ৰমাগতভাৱে অধিক প্ৰসাৰিত হ'ল মনালিছাৰ সফলতাৰ পথ। ১৯৭৯-৮০ চনত দুৰ্গাপুৰত হোৱা নেচনেল চেম্পিয়নশ্বিপত তেওঁ অৰ্জন কৰিলে জুনিয়ৰ শাখাৰ খিতাপ। মনালিছা হ'ল ভাৰতৰ জুনিয়ৰ চেম্পিয়ন। অসমৰ এই খেলুৱৈগৰাকীৰ বাবে যেন স্বদেশৰ কোনো প্ৰতিবন্ধকতাই অভেদ্য নাছিল। সেয়েহে কঠোৰ শ্ৰমেৰে তেওঁ কাটি লৈছিল সফলতাৰ সোণোৱালী বাট। ১৯৮৫ চনত ভূপালত হোৱা ৰাষ্ট্ৰীয় প্ৰতিযোগিতাত তেওঁ অৰ্জন কৰিলে মহিলাৰ শাখাৰ খিতাপ। মনালিছা চিহ্নিত হ'ল নেচনেল টেবুল টেনিছ চেম্পিয়নশ্বিপত মহিলা শাখাৰ খিতাপ জয় কৰা প্ৰথমগৰাকী অসমীয়া হিচাপে। সংবাদৰ শীৰ্ষত জিলিকি উঠিল মনালিছা। জীৱনৰ সগৌৰৱ প্ৰাপ্তিত ৰোমাঞ্চিত হৈ পৰিল খেলুৱৈগৰাকী। এবাৰ ৰাষ্ট্ৰীয়

খিতাপ জয় কৰাৰ লগতে তিনিবাৰ নেছনেল চেম্পিয়নশ্বিপৰ মহিলাৰ শাখাৰ ফাইনেলত প্ৰৱেশ কৰিছিল মনালিছা। সেই সময়ত বহুকেইখন মাণ্ডলিক চেম্পিয়নশ্বিপৰ খিতাপ জয় কৰা খেলুৱৈগৰাকীৰ তিনি বছৰ ধৰি জুনিয়ৰ ৰেংকিং আছিল এক। ভূপাল নেছনেল চেম্পিয়নশ্বিপত কেৱল ছিংগলছতে নহয় মিক্সড ডাবলছ আৰু মহিলাৰ ডাবলছ শাখাৰ খিতাপো জয় কৰিছিল মনালিছাই। ভাৰতীয় টেবুল টেনিছ ক্ষেত্ৰত যেন অপ্ৰতিদ্বন্দ্বী হৈ ধৰা দিছিল এই অসমীয়া গাভৰুৱে। শ্ৰদ্ধাৰে, সম্মানেৰে সকলোৱে নাম উচ্চাৰণ কৰিবলৈ বাধ্য হৈছিল মনালিছাৰ। ভূপালত মহিলাৰ ৰাষ্ট্ৰীয় খিতাপ জয়ৰ পিছত বিশ্ব ৰেংকিঙত তেওঁৰ স্থান উত্তৰণ ঘটিছিল ৯২ লৈ।

আন্তৰ্জাতিক ক্ষেত্ৰতো বহুবাৰ ভাৰতৰ টেবুল টেনিছ শক্তিক প্ৰতিনিধিত্ব কৰিছে এই অসম দুহিতাই। ১৯৮০ চনত ইজিপ্তত অনুষ্ঠিত বিশ্ব জুনিয়ৰ আমন্ত্ৰণমূলক টুৰ্ণামেণ্টত ভাৰতীয় দলক নেতৃত্ব দিয়ে মনালিছাই। সেই প্ৰতিযোগিতাত ভাৰতে অৰ্জন কৰে ব্ৰঞ্জৰ পদক। ইয়াৰোপৰি তেওঁ দুবাৰ এছিয়ান গেমছ (অধিনায়ক হিচাপে), ছয়বাৰ এছিয়ান চেম্পিয়নশ্বিপ, দুবাৰ বিশ্ব চেম্পিয়নশ্বিপ, চাৰিবাৰ পেণ্টাগুলাৰ (পাঁচ দেশীয়) চেম্পিয়নশ্বিপ, দুবাৰ ছাফ গেমছত ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰে। বিশ্বৰ প্ৰান্তৰে প্ৰান্তৰে দাপ্তি ধৰাৰ প্ৰয়াস কৰে ভাৰতৰ টেবুল টেনিছ শক্তিক। কেৰিয়াৰত বিশ্ব ৰেংকিং ৯০ পৰ্যন্ত আগুৱাইছিল মনালিছাৰ। ইন্দুপুৰীৰ বাহিৰে এই পৰ্যন্ত তেওঁৱেই সৰ্বাধিক ৰেংকপ্ৰাপ্ত ভাৰতীয় মহিলা টেবুল টেনিছ খেলুৱৈ। কেৱল অসমৰে নহয় মহাৰাষ্ট্ৰ ৰাজ্যিক চেম্পিয়নশ্বিপতো (১৯৯১) খিতাপ জয় কৰিছিল এই পেডলাৰগৰাকীয়ে। ক্ৰীড়াক্ষেত্ৰলৈ আগবঢ়োৱা অতুলনীয় অৱদানৰ প্ৰতি সম্মান জনাই ভাৰত চৰকাৰে ১৯৮৭ চনত মনালিছা বৰুৱালৈ আগবঢ়াই দেশৰ ক্ৰীড়াক্ষেত্ৰৰ আগশাৰীৰ সন্মান অৰ্জুন বঁটা। চিহ্নিত হয় তেওঁ অসমৰ প্ৰথমগৰাকী অৰ্জুন বঁটা বিজয়ী মহিলা খেলুৱৈ হিচাপে। উল্লেখ্য, ১৯৬৩ চনত নগাঁৱত জন্ম হৈছিল অসমৰ এই গৰাকী প্ৰতিভাবান খেলুৱৈৰ। তেওঁৰ দেউতাক গোপাল বৰুৱা আৰু মাক আৰতি বৰুৱা। গুৱাহাটীৰ ছেইণ্ট মেৰিজ কনভেণ্ট স্কুল আৰু কটন কলেজত শিক্ষা গ্ৰহণ কৰা মনালিছা ইংৰাজী সাহিত্যৰ স্নাতক। ১৯৮৮ চনত তেওঁ বিবাহপাশত আবদ্ধ হয় প্ৰাক্তন টেবুল টেনিছ খেলুৱৈ মহাৰাষ্ট্ৰৰ কমলেশ মেহতাৰ সৈতে। মনালিছা হয় মনালিছা বৰুৱা মেহতা। তেওঁলোকৰ কন্যা সন্তান স্নেহা আৰু পুত্ৰ সন্তান সুব্ৰত। কেৰিয়াৰত আগবাঢ়ি যোৱাত খেলুৱৈগৰাকীক বিশেষভাৱে উৎসাহিত কৰিছিল মাক-দেউতাক, প্ৰশিক্ষক নিহাল সিং ঠাকুৰ, ক্ৰীড়া সংগঠক ফণী শৰ্মা, সেই সময়ৰ অসম টেবুল টেনিছ সন্থাৰ সম্পাদক জয়প্ৰকাশ শৰ্মা আদিয়ে। লগত আছিল জ্যেষ্ঠ খেলুৱৈৰ উৎসাহ। কেৰিয়াৰৰ তিনিটা সফলতাই বিশেষভাৱে ৰোমাঞ্চিত কৰে মনালিছাক।

প্ৰথমটো হ'ল ১৯৭৬ চনত নেচনেল ছাব-জুনিয়ৰ খিতাপ জয়ৰ সময়খিনি। কাৰণ সেইবাৰ তেওঁ জুনিয়ৰত ৰাণাৰ্ছ আপ হোৱাৰ লগতে দলগত শাখাত অসমে জয় কৰিছিল স্বৰ্ণ পদক। দ্বিতীয়তে, ভূপাল নেছনেলছত সমগ্ৰ প্ৰতিযোগিতাখনত অপৰাজিত হৈ থাকি ত্ৰিমুকুট অৰ্জন কৰাৰ মুহূৰ্ত। প্ৰতিযোগিতাখনত তেওঁৰ সংগী আছিল মন্দাকিনী হাজৰিকা। তৃতীয়তে, অৰ্জুন বঁটা গ্ৰহণৰ মুহূৰ্ত। সগৌৰৱ প্ৰাপ্তিয়ে মনালিছাৰ বুকুলৈ যোৱাই আনিছিল উলাহৰ ঢল। অসম আৰু অসমীয়াৰ প্ৰতি খেলুৱৈগৰাকীৰ হৃদয়ত আছে তীব্ৰ দুৰ্বলতা। অসমৰ খেলুৱৈক যথোপযুক্ত প্ৰশিক্ষণেৰে ৰাষ্ট্ৰীয় প্ৰেক্ষাপটলৈ আগবঢ়াই নিব নোৱাৰাত হৃদয়ত তেওঁৰ অনুভূত হয় দুখবোধ। বিভিন্ন সময়ত প্ৰশিক্ষণৰ লগতো জড়িত হৈ পৰা খেলুৱৈগৰাকীয়ে আজৰি সময়ত ভাল পায় সুস্বাদু আহাৰ বান্ধি, গান শুনি। শৈশৱতে কথক নৃত্যও শিকিছিল মনালিছাই। খেলুৱৈ নোহোৱা হ'ল মোহনীয় সৌন্দৰ্যৰ মনালিছা হ'লহেঁতেন হয়তো কথক নৃত্য শিল্পী।☆



# অৰুণজ্যোতি বৰুৱা



অৰুণজ্যোতি বৰুৱা

১৯৮২ চনত জাকাৰ্টাত অনুষ্ঠিত এছিয়ান জুনিয়ৰ টেবুল টেনিছ চেম্পিয়নশ্বিপৰ ছিংগলছত অৰুণজ্যোতি বৰুৱাই ব্ৰ'ঞ্জৰ পদক অৰ্জন কৰে। '৮২ চনত বম্বেত হোৱা কমনৱেলথ টেবুল টেনিছ চেম্পিয়নশ্বিপতো তেওঁ প্ৰতিনিধিত্ব কৰে ভাৰতীয় দলক।

অসীম ক্ৰীড়া দক্ষতা আৰু অসামান্য ক্ৰীড়া নৈপুণ্যৰে ভাৰতৰ টেবুল টেনিছ জগতত নিজকে প্ৰতিষ্ঠা কৰিছিল অৰুণজ্যোতি বৰুৱাই। ৰাজ্যিক আৰু ৰাষ্ট্ৰীয় পৰ্যায়তে নহয় স্বদেশৰ হৈ তেওঁ ক্ৰীড়া প্ৰতিভা প্ৰমাণ দিবলৈ সক্ষম হৈছিল আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰতো। বুদ্ধিদীপ্ত অৰুণজ্যোতিয়ে ১৯৯২ চনত বিশ্ব ৰেংকিঙত ১৪৪ নং স্থান আৰোহণ কৰিছিল। একে বৰ্ষতে তেওঁৰ কমনৱেলথ ৰেংকিং আছিল ১৭৷ ল'ৰালিৰে পৰা ঘৰতে এক খেলা-ধূলাৰ পৰিৱেশ লাভ কৰা এই খেলুৱৈজনে টেবুল টেনিছৰ অনুশীলন আৰম্ভ কৰিছিল ডিব্ৰুগড়ত ডনবস্ক' স্কুলত পঢ়ি থকাৰ সময়তে। এইক্ষেত্ৰত তেওঁক উৎসাহ যোগাইছিল ডনবস্ক'ৰ ফাডাৰ টি টি থমাছে। ১৯৭১ চনৰ পৰা ৭৭ চনলৈ ডিব্ৰুগড়ত পঢ়াৰ পিছত ১৯৭৭ চনৰ পৰা গুৱাহাটী ডনবস্কত অধ্যয়ন কৰিবলৈ লয় অৰুণজ্যোতিয়ে। ইয়াতো তেওঁ লগ পালে টি টি থমাছক। সপ্তম শ্ৰেণীত পঢ়াৰ পৰা আৰম্ভ কৰিলে টেবুল টেনিছৰ কঠোৰ অনুশীলন। পুৱা পাঁচ বজাৰ পৰা অনুশীলন। ইয়াৰ পিছত বিদ্যালয়ত অধ্যয়ন। পিছবেলা ৩.৩০ বজাৰ পৰা পুনৰ আৰম্ভ হয় কঠোৰ অনুশীলন। এনেদৰেই

খেলজগতত নিজক প্রতিষ্ঠাৰ পূৰ্ণ প্ৰয়াস চলোৱা পেডলাৰজনে ৰাষ্ট্ৰীয় পৰ্যায়ত অসমক প্ৰথম প্ৰতিনিধিত্ব কৰে ১৯৭৮-৭৯ চনত হিমাচল প্ৰদেশৰ ধৰমশালাত হোৱা নৰ্থ জ'ন টেবুল টেনিছ চেম্পিয়নশ্বিপত। প্ৰতিযোগিতাখনৰ ছাব-জুনিয়ৰ পৰ্যায়ত তেওঁ অগ্ৰগতি লাভ কৰিছিল কোৱাৰ্টাৰ ফাইনেল পৰ্যন্ত। নিজস্ব সময়ত ৰাজ্যিক পৰ্যায়তো পূৰ্ণ আধিপত্য বিস্তাৰ কৰিবলৈ সক্ষম হৈছিল অৰুণজ্যোতিয়ে। ছাব-জুনিয়ৰ, জুনিয়ৰ আৰু ছিনিয়ৰ আটাইকেইটা শাখাত একাধিকবাৰ তেওঁ অৰ্জন কৰিছিল ছিংগলছ আৰু দলগত শাখাৰ খিতাপ।

কেৰিয়াৰৰ প্ৰাথমিক পৰ্যায়তে ৰাষ্ট্ৰীয় পৰ্যায়ত এই খেলুৱৈজনে লাভ কৰিছিল চমৎকাৰ সাফল্য। ১৯৮০ চনত পশ্চিম বংগৰ দুৰ্গাপুৰত অনুষ্ঠিত নেচনেল ছাব-জুনিয়ৰ টেবুল টেনিছ চেম্পিয়নশ্বিপত তেওঁ অৰ্জন কৰে ছিংগলছ শাখাৰ খিতাপ। এই সফলতাৰ ধাৰা অব্যাহত ৰাখি ৰাষ্ট্ৰীয় জুনিয়ৰ চেম্পিয়নশ্বিপত অৰুণজ্যোতিয়ে দলগত আৰু ছিংগলছ খিতাপ জয় কৰিছিল ক্ৰমে ১৯৮১ চন পালঘাট, ১৯৮২ চন ইণ্ডোৰ আৰু ১৯৮৩ চনত নতুন দিল্লীত। স্বাভাবিকতেই অসমৰ এজন কিশোৰৰ বাবে এয়া আছিল ঈৰ্ষণীয় সাফল্য। জুনিয়ৰ পৰ্যায়ৰ পিছত ছিনিয়ৰতো নিজৰ প্ৰতিভা দাঙি ধৰিবলৈ সক্ষম হৈছিল অৰুণজ্যোতিয়ে। ১৯৮৬ চনত মধ্য প্ৰদেশৰ ভূপালত অনুষ্ঠিত নেছনেল ছিনিয়ৰৰ ছিংগলছ শাখাত ৰাৰ্ণাছ আপৰ সন্মান অৰ্জন কৰে পেডলাৰজনে। একে বৰ্ষতে ভূপালত তেওঁ জয় কৰে নেচনেল মিক্সড ডাবলছৰ খিতাপ। ত্ৰিবান্দমত ১৯৮৭ চনত অনুষ্ঠিত ৰাষ্ট্ৰীয় ক্ৰীড়াত সোণ আৰু ৰূপৰ পদক লভ কৰে খেলুৱৈজনে। ১৯৮২ চনত গুৱাহাটীত অনুষ্ঠিত নেচনেল স্কুল গেমছতো তেওঁ অৰ্জন কৰিছিল স্বৰ্ণপদক। ১৯৯০ চনত কালিকটত হোৱা ৰাষ্ট্ৰীয় চেম্পিয়নশ্বিপত দলগত শাখাৰ খিতাপ জয় কৰিছিল তেওঁ। ইয়াৰোপৰি ছাব-জুনিয়ৰ, জুনিয়ৰ আৰু ছিনিয়ৰ পৰ্যায়ত বহুকেইখন সৰ্বভাৰতীয় ৰেংকিং টেবল্ টেনিছ প্ৰতিযোগিতাত সফলতা লাভ কৰিবলৈ সক্ষম হৈছিল খেলুৱৈজনে।

অৰুণজ্যোতিয়ে প্ৰথমবাৰৰ বাবে আন্তৰ্জাতিক ক্ষেত্ৰত সফলতা লাভ কৰে ১৯৮২ চনত। সেই বছৰ জাকাৰ্টাত অনুষ্ঠিত এছিয়ান জুনিয়ৰ টেবুল টেনিছ চেম্পিয়নশ্বিপত ছিংগলছত তেওঁ অৰ্জন কৰে ব্ৰঞ্জৰ পদক। একে বৰ্ষতে তুৰস্কৰ আংকাৰত অনুষ্ঠিত ৱৰ্ল্ড টেবুল টেনিছ যুথ ৰিভিউ চেম্পিয়নশ্বিপৰ ছিংগলছত ৰাৰ্ণাছ আপৰ সন্মান অৰ্জন কৰা পেডলাৰজনে দলগত শাখাৰ খিতাপ লাভ কৰে। উল্লেখনীয় যে সেইবাৰ ভাৰতীয় দলটোৰ অধিনায়ক আছিল এই অসম সন্তানেই। '৮২ চনত বম্বেত হোৱা কমনৱেলথ টেবুল টেনিছ চেম্পিয়নশ্বিপতো তেওঁ প্ৰতিনিধিত্ব কৰে ভাৰতীয় দলক। ১৯৮৩ চনত বাহৰেইনত অনুষ্ঠিত এছিয়ান জুনিয়ৰ টেবুল টেনিছ চেম্পিয়নশ্বিপত ডাবলছ শাখাত

ৰূপৰ পদক লাভ কৰে খেলুৱৈজনে। একে বৰ্ষতে ইন্দোৰত হোৱা পেণ্টাগুলাৰ (পাঁচ দেশীয়) ইণ্টাৰনেচনেল টেবুল টেনিছ চেম্পিয়নশ্বিপত স্বৰ্ণ পদক অৰ্জন কৰে তেওঁ। '৮৩ চনত লাছ ভেগাছত হোৱা ইউ এছ অ'পেন চেম্পিয়নশ্বিপতো তেওঁ অংশ লয়। ১৯৮৪ চনত স্বদেশক তেওঁ প্ৰতিনিধিত্ব কৰে ইছলামাবাদত হোৱা এছিয়ান টেবুল টেনিছ চেম্পিয়নশ্বিপত। ১৯৮৫ চনত বহুকেইখন আন্তৰ্জাতিক প্ৰতিযোগিতাত অংশ লয় অৰুণজ্যোতিয়ে। সেই বছৰ তেওঁ গুটেনবাৰ্গত হোৱা ৱৰ্ল্ড টেবুল টেনিছ চেম্পিয়নশ্বিপত দেশক প্ৰতিনিধিত্ব কৰাৰ লগতে ইংলেণ্ডত কমনৱেলথ টেবুল টেনিছ চেম্পিয়নশ্বিপ, মিয়ামিত ইউ এছ অ'পেন চেম্পিয়নশ্বিপ, হাংগেৰী অ'পেন, বেলজিয়াম অ'পেন, যুগ'শ্লাভিয়া অ'পেন, চেক'শ্লভাকিয়া অ'পেনতো অংশ লয়। আটাইকেইখন অ'পেনেই ইউৰোপীয়ান চাৰ্কিট টেবুল টেনিছ চেম্পিয়নশ্বিপৰ অন্তৰ্গত। ১৯৮৬ চনত তেওঁ ছিউল এছিয়ান গেমছত স্বদেশক প্ৰতিনিধিত্ব কৰাৰ লগতে সেই বছৰে অংশ লয় চীনৰ চেনঝেনত অনুষ্ঠিত এছিয়ান টেবুল টেনিছ চেম্পিয়নশ্বিপতো। ১৯৮৭ চনত কলকাতাত অনুষ্ঠিত ছাফ গেমছ টেবুল টেনিছ চেম্পিয়নশ্বিপত সোণ আৰু ৰূপৰ পদক অৰ্জন কৰে অৰুণজ্যোতিয়ে। একে বৰ্ষতে তেওঁ অংশ লয় নতুন দিল্লীত হোৱা ৱৰ্ল্ড টেবুল টেনিছ চেম্পিয়নশ্বিপটো। ১৯৯০ চনত কুৱালালামপুৰত হোৱা এছিয়ান টেবুল টেনিছ চেম্পিয়নশ্বিপত অংশ লোৱা খেলুৱৈজনে ১৯৯১ চনত কেবাখনো আন্তঃৰাষ্ট্ৰীয় প্ৰতিযোগিতাত অংশ লোৱাৰ লগতে লাভ কৰে সফলতাও। সেই বছৰ তেওঁ কেনিয়াৰ নাইৰোবিত হোৱা কমনৱেলথ টেবুল টেনিছ-চেম্পিয়নশ্বিপত ৰূপ আৰু ব্ৰঞ্জৰ পদক অৰ্জনেৰে ঈৰ্ষণীয় সফলতা লাভ কৰাৰ লগতে কলম্বোত হোৱা ছাফ গেমছ টেবুল টেনিছ প্ৰতিযোগিতাত ৰূপ আৰু ব্ৰঞ্জৰ লগতে জয় কৰে স্বৰ্ণও। একে বছৰতে তেওঁ জাপানৰ ছিবাত হোৱা বিশ্ব টেবুল টেনিছ চেম্পিয়নশ্বিপতো স্বদেশৰ হৈ অংশ লয়।

১৯৬৭ চনৰ পাঁচ ফেব্ৰুৱাৰীত গোৱালপাৰাত জন্ম হোৱা অৰুণজ্যোতিৰ দেউতাক কে কে বৰুৱা আৰু মাক প্ৰতিমা বৰুৱা। তেওঁৰ বায়েক মল্লিকা বৰুৱা হ'ল এগৰাকী আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ৰ বেডমিণ্টন খেলুৱৈ। খেলা-ধূলাৰ এক পৰিৱেশ বিৰাজ কৰা ঘৰখনত অৰুণজ্যোতিক সততে অনুপ্ৰেৰণা যোগাই আহিছিল মাক আৰু দেউতাকে। দিল্লী বিশ্ববিদ্যালয়ৰ অন্তৰ্গত শ্ৰীৰাম কলেজ অব কমাৰ্চৰ পৰা বাণিজ্য শাখাত ডিগ্ৰী লোৱা খেলুৱৈজনে কলকাতাৰ নেচনেল ইনষ্টিটিউট অব পাৰ্ছনেল মেনেজমেণ্টৰ পি জি ডি (প'ষ্ট গ্ৰেজুৱেট ডিপ্ল'মা) গ্ৰহণ কৰাৰ লগতে ভুবনেশ্বৰৰ জেভিয়াৰ ইনষ্টিটিউট অব মেনেজমেণ্টৰ পৰা এম বি এ সম্পূৰ্ণ কৰিছে। কেৰিয়াৰত ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ত কেইবাটাও সফলতা অৰ্জন কৰিলেও নেচনেল ছিংগলছ চেম্পিয়নৰ খিতাপ

অৰ্জন কৰিব নোৱৰাৰ আক্ষেপ থাকি গ'ল অসমৰ এই প্ৰতিভাবান খেলুৱৈজনৰ মনত। খেলুৱৈ হিচাপে নিজকে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হোৱাৰ বাবে প্ৰশিক্ষক নিহাল সিং ঠাকুৰৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ কৰা অৰুণজ্যোতিয়ে কোৰিয়ান প্ৰশিক্ষক পাক ইউ গিলৰ কথাও বিশেষভাৱে ৰোমন্থন কৰে। ১৯৮২ চনত স্বৰাজ্যত এই প্ৰশিক্ষকজনৰ অধীনত নিজৰ ক্ৰীড়াশৈলীলৈ যথেষ্ট পূৰ্ণতা আনিবলৈ সক্ষম হৈছিল পেডলাৰজনে। আজৰি সময়ত ভ্ৰমণ কৰি, অধ্যয়ন কৰি আৰু গল্প কিতাপ পঢ়ি ভাল পোৱা অৰুণজ্যোতি ১৯৯৪ চনত বিবাহপাশত আবদ্ধ হয় প্ৰাক্তন টেবুল টেনিছ খেলুৱৈ অনন্যা বৰুৱাৰ সৈতে। কেৰিয়াৰত যুগ'শ্লাভিয়া, হাংগেৰী, চেক'শ্লভেকিয়া আদি দেশত উন্নত প্ৰশিক্ষণ গ্ৰহণ কৰা খেলুৱৈজনে জাপানত প্ৰশিক্ষণ লৈছিল প্ৰাক্তন বিশ্ব চেম্পিয়ন প্ৰয়াত ইচিৰো অ'গিমুৰাৰ অধীনত। টেবুল টেনিছ ক্ষেত্ৰত কৰা দুৰ্দান্ত প্ৰদৰ্শনৰ সুবাদত কেবাবাৰো বিশেষভাৱে সন্মানিত হৈছে অৰুণজ্যোতি। অসম চৰকাৰে তেওঁলৈ লাচিত বঁটা আগবঢ়োৱাৰ লগতে দিল্লী বিশ্ববিদ্যালয়ে তেওঁলৈ আগবঢ়াই একলব্য বঁটা। আন্তৰ্ৰাষ্ট্ৰীয় পৰ্যায়ত লাভ কৰা সফলতাৰ বাবে ভাৰত চৰকাৰৰ মানৱ সম্পদ উন্নয়ন বিভাগে তেওঁলৈ আগবঢ়ায় স্পেচিয়েল স্পৰ্টছ এৱাৰ্ড। লাভ কৰে তেওঁ সন্মানীয় ৰাষ্ট্ৰীয় ফেয়াৰ প্লে ট্ৰফীও। অৰুণজ্যোতি বৰুৱাই বৰ্তমান দুলীয়াজান অইল ইণ্ডিয়া লিমিটেডত প্ৰবন্ধক (এমপ্লয়ী ৰিলেচন) হিচাপে কাৰ্যনিৰ্বাহ কৰি আছে।☆

# মীনা বৰা



মীনা বৰা

টেবুল টেনিছ খেলুৱৈ মীনা বৰাই '৭৬ চনত নতুন দিল্লীত হোৱা সৰ্বভাৰতীয় আমন্ত্ৰণমূলক টেবুল টেনিছ প্ৰতিযোগিতাত মহিলাৰ ছিংগলছত লাভ কৰে স্বৰ্ণ পদক। তেওঁ আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত স্বদেশক প্ৰথম প্ৰতিনিধিত্ব কৰে ১৯৭৬ চনত কোৰিয়াত অনুষ্ঠিত তৃতীয় এছিয়ান টেবুল টেনিছ চেম্পিয়নশ্বিপত।

নাম তেওঁৰ মীনা বৰা। নামটো উচ্চাৰণ কৰাটো হয়তো সহজ কিন্তু সহজ নহয় তেওঁৰ সন্মুখত ক্ৰীড়া যুদ্ধৰ বাবে অৱতীৰ্ণ হোৱাটো। অক্লান্ত শ্ৰম আৰু দুৰ্দান্ত যুঁজাৰু মনোভাবেৰে মীনা বৰাই ভাৰতীয় টেবুল টেনিছ ক্ষেত্ৰত নিজকে প্ৰতিষ্ঠা কৰিছিল শক্তিশালী প্ৰতিপক্ষ হিচাপে। স্বৰাজ্যত অনায়াসে ইটোৰ পিছত সিটো খিতাপ অৰ্জন কৰা এই খেলুৱৈগৰাকীৰ বাবে যেন সহজ সমীকৰণ হৈ পৰিছিল ৰাষ্ট্ৰীয় ক্ষেত্ৰত প্ৰতিষ্ঠা লাভ কৰাটো। সেয়েহে স্বদেশত কৰা প্ৰদৰ্শনেৰে পেডলাৰগৰাকীয়ে সুযোগ পাইছিল আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰাৰো। নিজস্ব সময়ত মীনাই অসমৰ খেল পথাৰত একক আধিপত্য চলোৱা বুলি ক'ব পাৰি আক্ষৰিক অৰ্থতে। ১৯৭২-৭৬ চনৰ সময়ছোৱাত একেলেথাৰিয়ে পাঁচ বছৰ অসমত ছোৱালী আৰু মহিলা উভয় শাখাতে খেলুৱৈগৰাকীৰ ৰেংক আছিল এক নম্বৰ। কেৱল অসমতে নহয় দিল্লী টেবুল টেনিছ ক্ষেত্ৰতো একক আধিপত্য চলাইছিল এই অসমৰ জীয়ৰীয়ে। ১৯৭৮ চনৰ পৰা ১৯৮২ চনলৈ একেলেথাৰিয়ে পাঁচ বছৰ দিল্লী টেবুল টেনিছ ক্ষেত্ৰত মহিলাৰ শাখাত এক নম্বৰ ৰেংক

প্ৰাপ্ত খেলুৱৈ আছিল মীনা। ১৯৭৫-৭৬ চনৰ সময়ছোৱাত সৰ্বভাৰতীয় ক্ষেত্ৰত জুনিয়ৰ শাখাত মীনাৰ ৰেংক আছিল দুই।

চন ১৯৭১। অসম টেবুল টেনিছ সন্থাই পাটিয়ালাৰ পৰা এজন এন আই এছ প্ৰশিক্ষক আমন্ত্ৰণ কৰি আনিছে ৰাজ্যখনলৈ। আয়োজন কৰিছে অসমৰ বিভিন্ন জিলাত প্ৰশিক্ষণ শিবিৰৰ। ইয়াৰে এটা শিবিৰ অনুষ্ঠিত হৈছিল গোলাঘাটতো। শিবিৰত অংশ লোৱাৰ সুযোগ পালে মীনায়ো। আয়ত্ত কৰিলে টেবুল টেনিছৰ প্ৰাথমিক কৌশল। এনেকৈয়ে আৰম্ভ হ'ল তেওঁ জীৱনৰ এক অন্য যাত্ৰাৰ। প্ৰতিদ্বন্দ্বিতামূলক ক্ষেত্ৰত তেওঁৰ সন্মুখত ধৰা দিলেহি সফলতায়ো। ১৯৭২ চনত তেওঁ অংশ লয় কেৰিয়াৰৰ প্ৰথম প্ৰতিযোগিতা ৰাজ্যিক চেম্পিয়নশ্বিপত। শ্বিলঙত অংশ লোৱা কেৰিয়াৰৰ সেই প্ৰথম প্ৰতিযোগিতাতে তেওঁ জয় কৰে টেবুল টেনিছৰ ছোৱালীৰ শাখাৰ ছিংগলছৰ খিতাপ। ফাইনেলত হৰুৱালে তেওঁ গুৱাহাটীৰ আল্পনা তালুকদাৰক। ১৯৭৩ চনত ৰাজ্যিক ভিত্তিত ছোৱালীৰ শাখাৰ ছিংগলছত ৰূপৰ পদক জয় কৰাৰ লগতে মহিলাৰ শাখাত দলগতভাৱে আৰু ছিংগলছত তেওঁ জয় কৰে স্বৰ্ণ পদক। ১৯৭৪ চনত মহিলাৰ ছিংগলছ-ডাবলছ আৰু দলগত শাখাত খিতাপ জয় কৰি মীনাই অৰ্জন কৰে ত্ৰি -মুকুট। সেই বছৰতে তেওঁ দুৰ্গাপুৰত অনুষ্ঠিত পশ্চিম বংগ ৰাজ্যিক টেবুল টেনিছ চেম্পিয়নশ্বিপত ছোৱালীৰ ছিংগলছৰ খিতাপ অৰ্জন কৰে। গুৱাহাটীত ১৯৭৫ চনত অনুষ্ঠিত অল আছাম ইন্টাৰ মেডিকেল এণ্ড ইনভাইটেচনেল টেবুল টেনিছ চেম্পিয়নশ্বিপত তেওঁ লাভ কৰে ৰূপৰ পদক। ১৯৭৬ চনত সদৌ অসম আমন্ত্ৰণমূলক টেবুল টেনিছ চেম্পিয়নশ্বিপত মহিলাৰ ডাবলছ আৰু ছিংগলছৰ শাখাৰ লগতে মিক্সড ডাবলছৰো খিতাপ লাভ কৰে খেলুৱৈগৰাকীয়ে। একে বছৰতে ৰাজ্যিক চেম্পিয়নশ্বিপত অৰ্জন কৰে দুবাৰকৈ মহিলাৰ শাখাৰ ছিংগলছৰ খিতাপ আৰু এবাৰ ডাবলছ খিতাপ। কেৰিয়াৰত দিল্লীতো বহুকেইখন ৰাজ্যিক চেম্পিয়নশ্বিপত অংশ লৈছিল অসমৰ দুৰন্ত খেলুৱৈগৰাকীয়ে। ১৯৭২, '৭৯ আৰু '৮১ চনত দিল্লীত বাল ভাৰতীয় টেবুল টেনিছ চেম্পিয়নশ্বিপত অংশ লৈ প্ৰথম দুবাৰ মহিলাৰ ছিংগলছত স্বৰ্ণ আৰু তৃতীয়বাৰ ৰূপৰ পদক লাভ কৰে মীনাই। ইয়াৰ উপৰি দিল্লীত অংশ লোৱা অন্যান্য ৰাজ্যিক ভিত্তিৰ প্ৰতিযোগিতাত খেলুৱৈগৰাকীয়ে সাতবাৰকৈ স্বৰ্ণ পদক অৰ্জন কৰিছিল। ১৯৭৭-৭৮ আৰু ১৯৭৯ চনত সৰ্বভাৰতীয় আন্তঃ বিশ্ববিদ্যালয় টেবুল টেনিছ চেম্পিয়নশ্বিপত দিল্লী বিশ্ববিদ্যালয়ক নেতৃত্ব দিয়া মীনাই নিজ বিশ্ববিদ্যালয়ৰ হৈ দলগত শাখাত খিতাপ জয় কৰিছিল ১৯৭৯-৮০ চনত।

ৰাষ্ট্ৰীয় পৰ্যায়ত এই খেলুৱৈগৰাকীয়ে প্ৰথম সফলতা লাভ কৰিছিল ১৯৭৪ চনত। সেই বছৰ আগ্ৰাত অনুষ্ঠিত নেচনেল স্কুল গেমছত ছোৱালীৰ শাখাত মীনাৰ নেতৃত্বত

খিতাপ জয় কৰে অসম দলে। একে বছৰতে মাদ্ৰাজত হোৱা নেচনেল এণ্ড ইণ্টাৰ ষ্টেট টেবুল টেনিছ চেম্পিয়নশ্বিপত মীনাৰ নেতৃত্বত অসম দলে জুনিয়ৰ শাখাৰ ছোৱালীৰ দলগত খিতাপ জয় কৰে। '৭৪ চনতে ৱেষ্টাৰ্ণ ইণ্ডিয়া টেবুল টেনিছ চেম্পিয়নশ্বিপ আৰু ইষ্টাৰ্ণ ইণ্ডিয়া টেবুল টেনিছ চেম্পিয়নশ্বিপত ছোৱালীৰ ছিংগলছত ক্ৰমে সোণ আৰু ৰূপৰ পদক জয় কৰে অসমৰ এই প্ৰতিভাবান খেলুৱৈগৰাকীয়ে। নতুন দিল্লীত ১৯৭৫ আৰু' ৭৬ চনত অংশ লোৱা ক্ৰমে প্ৰথম আৰু দ্বিতীয় ইণ্টাৰনেচনেল ৱমেনছ ইয়েৰ নেচনেল টেবুল টেনিছ চেম্পিয়নশ্বিপত মীনাৰ নেতৃত্বত মহিলা দলে লাভ কৰে ক্ৰমে সোণ আৰু ৰূপৰ পদক। '৭৫ চনত তেওঁৰ নেতৃত্বত নেচনেল স্কুল গেমছত অসমৰ ছোৱালী দলে দলগতভাৱে লাভ কৰে স্বৰ্ণ পদক। '৭৬ চনত নতুন দিল্লীত হোৱা সৰ্বভাৰতীয় আমন্ত্ৰণমূলক টেবুল টেনিছ প্ৰতিযোগিতাত তেওঁ মহিলাৰ ছিংগলছত লাভ কৰে স্বৰ্ণ পদক। ১৯৭৬ আৰু ১৯৮০ চনত নেচনেল এণ্ড ইণ্টাৰ ষ্টেট টেবুল টেনিছ চেম্পিয়নশ্বিপত ক্ৰমে জুনিয়ৰ গাৰ্লছৰ দলগত শাখাত আৰু মহিলাৰ দলগত শাখাত সোণ আৰু ৰূপৰ পদক জয় কৰে তেওঁ। অল ইণ্ডিয়া ইনষ্টিটিউট অব মেডিকেল প্ৰাচত ১৯৮০ চনত মহিলাৰ দলগত শাখাত ৰূপৰ পদক বিজয়ী খেলুৱৈগৰাকীয়ে ১৯৮০ আৰু ১৯৮২ চনত নৰ্দান ইণ্ডিয়া টেবুল টেনিছ চেম্পিয়নশ্বিপত মহিলাৰ দলগত শাখাত সোণৰ পদক লাভ কৰে। অসমৰ এই দুৰ্দান্ত খেলুৱৈগৰাকীয়ে আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত স্বদেশক প্ৰথম প্ৰতিনিধিত্ব কৰে ১৯৭৬ চনত। কোৰিয়াত অনুষ্ঠিত তৃতীয় এছিয়ান টেবুল টেনিছ চেম্পিয়নশ্বিপত ভাৰতৰ মহিলা দলৰ হৈ তেওঁ অংশ লয়। ১৯৮২ চনৰ নতুন দিল্লী এছিয়ান গেমছৰ বাবে হোৱা ভাৰতীয় মহিলা দলৰ ট্ৰায়েলতো অংশ লোৱাৰ সুযোগ পায় তেওঁ।

ক্ৰীড়া আৰু শিক্ষা জীৱন উভয়কে সুন্দৰভাৱে আগুৱাই নিবলৈ সক্ষম হোৱা মীনা বৰাৰ জন্ম ১৯৫৯ চনৰ ৭ ফেব্ৰুৱাৰীত গোলাঘাটত। দেউতাকৰ নাম কেশৰাম বৰা আৰু মাকৰ নাম ৰাঙলী প্ৰভা বৰা। তেওঁ স্কুলীয়া আৰু উচ্চতৰ মাধ্যমিক শিক্ষা গ্ৰহণ কৰে গোলাঘাটৰ গভৰ্ণমেণ্ট হাইস্কুল আৰু গভৰ্ণমেণ্ট হায়াৰ ছেকেণ্ডাৰী স্কুলত। দিল্লী বিশ্ববিদ্যালয়ৰ অধীনৰ মিৰাণ্ডা হাউছ কলেজৰ পৰা স্নাতক ডিগ্ৰী লোৱা মীনা বৰাই দিল্লী স্কুল অব ইকনমিকছৰ পৰা ভূগোল বিভাগত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। দিল্লী বিশ্ববিদ্যালয়ৰ অন্তৰ্গত কেম্পাছ ল' চেণ্টাৰৰ পৰা তেওঁ লাভ কৰে এল এল বি ডিগ্ৰীও। মীনা বৰাই বৰ্তমান দিল্লীৰ ভাৰতীয় ক্ৰীড়া প্ৰাধিকৰণত সঞ্চালক হিচাপে কাৰ্যনিৰ্বাহ কৰি আছে। কেৰিয়াৰত আগবাঢ়ি যোৱাৰ ক্ষেত্ৰত মাক-দেউতাক বিশেষকৈ মাকে তেওঁক অনুপ্ৰাণিত কৰিছিল। খেলা-ধূলাৰ জগতত অজস্ৰ সফলতা অৰ্জন কৰিলেও, দলগত শাখাত ৰাষ্ট্ৰীয় পৰ্যায়ত বহু সফলতা লাভ কৰিলেও ছিংগলছৰ ছিনিয়ৰ নেচনেল খিতাপ

অৰ্জন কৰিব নোৱৰাৰ আক্ষেপ থাকি যায় তেওঁৰ মনত। ১৯৭৪ চনত ইণ্ডোৰত অনুষ্ঠিত নেচনেল টেবুল টেনিছ চেম্পিয়নশ্বিপত প্ৰথম বাছনি লাভ কৰিছিল মীনাই। কিন্তু মাত্ৰ এদিন আগেয়ে অসুস্থ হৈ পৰাত প্ৰতিযোগিতাখনত অংশ ল'ব নোৱাৰিলে তেওঁ। সুযোগ হেৰুৱালে ১৯৭৫ চনত কলকাতাত অনুষ্ঠিত বিশ্ব টেবুল টেনিছ চেম্পিয়নশ্বিপৰ বাবে দলত স্থান লাভৰো। ১৯৭৬ চনত তেওঁ ভাৰতীয় দলত স্থান পাইছিল বাৰ্মিংহামত হোৱা বিশ্ব টেবুল টেনিছ চেম্পিয়নশ্বিপত অংশ লোৱাৰ বাবে। কিন্তু সেই সময়ত ভাৰতত জৰুৰী অৱস্থা বাহাল থকাত ফেডাৰেচনে প্ৰতিযোগিতাখনৰ বাবে ভাৰতীয় দল প্ৰেৰণ নকৰিলে। এনেদৰে বিভিন্ন সময়ত ভিন্ন স্বপ্ন অপূৰণীয় হৈ ৰ'ল মীনাৰ। থাকি গ'ল এক জীৱনজোৰা আক্ষেপ। অসমৰ এই খেলুৱৈগৰাকী এতিয়াও ৰোমাঞ্চিত হৈ উঠে ১৯৭৪ চনত ৰাষ্ট্ৰীয় চেম্পিয়নশ্বিপত ছোৱালী দলৰ হৈ পদ্মাৱতী ট্ৰফী জয়ৰ কথা ৰোমন্থন কৰি। অসমৰ টেবুল টেনিছৰ ইতিহাসত প্ৰথমবাৰৰ বাবে সেইবাৰ ছোৱালী দলে লাভ কৰিছিল ৰাষ্ট্ৰীয় খিতাপ। উল্লেখনীয় যে দলটোৰ নেতৃত্বত আছিল মীনা। কেৰিয়াৰত তপন বসু, নিহাল সিং ঠাকুৰ, পংকজ বুটালীয়া, কিম ছুং আদিৰ দৰে প্ৰশিক্ষকৰ অধীনত প্ৰশিক্ষণ লোৱা এই খেলুৱৈগৰাকীয়ে গ্ৰন্থ অধ্যয়ন কৰি, গান শুনি আৰু নতুন নতুন ঠাই ভ্ৰমণ কৰি খুবেই ভাল পায়। সুস্বাদু আহাৰৰ জুতি লোৱাটোও তেওঁৰ আন এক চখ। খেল পথাৰৰ প্ৰদৰ্শনেৰে ক্ৰীড়া বৃত্তিও লাভ কৰিবলৈ সক্ষম হৈছিল এই পেডলাৰগৰাকীয়ে। ১৯৭৩-১৯৭৬ চনৰ সময়ছোৱাত এন আই এছ পাটিয়ালাৰ পৰা তেওঁ লাভ কৰে স্পৰ্টছ টেলেণ্ট ছাৰ্চ স্ক'লাৰশ্বিপ। ১৯৭৭ চনৰ পৰা ১৯৮০ চনলৈ একেলেথাৰিয়ে তেওঁ বিশ্ববিদ্যালয়ৰ পৰা নেচনেল স্পৰ্টছ টেলেণ্ট ছাৰ্চ স্ক'লাৰশ্বিপ লাভ কৰিছিল। ১৯৮০-৮১ চনত অসম চৰকাৰে মীনালৈ আগবঢ়াই ৰাজ্যিক ক্ৰীড়া বঁটা। সেই বঁটা গ্ৰহণ কৰিছিল তেওঁ সেই সময়ৰ কেন্দ্ৰীয় গৃহমন্ত্ৰী প্ৰণৱ মুখাৰ্জীৰ পৰা। কেন্দ্ৰীয় মন্ত্ৰী জগদীশ টাইটলাৰৰ পৰা ১৯৮১-৮২ চনত খেলুৱৈগৰাকীয়ে গ্ৰহণ কৰে দিল্লী বিশ্ববিদ্যালয়ৰ 'আউটষ্টেণ্ডিং স্পৰ্টছ ৱুমেন এৱাৰ্ড'। বৰ্ণিল জীৱনত খোজ দিয়া প্ৰতিটো ক্ষেত্ৰতে অসীম দক্ষতাৰে নিজক প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হোৱা মীনা বৰাই গঢ়ি তুলিবলৈ সক্ষম হৈছে এক নিজস্ব ইমেজ।☆



*প্ৰতিযোগিতাত অংশ লোৱাৰ সময়ত মীনা বৰা*

# ৰাহুল দত্ত



ৰাহুল দত্ত

টেবুল টেনিছ খেলুৱৈ ৰাহুল দত্তৰ জন্ম হৈছিল ১৯৬৭ চনত গুৱাহাটীত। ’৮৫-’৮৬ চনত তেওঁ অংশ লয়গৈ টকিঅ’ত অনুষ্ঠিত আমন্ত্ৰণমূলক প্ৰতিযোগিতা অল জাপান অ’পেনত। ’৮৬-’৮৭ চনত নতুন দিল্লীত অনুষ্ঠিত বিশ্ব টেবুল টেনিছ চেম্পিয়নশ্বিপত তেওঁ ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰে।

দেউতাকে ফুটবল খেলিছিল, ক্ৰিকেট খেলিছিল। চাকৰিও কৰিছিল অসম চৰকাৰৰ ক্ৰীড়া সঞ্চালকালয়ত। এনেদৰেই সৰুতেই ঘৰতে এক ক্ৰীড়াৰ পৰিৱেশ লাভ কৰিছিল ৰাহুল দত্তই। ভাল পাই পেলাইছিল খেলা-ধূলাৰ জগতখন। সেয়েহে টেবুল টেনিছ ক্ষেত্ৰত ভৰি দিয়াৰ পিছৰে পৰা তেওঁ ক্ৰমাগতভাৱে নিজকে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছিল এই জগতখনত। ৰাজ্যিক বা ৰাষ্ট্ৰীয় পৰ্যায়তে সীমাবদ্ধ হৈ নৰ’ল। ৰাহুলৰ প্ৰতিভাই বিস্তৃতি লাভ কৰিলে আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰ পৰ্যন্ত। অৰ্জন কৰিলে তেওঁ আন্তঃৰাষ্ট্ৰীয় প্ৰতিযোগিতাত স্বদেশক প্ৰতিনিধিত্ব কৰাৰ গৌৰৱ। গুৱাহাটী ডনবস্ক’ স্কুলত পঢ়ি থাকোতেই প্ৰথম টেবুল টেনিছৰ সৈতে জড়িত হৈ পৰিছিল এই ক্ৰীড়াবিদজন। — সেয়া ১৯৭৭ চনৰ জুলাই মাহৰ কথা। ডনবস্ক’ স্কুলৰ ফাডাৰ টি টি থমাছে এন আই এছ ক’চ নিহাল সিং ঠাকুৰৰ দ্বাৰা এটা প্ৰশিক্ষণ শিবিৰৰ আয়োজন কৰিছিল বিদ্যালয়ত। ৰাহুল তেতিয়া ষষ্ঠ শ্ৰেণীৰ ছাত্ৰ। মাক-দেউতাকৰ অনুমতি লৈ তেঁৱো যোগ দিলে ক’চিং কেম্পটোত। কেম্পত কৰা সুন্দৰ প্ৰদৰ্শনেৰে লাহে লাহে তেওঁ একাত্মবোধ কৰিলে টেবুল টেনিছৰ

জগতখনৰ লগত। আৰম্ভ কৰি দিলে প্ৰতিদ্বন্দ্বিতামূলক ক্ষেত্ৰলৈ প্ৰস্তুতি।

ৰাহুল দত্তৰ কেৰিয়াৰৰ প্ৰথম প্ৰতিযোগিতাখন হৈছে ১৯৭৯ চনত নুনমাটি বিফাইনেৰিত অনুষ্ঠিত সদৌ অসম টেবুল টেনিছ চেম্পিয়নশ্বিপ। প্ৰতিযোগিতাখনত কোনো খিতাপ অৰ্জন কৰিব নোৱাৰিলেও তেওঁ লাভ কৰে শ্ৰেষ্ঠ প্ৰতিশ্ৰুতিসম্পন্ন খেলুৱৈৰ বঁটা। ১৯৮১ চনত তেওঁ অংশ লয় সৰ্বভাৰতীয় ডনবস্কো মীটত। প্ৰতিযোগিতাখনত গুৱাহাটী ডনবস্কোৰ হৈ তেওঁলোকে লাভ কৰে চেম্পিয়নৰ সন্মান। ৰাজ্যিক পৰ্যায়ত ১৯৮১ আৰু ১৯৮৩ চনত উভয় বছৰতে সদৌ অসম টেবুল টেনিছ চেম্পিয়নশ্বিপত জুনিয়ৰ শাখাৰ খিতাপ জয় কৰে ৰাহুলে। ১৯৮৪ চনত তেজপুৰত অনুষ্ঠিত ৰাজ্যিক চেম্পিয়নশ্বিপত তেওঁ অৰ্জন কৰে ছিনিয়ৰ শাখাৰ খিতাপ। ১৯৮৬ চনত শিৱসাগৰত অনুষ্ঠিত ছিনিয়ৰ টেবুল টেনিছ চেম্পিয়নশ্বিপত পুৰুষৰ শাখাৰ খিতাপ জয় কৰে ৰাহুলে। ৰাষ্ট্ৰীয় পৰ্যায়ত খেলুৱৈজনে প্ৰথমটো সফলতা পায় ১৯৮২ চনত ইন্দোৰত অনুষ্ঠিত জুনিয়ৰ নেচনেল টেবুল টেনিছ চেম্পিয়নশ্বিপত। প্ৰতিযোগিতাখনত অসমৰ হৈ তেওঁ দলগতভাৱে চেম্পিয়নৰ সন্মান অৰ্জন কৰে। ছিংগলছৰ ফাইনেলত দলীয় সতীৰ্থ অৰুণজ্যোতি বৰুৱাৰ হাতত পৰাস্ত হৈ ৰাৰ্ণাছ আপত ক্ষান্ত থাকিব লগা হয় তেওঁ। ইয়াৰ আগৰ বছৰ দুৰ্গাপুৰত হোৱা নেচনেল ছাব-জুনিয়ৰ চেম্পিয়নশ্বিপত কোৱাৰ্টাৰ ফাইনেলতে নিৰ্বাপিত হৈছিল তেওঁৰ খিতাপৰ আশা। ১৯৮৩-৮৪ চনত দিল্লীত অনুষ্ঠিত নেচনেল জুনিয়ৰ চেম্পিয়নশ্বিপত ৰাহুলে ৰাৰ্ণাছ আপৰ সন্মান অৰ্জন কৰে। ১৯৮৪ চনত ৰাষ্ট্ৰীয় পৰ্যায়ত পুৰুষৰ টীম ট্ৰায়েলত দ্বিতীয় হৈ ভাৰতীয় দলত স্থান লাভ কৰিছিল তেওঁ। ১৯৮৫ চনত কলকাতাত অনুষ্ঠিত নেচনেল চেম্পিয়নশ্বিপত ছেমি ফাইনেলত পৰাস্ত হোৱা খেলুৱৈজনে পূব মাণ্ডলিক চেম্পিয়নশ্বিপত দুবাৰকৈ ৰাৰ্ণাছ আপৰ সন্মান অৰ্জন কৰিছিল। ১৯৯৯ চনত ভাৰতীয় ৰেল দলৰ হৈ তেওঁ জয় কৰে নেচনেল চেম্পিয়নশ্বিপৰ ডাবলছ শাখাৰ খিতাপ। ৰাহুল দত্তৰ কেৰিয়াৰৰ প্ৰথমখন আন্তঃৰাষ্ট্ৰীয় প্ৰতিযোগিতা আছিল ইছলামাবাদত অনুষ্ঠিত এছিয়ান চেম্পিয়নশ্বিপ। ৩৬খন দেশে অংশ লোৱা প্ৰতিযোগিতাখনত দলগতভাৱে তেওঁলোকে পঞ্চম স্থান অৰ্জন কৰিছিল। ৮৪-৮৫ চনত ভাৰতীয় দলৰ হৈ তেওঁ অংশ লয় ইণ্ডিয়া- ইউ এ ই টেষ্ট মেচত। শাৰজাহ, ডুবাই আৰু আবু ধাবিত হোৱা প্ৰতিযোগিতাত তেওঁলোক ৩-০ ব্যৱধানত জয়ী হয়। ৮৫-৮৬ চনত দুমাহৰ বাবে তেওঁ অংশ লয়গৈ টকিঅ'ত অনুষ্ঠিত আমন্ত্ৰণমূলক প্ৰতিযোগিতা অল জাপান অ'পেনত। ৮৬-৮৭ চনত নতুন দিল্লীত অনুষ্ঠিত বিশ্ব টেবুল টেনিছ চেম্পিয়নশ্বিপত তেওঁ ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰে। প্ৰতিযোগিতাৰ ছিংগলছত তেওঁ পৰাস্ত হয় তৃতীয় ৰাউণ্ডত। দলগত হিচাপে ভাৰত দ্বাদশ স্থানত থাকে। উল্লেখ্য,

কেৰিয়াৰৰ বহু কেইখন প্ৰতিযোগিতাত ৰাহুলৰ দলীয় সতীৰ্থ হিচাপে আছিল অৰুণজ্যোতি বৰুৱা।

নিজস্ব সময়ত কমলেশ মেহতাৰ বাহিৰে দেশৰ প্ৰায়বোৰ আগশাৰীৰ খেলুৱৈক পৰাস্ত কৰা এই পেডলাৰজনৰ জন্ম হৈছিল ১৯৬৭ চনৰ ২২ ছেপ্টেম্বৰত গুৱাহাটীত। তেওঁৰ দেউতাক হৰিৎলোচন দত্ত আৰু মাক নিৰ্মলা দত্ত। ক্ৰীড়া জীৱনত আগবাঢ়ি যোৱাৰ বাটত তেওঁক সদায় অনুপ্ৰাণিত কৰি আহিছিল মাক-দেউতাকে। বহু কেইখন ৰাষ্ট্ৰীয় প্ৰতিযোগিতাত ফাইনেলত উপনীত হ'লেও ছিনিয়ৰ পৰ্যায়ত ৰাষ্ট্ৰীয় চেম্পিয়ন হ'ব নোৱাৰাৰ আক্ষেপ থাকি গ'ল ৰাহুলৰ মনত। প্ৰকাশ পাডুকন আৰু বিজয় অমৃতৰাজক আইডল হিচাপে গণ্য কৰা এই খেলুৱৈজনে কেৰিয়াৰত প্ৰি অলিম্পিক ট্ৰায়েলত অংশ লোৱাৰ সুযোগ পাইছিল যদিও বৃহৎ ক্ৰীড়া মহোৎসৱখনৰ বাবে ভাৰতীয় দলত স্থান লাভ কৰিবলৈ সক্ষম নহ'ল। টেবুল টেনিছ ক্ষেত্ৰত নিজকে প্ৰতিষ্ঠা কৰাৰ বাবে প্ৰশিক্ষক নিহাল সিং ঠাকুৰৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ কৰে তেওঁ। শ্বিলঙৰ এডমাগুছ আৰু গুৱাহাটীৰ কটনত কলেজীয়া শিক্ষা লোৱা ৰাহুলে অৰ্থনীতি বিষয়ত স্নাতক ডিগ্ৰী লয় মুম্বাই জয়হিন্দ কলেজৰ পৰা। ১৯৮৬ চনত পশ্চিম ৰেলৱেত চাকৰি জীৱন আৰম্ভ কৰা খেলুৱৈজন তেতিয়াৰে পৰা মুম্বাইৰ বাসিন্দা। নিজস্ব সময়ত মহাৰাষ্ট্ৰৰো এক নম্বৰ খেলুৱৈ হিচাপে চিহ্নিত হৈ থাকিলেও অসমৰ প্ৰতি থকা দুৰ্বলতাৰ বাবেই ৰাষ্ট্ৰীয় প্ৰতিযোগিতাসমূহত প্ৰতিনিধিত্ব কৰিছিল ঘৰুৱা দলটোক। সফলতাৰ শীৰ্ষত থকাৰ সময়ত সৰ্বভাৰতীয় ছিনিয়ৰ ক্ষেত্ৰত ৰাহুলৰ ৰেংকিং আছিল এক। ক্ৰীড়া ক্ষেত্ৰলৈ আগবঢ়োৱা অৱদানৰ বাবে ৰাজ্য চৰকাৰে প্ৰদান কৰা লাচিত বঁটা লাভ কৰাটো জীৱনৰ স্মৰণীয় মুহূৰ্ত হিচাপে অনুভৱ কৰে ৰাহুলে। তেওঁৰ হবি গান শুনা আৰু কিতাপ পঢ়া। বিখ্যাত খেলুৱৈ আৰু বিশ্বৰ মহান লোকসকলৰ জীৱনী আৰু আত্মজীৱনীয়ে সদায়ে আকৰ্ষণ কৰি আহিছে ৰাহুল দত্তক।☆

# মদালসা হাজৰিকা



মদালসা হাজৰিকা

১৯৮২ চনত ভাৰতীয় ৰেলৱে দলক প্ৰতিনিধিত্ব কৰি মদালসা হাজৰিকাই অংশ লয় ছুইজাৰলেণ্ডত হোৱা ৱৰ্ল্ড ইণ্টাৰ ৰেলৱে টেবুল টেনিছ চেম্পিয়নশ্বিপত। মহিলাৰ ডাবলছত তেওঁ লাভ কৰে ব্ৰঞ্জৰ পদক। ১৯৮৪ চনত তেওঁ অংশ লয় ইছলামাবাদত হোৱা এছিয়ান টেবুল টেনিছ চেম্পিয়নশ্বিপত।

ল'ৰালিত স্বগৃহতে এক খেলা-ধূলাৰ পৰিৱেশ লাভ কৰিছিল মদালসা হাজৰিকাই। প্ৰথমে ল'ন টেনিছ তাৰ পিছত তেওঁ হাতত তুলি লৈছিল টেবুল টেনিছৰ ৰেকেট। এঘাৰ বছৰ বয়সত মদালসা ভৰ্তি হৈছিল গুৱাহাটীৰ নেহৰু ষ্টেডিয়ামত থকা কনকলতা ইনডৰ ষ্টেডিয়ামত টেবুল টেনিছ খেলাৰ বাবে। ক্ৰমাগতভাৱে তেওঁ আয়ত্ত কৰি পেলাইছিল টেবুল টেনিছৰ স্বাভাৱিক ছন্দ। আৰু এদিন ৰাজ্যিক আৰু ৰাষ্ট্ৰীয় পৰ্যায় অতিক্ৰমী স্বদেশৰ হৈ আন্তৰ্জাতিক ক্ষেত্ৰতো উজ্জ্বল প্ৰতিভাৰ পৰিচয় দিছিল মদালসা হাজৰিকাই। ক্ৰীড়া মানচিত্ৰত এক বিশেষ স্থান দিবলৈ সক্ষম হৈছিল অসমৰ টেবুল টেনিছক। ১৯৬৩ চনৰ ৩০ অক্টোবৰত গুৱাহাটীত জন্ম লাভ কৰা মদালসাই প্ৰথমবাৰৰ বাবে আন্তঃজিলা টেবুল টেনিছ প্ৰতিযোগিতাত অংশ লয় ১৯৭৪ চনত নগাঁৱত। ১৯৭৫ চনত জয়পুৰত হোৱা পদ্মাৱতী ট্ৰফীত ৰাজ্যিক জুনিয়ৰ দলক প্ৰতিনিধিত্ব কৰি তেওঁ দলগতভাৱে খিতাপ জয় কৰিবলৈ সক্ষম হয়। চমৎকাৰ প্ৰদৰ্শনৰ ধাৰাবাহিকতা অক্ষুণ্ণ ৰাখি ১৯৭৫-১৯৭৯ চনলৈকে একেলেথাৰিয়ে পাঁচবাৰ পদ্মাৱতী ট্ৰফী জয় কৰে মদালসাই। এই আটাইকেইবাৰতে তেওঁৰ সংগী আছিল

অসমৰ টেবুল টেনিছ ক্ষেত্ৰৰ আন এক শক্তি মনালিছা বৰুৱা। ১৯৭৮ চনত কেৰিয়াৰৰ এক অবিস্মৰণীয় মুহূৰ্তই অপেক্ষা কৰি আছিল মদালসাৰ বাবে। সেই বছৰ উদয়পুৰত অনুষ্ঠিত জুনিয়ৰ নেচনেল টেবুল টেনিছ প্ৰতিযোগিতাত চেম্পিয়নশ্বিপ অৰ্জন কৰে এই অসম কন্যাই। ফাইনেলত তেওঁ পৰাস্ত কৰিছিল ৰাজস্থানৰ শ্ৰদ্ধা শৰ্মাক। সেই সময়ত ছোৱালীৰ শাখাত মদালসাৰ ৰেংকিঙৰ উত্তৰণ ঘটিছিল এক নং স্থানলৈ। আন্তঃৰাজ্যিক আৰু নেচনেল টেবুল টেনিছ ছেম্পিয়নশ্বিপত অসম আৰু পেট্ৰলিয়াম স্পৰ্টছ কণ্ট্ৰল ব'ৰ্ডক প্ৰতিনিধিত্ব কৰি তিনিবাৰকৈ জয়লক্ষ্মী ট্ৰফীৰ খিতাপ জয় কৰিছিল মদালসাই। ১৯৮৬ চনত জ'নেল ৰেংকিং টুৰ্ণামেণ্টত কৰা প্ৰদৰ্শনেৰে খেলুৱৈগৰাকী অধিষ্ঠিত হৈছিল ভাৰতৰ তিনি নম্বৰ স্থানত। মিড টাৰ্ম ক্লাচিফিকেচন লিষ্টত তেওঁ স্থান পাইছিল শীৰ্ষত।

ৰাষ্ট্ৰীয় পৰ্যায়ত কৰা সুন্দৰ প্ৰদৰ্শনৰ সুবাদত মদালসাই সুযোগ পাইছিল একাধিক আন্তৰ্জাতিক প্ৰতিযোগিতাত প্ৰতিনিধিত্ব কৰাৰ বাবে। ১৯৮২ চনত ভাৰতীয় ৰেলৱেক প্ৰতিনিধিত্ব কৰি তেওঁ অংশ লয় ছুইজাৰলেণ্ডত হোৱা ৱৰ্ল্ড ইণ্টাৰ ৰেলৱে টেবুল টেনিছ চেম্পিয়নশ্বিপত। মহিলাৰ ডাবলছত তেওঁ লাভ কৰে ব্ৰঞ্জৰ পদক। ১৯৮৪ চনত মদালসাই অংশ লয় ইছলামাবাদত হোৱা এছিয়ান টেবুল টেনিছ চেম্পিয়নশ্বিপত। ১৯৮৭ চনত খেলুৱৈগৰাকীয়ে দিল্লীত হোৱা বিশ্ব টেবুল টেনিছ চেম্পিয়নশ্বিপত ভাৰতক প্ৰতিনিধিত্ব কৰে। একে বৰ্ষতে মিয়ামিত হোৱা ইউ এছ অপেন টেবুল টেনিছ চেম্পিয়নশ্বিপতো অংশ লয় মদালসাই। ১৯৭৫ৰ পৰা ১৯৯২ চনলৈ তেওঁ অসম, ভাৰতীয় ৰেল আৰু পেট্ৰলিয়াম স্পৰ্টছ কন্ট্ৰল ব'ৰ্ডৰ হৈ বিভিন্ন প্ৰতিযোগিতাত অংশ লৈছিল।



পিতৃ-মাতৃ আৰু ৰাষ্ট্ৰীয় খেলুৱৈ গৌতম (ভাতৃ) আৰু ঘৃতাচী (ভনীৰ) সৈতে ঘৰুৱা পৰিৱেশত মদালসা হাজৰিকা

গুৱাহাটীৰ ছেইন্ট মেৰিজত স্কুলীয়া শিক্ষা লোৱা মদালসা হাজৰিকাই ঐচ্ছিক গণিতত লেটাৰ মাৰ্ক পাই মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হৈছিল। কটন কলেজৰ পৰা এনপ্ৰ'পলজিত প্ৰথম শ্ৰেণীৰ দ্বিতীয় স্থান লাভ কৰি বিজ্ঞানৰ স্নাতক ডিগ্ৰী লাভ কৰে তেওঁ। ছিকিম মণিপাল ইউনিভাৰচিটীৰ পৰা এম বি এ সম্পূৰ্ণ কৰে। সৰুতেই ঘৰতে খেলা-ধূলাৰ পৰিবেশ লাভ কৰা পেডলাৰগৰাকীৰ ভাই গৌতম হাজৰিকা আৰু ভগ্নী ঘৃতাচী হাজৰিকায়ো জুনিয়ৰ পৰ্যায়ত ৰাষ্ট্ৰীয় টেবুল টেনিছ প্ৰতিযোগিতাত অংশ লৈছিল। কেৰিয়াৰত আগবাঢ়ি যোৱাৰ বাবে মদালসাই শ্ৰদ্ধাৰে সোঁৱৰে সেই সময়ৰ অসম দলৰ প্ৰশিক্ষক নিহাল সিং ঠাকুৰৰ কথা। কেৰিয়াৰত তেওঁক অনবৰতে উৎসাহ যোগাই আছিছিল পিতৃ নগেন হাজৰিকা আৰু মাতৃ কাঞ্চন হাজৰিকাই। ১৯৮৫ চনত অইল ইণ্ডিয়াৰ চাকৰিত যোগ দিয়ে মদালসাই। তেওঁ বৰ্তমান অইলৰ মেনেজাৰ পাব্লিক ৰিলেছনছ হিচাপে কাৰ্য নিৰ্বাহ কৰি আছে। ইয়াৰ আগেয়ে কেইবছৰমান সেৱা আগবঢ়াইছিল ভাৰতীয় ৰেলতো। অসমৰ এই টেবুল টেনিছ খেলুৱৈগৰাকীৰ স্বপ্ন আছিল স্বদেশক অলিম্পিকত প্ৰতিনিধিত্ব কৰাৰ। কিন্তু সেই স্বপ্ন তেওঁৰ অপূৰণ হৈয়ে ৰ'ল। ১৯৮৯ চনৰ ২৪ নৱেম্বৰত মদালসা বিবাহ পাশত আবদ্ধ হয় মাধুৰ্য বৰুৱাৰ সৈতে। তেওঁলোকৰ একমাত্ৰ কন্যা সন্তান সুকন্যা। কেৰিয়াৰৰ অন্তিম প্ৰতিযোগিতা হিচাপে বম্বে নেচনেলত অংশ লোৱা মদালসাই আজৰি সময়ত গান শুনে, ভাল পাই নিৰ্বাচিত গল্পৰ কিতাপপঢ়ি।✍

# কাৰ্ফিউ ৰয়



**কাৰ্ফিউ ৰয়**

নৱম শ্ৰেণীত পঢ়ি থকা অৱস্থাতে টেবুল টেনিছ খেলুৱৈ কাৰ্ফিউ ৰয়ে জাপানত অংশ লৈছিল ক'চিং কাম ইনভাইটেচনেল টুৰ্ণামেণ্টত। ১৯৮৪ চনত ছুইজাৰলেণ্ডত ছিনিয়ৰ ৱৰ্ল্ড ৰেংকিং মীটত অংশ লয় কাৰ্ফিউৱে। একে বছৰতে তেওঁ লণ্ডনত ইংলেণ্ডৰ বিৰুদ্ধে টেষ্ট মেচত অংশ লয়।

**কাৰ্ফিউ** ৰয় তেতিয়া গুৱাহাটী ডনবস্ক' স্কুলৰ ছাত্ৰ। খুব ক্ৰিকেট খেলে লগৰীয়াৰ লগত। বাওঁহতীয়া কাৰ্ফিউৱে ক্ৰিকেট খেলুৱৈ হিচাপেই নিজকে গঢ়ি তোলাৰ সপোন দেখে। কিন্তু ক্ৰীডাক্ষেত্ৰত তেওঁৰ পথটো খোলা আছিল বেলেগ এখন জগতত হে। স্কুলৰ ফাডাৰ টি টি থমাছ, ফাডাৰ যোচেফ থেলেকেট আৰু ক্ৰীডা বিষয়ৰ শিক্ষক কাৰ্তিক ফুকনে এদিন তেওঁক মাতি নি বুজালে— অসমত আউটডৰ খেলৰ ফিউচাৰ নাই। অনবৰত খেলপথাৰ পানীৰে বুৰি থাকে। ইনড'ৰ গেমত মন দে তই। সেই সময়তে ডনবস্কত নিহাল সিং ঠাকুৰৰ অধীনত টেবল টেনিছৰ এটা প্ৰশিক্ষণ শিবিৰ অনুষ্ঠিত হৈছিল। সেই শিবিৰত কাৰ্ফিউক দিবৰ বাবে স্কুল কৰ্তৃপক্ষই অনুৰোধ কৰিলে তেওঁৰ দেউতাকক। এনেকৈয়ে সপ্তম শ্ৰেণীত পঢ়ি থাকোতে ক্ৰিকেটৰ পৰা আহি টেবুল টেনিছ ক্ষেত্ৰখনৰ সৈতে জড়িত হৈ পৰিল খেলুৱৈজন। নিজস্ব ক্ৰীড়া নৈপুণ্যৰে ৰাজ্যিক আৰু ৰাষ্ট্ৰীয় পৰ্যায়ত সফলতা লাভ কৰাৰ লগতে আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত স্বদেশক প্ৰতিনিধিত্ব কৰাবো সুযোগ পালে পেডলাৰজনে।

কাৰ্ফিউ ৰয়ৰ টেবুল টেনিছ কেৰিয়াৰৰ প্ৰথম প্ৰতিযোগিতা আছিল গুৱাহাটীত হোৱা এখন ছাব-জুনিয়ৰ ৰাজ্যিক চেম্পিয়নশ্বিপ। প্ৰতিযোগিতাখনত কিন্তু তেওঁ ভাল প্ৰদৰ্শন কৰিব নোৱাৰিলে। কেৰিয়াৰৰ প্ৰথম খোজতে সন্মুখীন হোৱা ব্যৰ্থতা অতিক্ৰম কৰিবলৈ কঠোৰ অনুশীলন আৰম্ভ কৰি দিলে স্কুলীয়া ছাত্ৰজনে। ক্ৰমাগতভাৱে লাভ কৰিলে সফলতাও। ৰাজ্যিক ক্ষেত্ৰত কাৰ্ফিউৱে ১৯৭৮ আৰু ১৯৭৯ চনত লাভ কৰিলে ছাব-জুনিয়ৰ শাখাৰ চেম্পিয়নৰ সন্মান। ১৯৮১-১৯৮২ চনৰ সময়ছোৱাত দুবাৰকৈ জুনিয়ৰ পৰ্যায়ৰ খিতাপ জয় কৰাৰ লগতে এই সময়ত তেওঁ পুৰুষৰ শাখাৰ চেম্পিয়নশ্বিপো অৰ্জন কৰে। কেৰিয়াৰৰ প্ৰাথমিক অৱস্থাতে বম্বেত অনুষ্ঠিত ৱেষ্ট জ'নৰ খেলত জুনিয়ৰ পৰ্যায়ত তেওঁ ভাৰতৰ ক্ৰমে চাৰি আৰু পাঁচ নম্বৰ খেলুৱৈ মনিছ নাগৰাজ আৰু প্ৰকাশ পাঞ্জাবীক প্ৰি-কোৱাৰ্টাৰ আৰু কোৱাৰ্টাৰ ফাইনেলত পৰাস্ত কৰি নিজস্ব প্ৰতিভাৰ প্ৰমাণ দিছিল। ১৯৭৮ চনত এলাহবাদত অনুষ্ঠিত নেচনেল চেম্পিয়নশ্বিপত ছাব-জুনিয়ৰ শাখাৰ খিতাপ অৰ্জন কৰে কাৰ্ফিউৱে। ১৯৮০চনত গৌতম হাজৰিকাক সংগী কৰি নেচনেল চেম্পিয়নশ্বিপত জুনিয়ৰ ডাবলছৰ সন্মান অৰ্জন কৰে তেওঁ। জুনিয়ৰ পৰ্যায়ত কৰা সুন্দৰ প্ৰদৰ্শনেৰে ১৯৭৯ চনত সৰ্বভাৰতীয় ক্ষেত্ৰত কাৰ্ফিউৰ ৰেংকিং উত্তৰণ ঘটিছিল দুইলৈ। ১৯৮২ চনত দিল্লীত অনুষ্ঠিত ৰাষ্ট্ৰীয় চেম্পিয়নশ্বিপত মদালসা হাজৰিকাক সংগী কৰি তেওঁ জয় কৰে ছিনিয়ৰ পৰ্যায়ৰ মিক্সড ডাবলছৰ খিতাপ। ইষ্ট জ'ন অল ইণ্ডিয়া ৰেংকিং প্ৰতিযোগিতাত ১৯৮৪ চনত কাৰ্ফিউৱে অৰ্জন কৰে পুৰুষৰ শাখাৰ চেম্পিয়নৰ সন্মান। কলকাতাত হোৱা প্ৰতিযোগিতাখনৰ ফাইনেলত গেলুৱৈজনে পৰাস্ত কৰে তামিলনাডুৰ চন্দ্ৰ মৌলিক। উল্লেখ্য, ছিনিয়ৰ পৰ্যায়ৰ পুৰুষৰ শাখাত ৰেংকিং লাভ কৰা কাৰ্ফিউ হৈছে অসমৰ প্ৰথমজন খেলুৱৈ। ইয়োৰত হোৱা ছিনিয়ৰ নেচনেল চেম্পিয়নশ্বিপত তেওঁ ৰেংকিং লাভ কৰিছিল। প্ৰতিযোগিতাখনত তেওঁ ৰাষ্ট্ৰীয় চেম্পিয়ন আৰু হাৰি (তামিলনাডু), সুজয় ঘোৰপাৰেৰ (মহাৰাষ্ট্ৰ) দৰে খেলুৱৈক পৰাস্ত কৰিছিল। ১৯৮৩ চনত কটকত অনুষ্ঠিত হোৱা ফেডাৰেচন কাপত কাৰ্ফিউৱে দলগতভাৱে চেম্পিয়নৰ সন্মান অৰ্জন কৰে। প্ৰতিযোগিতাখনত তেওঁলোকে পৰাস্ত কৰে পশ্চিম বংগক। ১৯৮৪ চনত গৌতম হাজৰিকাক সংগী হিচাপে লৈ কাৰ্ফিউৱে ৰাণাৰ্ছ আপৰ সন্মান অৰ্জন কৰে ছাউথ জ'ন ৰেংকিং টুৰ্ণামেণ্টত। অসমৰ এই প্ৰতিভাবান পেডলাৰজনে কেৰিয়াৰত প্ৰথমবাৰৰ বাবে ভাৰতক প্ৰতিনিধিত্ব কৰাৰ সুযোগ পাইছিল ১৯৭৯ চনতে। নৱম শ্ৰেণীত পঢ়ি থকা অৱস্থাতে তেওঁ তেতিয়া অংশ লৈছিল জাপানত ক'চিং কাম ইনভাইটেচনেল টুৰ্ণামেণ্টত। প্ৰথমবাৰৰ বাবে ভাৰতীয় দলত স্থান লাভ কৰি অভিভূত হৈ পৰিছিল কাৰ্ফিউ। মাক-দেউতাকৰ পৰা আঁতৰি দুমাহ দিন ধৰি জাপানত থাকিবাগৈ এই কথা সেই

স্কুলীয়া ল'ৰাটোৱে তেতিয়া কল্পনাই কৰা নাছিল। স্কুলীয়া অৱস্থাতে লাভ কৰা এই অপ্ৰত্যাশিত সুযোগৰ কথা এতিয়াও অবিস্মৰণীয় হৈ আছে খেলুৱৈজনৰ মনত। ১৯৮৪ চনত ছুইজাৰলেণ্ডত ছিনিয়ৰ ৱ'ৰ্ল্ড ৰেলৱে মীটত অংশ লয় কাৰ্ফিউৱে। একে বছৰতে তেওঁ লণ্ডনত ইংলেণ্ডৰ বিৰুদ্ধে টেষ্ট মেচত অংশ লয়। ইণ্ডোনেছিয়া আৰু মালয়েছিয়াৰ বিৰুদ্ধেও টেষ্টত অংশ লয় খেলুৱৈজনে। ছুইজাৰলেণ্ডত মিক্সড ডাবলছত মদালসা হাজৰিকাক সংগী কৰি তেওঁ কোৱাৰ্টাৰ ফাইনেল পৰ্যন্ত আগুৱাইছিল।



গুৱাহাটীত জন্ম হোৱা কাৰ্ফিউৰ দেউতাক ব্ৰজেন্দ্ৰ কুমাৰ ৰয় আৰু মাক সুনীতি ৰয়। পাণবজাৰ ডনবস্কত স্কুলীয়া আৰু কটনত কলেজীয়া শিক্ষা লাভ কৰা খেলুৱৈজনে ১৯৯২ চনত বিবাহপাশত আবদ্ধ হয় প্ৰাক্তন ৰাষ্ট্ৰীয় টেবুল টেনিছ খেলুৱৈ মিতা সিনহাৰ সৈতে। কাৰ্ফিউৱে কেৰিয়াৰত আগবাঢ়ি যোৱাৰ ক্ষেত্ৰত অনুপ্ৰেৰণা লাভ কৰিছিল বিভিন্ন জনৰ পৰা। এই ক্ষেত্ৰত তেওঁ বিশেষভাৱে উল্লেখ কৰে মাক-দেউতাকৰ লগতে ক্ৰীড়া সংগঠক ফণী শৰ্মা আৰু ডনবস্ক'ৰ ফাডাৰ টি টি থমাছৰ কথা। অসমৰ এই খেলুৱৈজনৰ সপোন আছিল ছিনিয়ৰ শাখাত ৰাষ্ট্ৰীয় চেম্পিয়নশ্বিপ অৰ্জন কৰা। কিন্তু তেওঁ সফল নহ'ল। থাকি গ'ল এক জীৱনজোৰা আক্ষেপ। ষ্টেট বেংকৰ চাকৰিৰ পৰা বাধ্যতামূলক অৱসৰ লোৱা কাৰ্ফিউৱে প্ৰয়াস চলাইছে তৰুণ প্ৰজন্মক টেবুল টেনিছৰ ক্ষেত্ৰখনত আগুৱাই নিয়াৰ বাবেও। তেওঁ নিজাকৈ প্ৰতিষ্ঠা কৰিছে বি কে আৰ টেবুল টেনিছ ক'চিং একাডেমী। এই প্ৰতিভাৱান প্ৰাক্তন খেলুৱৈজনে আজৰি সময়ত ভাল পাই গান শুনি, চিনেমা চাই।☆

# মিতা সিন্‌হা ৰয়

চৰুৰে পৰাই খেলা-ধূলা ভাল পাইছিল মিতা সিন্‌হাই। স্কুলীয়া দিনত প্ৰাৰম্ভিক অৱস্থাত তেওঁ হকী খেলিছিল, দৌৰিছিল। অলপ অচৰপ জড়িত আছিল প্ৰায় সকলোবোৰ খেলতে। এনেকৈয়ে এদিন তেওঁৰ সম্পৰ্ক গঢ়ি উঠিল টেবুল টেনিছ জগতখনৰ লগতো। উৎসাহী মিতাক সেই সময়ৰ বিখ্যাত প্ৰশিক্ষক নিহাল সিং ঠাকুৰে এদিন টেবুল টেনিছত ভালকৈ মনোনিবেশ কৰিবলৈ ক'লে। নেহৰু ষ্টেডিয়ামত ১৯৭৮ চনৰ পৰা তেওঁ আৰম্ভ কৰিলে টেবুল টেনিছৰ প্ৰশিক্ষণ। ছমাহৰ ভিতৰতে নিজৰ খেলৰ মান যথেষ্ট উন্নত কৰিবলৈ সক্ষম হোৱা পেডলাৰগৰাকীয়ে ভৰি দিলেহি প্ৰতিদ্বন্দ্বিতামূলক ক্ষেত্ৰতো। ১৯৭৯ চনত তেওঁ ৰাজ্যৰ বাহিৰত কেৰিয়াৰৰ প্ৰথমখন টুৰ্ণামেণ্টত অংশ ল'লে হায়দৰাবাদত হোৱা ছাউথ জ'ন চেম্পিয়নশ্বিপত। প্ৰতিযোগিতাখনত ছাব-জুনিয়ৰ শাখাৰ ফাইনেলত মিতা পৰাস্ত হ'ল নিয়তি ৰয়ৰ বিৰুদ্ধে। অমায়িক আৰু অল্পভাষী মিতা সিন্‌হাই নিজস্ব সময়ত ৰাজ্যিক আৰু ৰাষ্ট্ৰীয় উভয় পৰ্যায়তে নিজৰ সুনিপুণ ক্ৰীড়া দক্ষতাৰ প্ৰমাণ দিবলৈ সক্ষম হৈছিল। ৰাষ্ট্ৰীয় পৰ্যায়ত কৰা প্ৰদৰ্শনেৰে তেওঁ



মিতা সিন্‌হা ৰয়

১৯৮২ চনৰ পৰা ১৯৮৪ চনলৈ মিতা সিনহা ৰয়ে একেলেথাৰিয়ে তিনি বছৰ অৰ্জন কৰিছিল টেবুল টেনিছত ছোৱালীৰ ৰাষ্ট্ৰীয় চেম্পিয়নৰ খিতাপ। ১৯৮০ চনত কলকাতাত পঞ্চম এছিয়ান টেবুল টেনিছ চেম্পিয়নশ্বিপত তেওঁ স্বদেশক প্ৰতিনিধিত্ব কৰে। '৮২ চনত মিতায়ে মুম্বাইত অনুষ্ঠিত ৱ'মেনছ কমনৱেলথ টেবুল টেনিছ চেম্পিয়নশ্বিপত অংশ লয়।

একাধিকবাৰ স্বদেশক প্ৰতিনিধিত্ব কৰাৰ সুযোগ পাইছিল আন্তঃৰাষ্ট্ৰীয় প্ৰেক্ষাপটতো। জুনিয়ৰ পৰ্যায়ত সৰ্বভাৰতীয় ক্ষেত্ৰত মিতাৰ প্ৰদৰ্শন আছিল দুৰ্দান্ত। সক্ষম হৈছিল তেওঁ সেই সময়ৰ যিকোনো আগশাৰীৰ খেলুৱৈকে কাবু কৰিবলৈ। ১৯৮২ চনৰ পৰা ১৯৮৪ চনলৈ এই অসম সন্তানে একেলেথাৰিয়ে তিনি বছৰ অৰ্জন কৰিছিল ছোৱালীৰ ৰাষ্ট্ৰীয় চেম্পিয়নৰ খিতাপ। চাৰি বছৰ ধৰি জুনিয়ৰ পৰ্যায়ত তেওঁৰ ৰেংকিং আছিল এক। ছিনিয়ৰ পৰ্যায়ত সৰ্বোচ্চ আঠ নং ৰেংকিং লাভ কৰিছিল খেলুৱৈগৰাকীয়ে।

ৰাজ্যিক পৰ্যায়ত ১৯৮৬ চনত ডিব্ৰুগড়ত হোৱা আন্তঃজিলা টেবুল টেনিছ প্ৰতিযোগিতাত মহিলাৰ ছিংগলছ চেম্পিয়নৰ খিতাপ অৰ্জন কৰিছিল মিতাই। ১৯৮৫ আৰু ১৯৮৭ চনত মহিলাৰ ছিংগলছ শাখাত তেওঁ ৰানাৰ্ছ আপৰ সন্মান অৰ্জন কৰিছিল। কেৰিয়াৰৰ প্ৰাৰম্ভিক পৰ্যায়তে ৰাষ্ট্ৰীয় প্ৰতিযোগিতাত নিজৰ প্ৰতিভাৰ প্ৰমাণ দিছিল এই খেলুৱৈগৰাকীয়ে। ১৯৭৯ চনত উদয়পুৰত হোৱা ৪০ তম্ নেচনেল আৰু ইন্টাৰ ষ্টেট চেম্পিয়নশ্বিপত ছোৱালীৰ দলগত শাখাৰ খিতাপ জয়েৰে মিতাই অৰ্জন কৰিছিল পদ্মাৱতী ট্ৰফী। ১৯৮০ চনত দুৰ্গাপুৰত হোৱা একে প্ৰতিযোগিতাত অসমৰ হৈ খেলুৱৈগৰাকীয়ে ছোৱালীৰ শাখাত পদ্মাৱতী ট্ৰফী জয় কৰে। ১৯৮১ চনত বাংগালোৰত হোৱা ৪২ তম্ নেচনেল এণ্ড ইন্টাৰ ষ্টেট চেম্পিয়নশ্বিপত পেডলাৰগৰাকীয়ে ছাব-জুনিয়ৰ ছোৱালীৰ শাখাত খিতাপ জয় কৰিবলৈ সক্ষম হয়। ইয়াৰ পিছৰ বছৰত নেচনেল চেম্পিয়নশ্বিপত মহিলাৰ দলগত শাখাত ৰাৰ্নাছ আপৰ সন্মান লাভ কৰাৰ বিপৰীতে ছোৱালীৰ ছিংগলছ আৰু ছোৱালীৰ ডাবলছ উভয়তে খিতাপ অৰ্জন ক'ৰে তেওঁ। ইন্দোৰত ১৯৮৩ চনত হোৱা নেচনেল এণ্ড ইন্টাৰ ষ্টেট টেবুল টেনিছ চেম্পিয়নশ্বিপত খেলুৱৈগৰাকীয়ে ছোৱালীৰ ছিংগলছ আৰু ডাবলছ উভয় শাখাৰ খিতাপ জয় কৰাৰ লগতে অৰ্জন কৰে পদ্মাৱতী ট্ৰফীও। ১৯৮৬ চনত ভূপালত হোৱা ৰাষ্ট্ৰীয় চেম্পিয়নশ্বিপত মহিলাৰ দলগত শাখাৰ খিতাপ জয় কৰা মিতা মহিলাৰ ছিংগলছত সন্তুষ্ট থাকিব লগা হয় অষ্টম স্থানতে। ১৯৮৭ চনত এলাহাবাদত হোৱা নেচনেল এণ্ড ইন্টাৰ ষ্টেট টেবুল টেনিছ চেম্পিয়নশ্বিপত মহিলাৰ শাখাত ডাবলছৰ খিতাপ জয় কৰে লগতে মহিলাৰ দলগত শাখাত তেওঁলোকে তৃতীয় স্থান অৰ্জন কৰে। একে বৰ্ষতে ত্ৰিবান্দ্ৰমত হোৱা ৰাষ্ট্ৰীয় ক্ৰীড়াত মহিলাৰ দলগত শাখাৰ চেম্পিয়নশ্বিপ অৰ্জন কৰে মিতাই। কেৰিয়াৰত বহুকেইখন মাণ্ডলিক টুৰ্ণামেন্টতো সফলতা লাভ কৰিছিল এই খেলুৱৈগৰাকীয়ে। ১৯৮০ চনত ছাউথ জ'নত ছাব- জুনিয়ৰ শাখাৰ চেম্পিয়নশ্বিপ অৰ্জন কৰা খেলুৱৈগৰাকীয়ে ১৯৮১ আৰু ৮৫ চনত লাভ কৰে ছোৱালীৰ শাখাৰ খিতাপ। ৱেষ্ট জ'নত চাৰিবাৰকৈ তেওঁ জয় কৰিছিল ছোৱালীৰ ছিংগলছৰ খিতাপ। চেণ্ট্ৰেল জ'নতো তেওঁ দুবাৰকৈ ছিংগলছৰ চেম্পিয়নশ্বিপ অৰ্জন কৰিছিল। নৰ্থ জ'নতো

দুবাৰকৈ লাভ কৰিছিল মিতাই ছোৱালীৰ শাখাৰ ছিংগলছৰ সন্মান।

অসমৰ এই প্ৰতিভাৱান খেলুৱৈগৰাকীয়ে আন্তৰ্জাতিক ভৰত স্বদেশক প্ৰথম প্ৰতিনিধিত্ব কৰাৰ সুযোগ পায় ১৯৮০ চনত। সেইবাৰ কলকাতাত অনুষ্ঠিত পঞ্চম এছিয়ান টেবুল টেনিছ চেম্পিয়নশ্বিপত তেওঁ স্বদেশৰ হৈ অংশ লয়। প্ৰতিযোগিতাখনত তেওঁ অগ্ৰগতি লাভ কৰে কোৱাৰ্টাৰ ফাইনেল পৰ্যন্ত। একে বছৰতে তেওঁ ছিউলত উচ্চ পৰ্যায়ৰ প্ৰশিক্ষণ লোৱাৰ লগতে ছিউল অ'পেন টি টি চেম্পিয়নশ্বিপতো অংশ লয়। ১৯৮২ চনত জাকাৰ্টাত তেওঁ ভাৰতীয় দলক জুনিয়ৰ শাখাত প্ৰতিনিধিত্ব কৰে এছিয়ান টেবুল টেনিছ চেম্পিয়নশ্বিপত। প্ৰতিযোগিতাত তেওঁ লাভ কৰে পঞ্চম স্থান। একেবৰ্ষতে অধিনায়ক হিচাপে মিতাই ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰে আংকাৰাত হোৱা ইন্টাৰনেচনেল



জুনিয়ৰ টেবুল টেনিছ চেম্পিয়নশ্বিপত। ’৮২ চনত অসমৰ এই খেলুৱৈগৰাকীয়ে অংশ লোৱা তৃতীয়খন আন্তঃৰাষ্ট্ৰীয় প্ৰতিযোগিতা আছিল ব’মেনছ কমনৱেলথ টেবুল টেনিছ চেম্পিয়নশ্বিপ। প্ৰতিযোগিতাখন অনুষ্ঠিত হৈছিল মুম্বাইত। ১৯৮৩ চনত তেওঁ সুযোগ পায় বাহৰেইনত হোৱা প্ৰথম এছিয়ান কাপ টেবুল টেনিছ চেম্পিয়নশ্বিপত স্বদেশৰ হৈ অংশ লোৱাৰ বাবে। প্ৰতিযোগিতাখনত তেওঁ আছিল ভাৰতীয় দলৰ অধিনায়ক। লাভ কৰে তেওঁলোকে চতুৰ্থ স্থান। একেটা বৰ্ষতে জাপানত এমাহ ধৰি উচ্চ পৰ্যায়ৰ প্ৰশিক্ষণ গ্ৰহণ কৰা মিতাই অংশ লয় জাপান অ’পেন টেবুল টেনিছ চেম্পিয়নশ্বিপত। প্ৰতিযোগিতাখনত তেওঁ ছোৱালীৰ শাখাৰ চেম্পিয়নৰ খিতাপ লাভ কৰে। ১৯৮৪ চনত আন্তৰ্জাতিক স্তৰত তেওঁ লাভ কৰে আন এক সফলতা। সেইবাৰ ইন্দোৰত হোৱা চতুৰ্থ পেণ্টাগুলাৰ টেবুল টেনিছ চেম্পিয়নশ্বিপত ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰি মহিলাৰ দলগত শাখাত তেওঁ অৰ্জন কৰে বিজয়ীৰ সন্মান।

অসমৰ এই প্ৰতিভাৱান টেবুল টেনিছ খেলুৱৈগৰাকীৰ জন্ম গুৱাহাটীত ১৯৬৭ চনৰ ২১ মে’ত। তেওঁৰ দেউতাক অপূৰ্ব কুমাৰ সিন্‌হা আৰু মাক অণিমা সিন্‌হা। বেংগলী গাৰ্লছ হাইস্কুল আৰু কেন্দ্ৰীয় বিদ্যালয়ত স্কুলীয়া শিক্ষা গ্ৰহণ কৰা মিতাই স্নাতক ডিগ্ৰী লয় কটন কলেজৰ পৰা। তেওঁ এল এল বিও সম্পূৰ্ণ কৰে। ১৯৮৬ চনত উত্তৰ- পূব সীমান্ত ৰেলৱেত ৱেলফেয়াৰ অফিচাৰ হিচাপে যোগদান কৰে যদিও আঢ়ৈ বছৰৰ পিছতে তেওঁ চাকৰি জীৱনৰ পৰা আঁতৰি আহে। ১৯৯০ চনত আন্তঃৰাষ্ট্ৰীয় টেবুল টেনিছ খেলুৱৈ কাৰ্ফিউ ৰয়ৰ সৈতে বিবাহ পাশত আবদ্ধ হৈ মিতা পৰিচিত হয় মিতা সিন্‌হা ৰয় হিচাপে। কেৰিয়াৰত নিয়তি ৰয়ৰ সৈতে কৰা প্ৰতিদ্বন্দ্বিতাসমূহৰ কথা ৰোমন্থন কৰি ভাল পোৱা মিতাই একেলেথাৰিয়ে তিনিবাৰকৈ জুনিয়ৰ পৰ্যায়ৰ খিতাপ অৰ্জনেৰে লাভ কৰে সফলতাক জীৱনৰ বিশেষ স্মৰণীয় মুহূৰ্ত হিচাপে অভিহিত কৰে। তেওঁ ৰোমাঞ্চিত হৈ পৰে বম্বেত হোৱা কমনৱেলথ গেমছত প্ৰথমবাৰৰ বাবে স্বদেশক ছিনিয়ৰ পৰ্যায়ত প্ৰতিনিধিত্ব কৰাৰ সুযোগ লাভ কৰাৰ কথা ভাবিও। ক্ৰীড়া ক্ষেত্ৰত আগবাঢ়ি যোৱাত উৎসাহিত কৰা বাবে তেওঁ বিশেষভাৱে কৃতজ্ঞতা প্ৰকাশ কৰে চি আৰ ভৌমিকৰ প্ৰতি। এইজন ব্যক্তিয়ে খেলজগতত প্ৰতিটো দিশতে আগবাঢ়ি যোৱাত তেওঁক প্ৰয়োজনীয় পৰামৰ্শৰে উৎসাহিত কৰিছিল। জীৱনত বিভিন্ন ৰাষ্ট্ৰীয় প্ৰতিযোগিতাত সফলতা লাভ কৰিলেও ছিংগলছত ছিনিয়ৰ নেচনেলৰ খিতাপ অৰ্জন কৰিব নোৱৰা দুখে তেওঁক আজিও আমনি কৰে। কেৰিয়াৰ প্ৰাপ্তিৰ বাবে মিতাই শ্ৰদ্ধাৰে সোঁৱৰে প্ৰশিক্ষক নিহাল সিং ঠাকুৰৰ অৱদানৰ কথা। বিভিন্ন খেলা-ধূলা ভাল পোৱাৰ লগতে আজৰি সময়ত তেওঁ অধ্যয়ন কৰে বিভিন্ন গ্ৰন্থও। ক্লাছিক ন’ভেল পঢ়াটো মিতাৰ বিশেষ চখ।☆

# অভিজিৎ ভট্টাচাৰ্য



**অভিজিৎ ভট্টাচাৰ্য**

**১৯৭৮ চনত তেজপুৰত জন্ম হোৱা ভলীবল খেলুৱৈ অভিজিতে মাদ্ৰাজত হোৱা বিশ্বকাপৰ কোৱালিফায়াৰত ভাৰতীয় দলৰ অধিনায়ক হোৱাৰ সুযোগ লাভ কৰিছিল। ২০০৩ চনত ৰোমানিয়াত হোৱা টমিছ কাপত দেশৰ হৈ ৰ্বৰ্ণাচ্ছ আপৰ সন্মান লাভ কৰা খেলুৱৈজনে ২০০১ চনত ইছলামাবাদ ছাফ গেমছত ভাৰতীয় দলৰ হৈ স্বৰ্ণ পদক অৰ্জন কৰে।**

**উ**চ্চতা তেওঁৰ ১৯৬ চেণ্টিমিটাৰ। আচৰণ অমায়িক, নম্ৰ অথচ অতিশয় স্মাৰ্ট। বাকপটুও। নাম অভিজিৎ ভট্টাচাৰ্য। ভাৰতৰ ছিনিয়ৰ দলক প্ৰতিনিধিত্ব কৰা অসমৰ একমাত্ৰ ভলীবল খেলুৱৈ তেওঁ। আত্মবিশ্বাস আৰু অসীম ধৈৰ্য্যৰে তেওঁ ভাৰতীয় ভলীবল ক্ষেত্ৰত অকলেই যেন উজ্জ্বলাই তোলাৰ প্ৰয়াস কৰিছে অসমৰ ডেকা শক্তিৰ সক্ষমতাক। কেৱল এজন সদস্য হিচাপে দেশক প্ৰতিনিধিত্ব কৰিয়ে ক্ষান্ত থকা নাই অভিজিতে। দুবাৰকৈ নেতৃত্ব দিছে ভাৰতীয় জাতীয় দলকো। সুনিপুণ ক্ৰীড়া দক্ষতাৰে নিৰ্বাচকৰ মন জয় কৰিব পৰা বাবেই তেওঁ লাভ কৰিছে এনে সন্মান।

তেজপুৰৰ যুৱক অভিজিৎ জন্ম ১৯৭৮ চনৰ ২৭ ডিচেম্বৰত। দেউতাক গংগাচৰণ ভট্টাচাৰ্য আৰু মাক অপৰ্ণা ভট্টাচাৰ্য। ল'ৰালিতে যেতিয়া ক্ৰীড়া ক্ষেত্ৰত ভৰি দিছিল তেতিয়া অৱশ্যে ভলীবল নহয় বেডমিণ্টনহে খেলিছিল অভিজিতে। কিন্তু বেডমিণ্টনত প্ৰয়োজনীয় শৈলী প্ৰদৰ্শন কৰাত ব্যৰ্থ হোৱাত প্ৰশিক্ষক দিব্যজ্যোতি ভাগৱতীৰ পৰামৰ্শ ক্ৰমে তেওঁ মনোনিৱেশ কৰিবলৈ লয় ভলীবলত। তেতিয়া তেওঁ ক্লাছ ফাইভ নে ছিক্সৰ ছাত্ৰ। ভাগৱতীৰ পৰামৰ্শই কাম দিলে। ক্ৰমাৎ ভলীবলত

দক্ষ হৈ উঠিল অভিজিৎ। ১৯৮৮ চনত বাংগালোৰত হোৱা 'ছাই'ৰ এন এছ চি চি স্ক্রিমৰ পৰীক্ষাত উত্তীৰ্ণ হৈ তেজপুৰৰ এই যুৱকজন ভৰ্তি হয় গোৱালপাৰা সৈনিক স্কুলত। ১৯৯২-৯৩ চনত তেজপুৰক প্ৰতিনিধিত্ব কৰি অভিজিতে অংশ লয় আন্তঃজিলা ছাব-জুনিয়ৰ ভলীবল প্ৰতিযোগিতাত। ১৯৯৫ চনত তেওঁ নিজ জিলাক প্ৰতিনিধিত্ব কৰে জুনিয়ৰ পৰ্যায়ত। সেই বছৰতে কৰ্ণাটকত হোৱা জুনিয়ৰ নেচনেল ভলীবল প্ৰতিযোগিতাত প্ৰথমবাৰৰ বাবে স্ব-ৰাজ্যক প্ৰতিনিধিত্ব কৰাৰ পিচত তেওঁ অংশ লয় চণ্ডীগড়ৰ ছাব-জুনিয়ৰ নেচনেল স্কুল চেম্পিয়নশ্বিপতো। প্ৰতিযোগিতাখনত সুন্দৰ প্ৰদৰ্শন দাঙি ধৰিছিল অভিজিতে। ফলত তেওঁ আমন্ত্রিত হ'ল ভাৰতীয় দললৈ। ১৯৯৬ চনত মাকাউত অনুষ্ঠিত এছিয়ান স্কুল চেম্পিয়নশ্বিপত তেওঁ প্ৰতিনিধিত্ব কৰে ভাৰতক। প্ৰতিযোগিতাখনত প্ৰতিপক্ষৰ বিৰুদ্ধে অভিজিতৰ প্ৰদৰ্শন আছিল দুৰ্দান্ত। সেয়েহে প্ৰথমবাৰ স্বদেশক প্ৰতিনিধিত্ব কৰিয়ে এছিয়ান স্কুল চেম্পিয়নশ্বিপত তেওঁ সন্মানিত হয় বেষ্ট ব্লকাৰ হিচাপে। এনে প্ৰদৰ্শনেৰে ভাৰতৰ ভলীবল ক্ষেত্ৰত নবোদিত নক্ষত্ৰ হিচাপে ধৰা দিয়ে অভিজিতে। ১৯৯৭ চনত তেওঁ স্থান পাই বিশাপট্টনমত থকা নেচনেল ভলীবল একাডেমীত। ইয়াত তেওঁ প্ৰশিক্ষণ লোৱাৰ সুযোগ পাই ভাৰতৰ আগশাৰীৰ প্ৰশিক্ষক শ্যাম সুন্দৰ ৰাওৰ অধীনত। ১৯৯৮ চনত ইৰাণত হোৱা জুনিয়ৰ এছিয়ান চেম্পিয়নশ্বিপত ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰা অভিজিতে সেই বছৰেই ছিনিয়ৰ দলক প্ৰতিনিধিত্ব কৰি ডুবাইত ৰেছিদ ইণ্টাৰনেচনেল ভলীবল চেম্পিয়নশ্বিপত দেশৰ হৈ স্বৰ্ণ পদক জয় কৰে। ১৯৯৯ চনত কাঠমাণ্ডুত হোৱা ছাফ গেমছতো ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰে তেওঁ। অৰ্জন কৰে স্বৰ্ণ পদক। ২০০০ আৰু ২০০১ চনত ডুবাইৰ ৰেছিদ ইণ্টাৰনেচনেল ভলীবল প্ৰতিযোগিতাত ব্ৰ'ঞ্জৰ পদক জয় কৰাৰ পিচত ২০০২ চনত পুনৰ ভাৰতৰ হৈ লাভ কৰে সোণৰ পদক। ভাৰতীয় ভলীবল দলৰ নিয়মীয়া সদস্য হৈ পৰা অভিজিতে ২০০২ চনত হায়দৰাবাদত হোৱা শিৱাস্তী গ'ল্ড কাপত দেশৰ হৈ স্বৰ্ণ পদক জয় কৰে। সেই একে বছৰতে পৰম প্ৰত্যাশাৰে তেওঁ ভাৰতক প্ৰতিনিধিত্ব কৰিছিল বুছান এছিয়ান গেমছত। আশা কৰিছিল এছিয়ান গেমছৰ স্বৰ্ণ পদক। কিন্তু প্ৰত্যাশা কৰাৰ দৰে ফল নাপালে অভিজিতৰ দলে। সন্তুষ্ট থাকিল পঞ্চম স্থানত। থাকি গ'ল মনত এছিয়ান গেমছত স্বৰ্ণ লাভ কৰিব নোৱাৰাৰ জীৱনজোৰা আক্ষেপ। ২০০৩ চনত ৰোমানিয়াত হোৱা টমিছ কাপত দেশৰ হৈ ৰ্বাৰ্ণাছ আপৰ সন্মান লাভ কৰা খেলুৱৈজনে সেই একে বছৰতে চীনত অংশ লয় ছিনিয়ৰ এছিয়ান চেম্পিয়নশ্বিপত। ২০০১ চনত ইছলামাবাদত ছাফ গেমছত অভিজিতৰ দলে লাভ কৰে স্বৰ্ণ পদক। ২০০৫ চনত এক বৃহৎ সন্মানে অপেক্ষা কৰি আছিল অভিজিতৰ বাবে। মাদ্ৰাজত হোৱা বিশ্বকাপৰ কোৱালিফায়াৰত ভাৰতীয় দলৰ অধিনায়ক হোৱাৰ



প্ৰতিদ্বন্দ্বিতাত অৱতীৰ্ণ হোৱাৰ সময়ত অভিজিৎ

সুযোগ লাভ কৰে অভিজিতে। এনে সুযোগ লাভ কৰা তেওঁ প্ৰথম আৰু একমাত্ৰ অসমীয়া। সেয়েহে ৰাজ্যৰ সংবাদমাধ্যমৰ বিশেষভাৱে চৰ্চিত হৈছিল বিশ্বকাপৰ কোৱালিফায়াৰত দেশক নেতৃত্ব দিয়া খেলুৱৈজনৰ নাম। উল্লেখ্য যে ২০০২ চনত টিউনিছিয়াত হোৱা আন এক প্ৰতিযোগিতাতো দেশক নেতৃত্ব দিয়াৰ কৃতিত্ব অৰ্জন কৰিছিল অভিজিতে। অসমৰ হৈ ছিনিয়ৰ নেচনেলত মাত্ৰ এবাৰ অংশ লোৱা খেলুৱৈজনে লুধিয়ানা নেচনেল গেমছত উত্তৰ প্ৰদেশৰ হৈ অৰ্জন কৰিছিল ৰূপৰ পদক। কেৰিয়াৰত তেওঁ প্ৰতিনিধিত্ব কৰিছে অন্ধ্ৰ প্ৰদেশ, উত্তৰাঞ্চল, উত্তৰ প্ৰদেশ আৰু অসমক। তিনিখন ৰাজ্যক নেতৃত্ব দিয়াৰ সুযোগ পাইছে। শেহতীয়াকৈ অভিজিতে মনোনিৱেশ কৰিছে বীচ ভলীবলত। ২০০৭ চনত তেওঁ অংশ লৈছে এছিয়ান চাৰ্কিট বীচ ভলীবলত। ১৯৯৮ চনত ডেৰাডুনত অ' এন জি চি ৰ চাকৰিত যোগ দিয়া এই অসম সন্তানে আজিও সময়ত কিতাপ পঢ়ি আৰু লিখা-মেলা কৰি ভাল পায়। কেৰিয়াৰত উৎসাহিত কৰাৰ বাবে তেওঁ বিশেষভাৱে কৃতজ্ঞতা স্বীকাৰ কৰে মাক-দেউতাক, বায়েক মনমী, ৰুণমী আৰু প্ৰথম প্ৰশিক্ষক দিব্যজ্যোতি ভাগৱতীৰ। অভিজিতৰ বিশ্বাস আগুৱাই যোৱাৰ বাবে হৃদয়ত লাগে বিশাল স্বপ্ন, খ্যাতিক চুই চোৱাৰ হেঁপাহ।✲



বিজিত গগৈ



মহাদেৱ ডেকা

# অলিম্পিক স্পৰ্টছৰ বাহিৰৰ ক্ষেত্ৰত এপাক

**অলিম্পিক** স্পৰ্টছৰ বাহিৰৰ ইভেণ্টসমূহতো বহু অসমীয়া খেলুৱৈয়ে স্বদেশক প্ৰতিনিধিত্ব কৰাৰ সুযোগ পাইছে। লাভ কৰিছে সফলতাও। এইসকল খেলুৱৈৰ সফলতাত নিশ্চিতভাৱে গৰ্বিত ৰাজ্যবাসী। এই ইভেণ্টসমূহৰ প্ৰচুৰ প্ৰতিভাৱান খেলুৱৈয়ে আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ত নিজস্ব প্ৰতিভাৰ প্ৰমাণ দিবলৈ সক্ষম হৈছে। নিজস্ব ইভেণ্টতো অলিম্পিকত অন্তৰ্ভুক্ত হ'লে তেওঁলোকে যে পদক আজুৰি আনিব সেয়াও নিশ্চিত। অলিম্পিক স্পৰ্টছৰ বাহিৰৰ ইভেণ্টসমূহত স্বদেশক প্ৰতিনিধিত্ব কৰা অসমীয়া খেলুৱৈসকলৰ বিষয়ে এই আলোচনাত সংক্ষিপ্তভাৱে উল্লেখ কৰিম।

**আৰ্ম ৰেছলিং ঃ** আৰ্ম ৰেছলিং আমাৰ মাজত জনপ্ৰিয় পাঞ্জা হিচাপে। ১৯৭৫ চনত ভাৰতে প্ৰথম অংশ লৈছিল বিশ্ব পাঞ্জা প্ৰতিযোগিতাত। সেই দলৰ সদস্য আছিল অসমৰ ৰাজেন্দ্ৰ কুমাৰ মিলিও। তেতিয়াৰে পৰাই বহু অসমীয়া খেলুৱৈয়ে বিশ্বৰ বিভিন্ন ঠাইত পাঞ্জা প্ৰতিযোগিতাত ভাৰতক প্ৰতিনিধিত্ব কৰাৰ সুযোগ লাভ কৰিছে। আন্তঃৰাষ্ট্ৰীয়

ক্ষেত্ৰত স্বদেশক প্ৰতিনিধিত্ব কৰা ৰাজ্যখনৰ অন্যান্য পাঞ্জা খেলুৱৈসকল হ'ল— মাধৱী গগৈ, আবদাত হুছেইন, অৰূপ বৰা, ফাইজ আহমেদ, কালিকা প্ৰসাদ দত্ত, যোগেন পাটোৱাৰী, ৰেবা গগৈ, অৰূপ বৰঠাকুৰ, বিতোপন সোণোৱাল, বৰ্ণালী ভূঞা, স্বৰ্ণালী ভূঞা, এলভিন ডাইচ, দিগন্ত ফুকন। ইয়াৰ ভিতৰৰ কেবাগৰাকী খেলুৱৈয়ে বিশ্ব পাঞ্জা প্ৰতিযোগিতাত পজিশ্যন লাভ কৰিবলৈ সক্ষম হৈছে।

**বক্সিং ঃ** পুৰুষৰ শাখাত নহ'লেও মহিলা বক্সিং ক্ষেত্ৰত দেশৰ ভিতৰত এক শক্তি হৈ পৰিছে অসম। ৰাজ্যখনৰ কেইবাগৰাকীও মহিলা বক্সাৰে আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত ভাৰতক প্ৰতিনিধিত্ব কৰাৰ সুযোগ লাভ কৰায়ে নহয় লাভ কৰিছে কাংক্ষিত সফলতাও। যোৰহাট তিতাবৰৰ ছোৱালী প্ৰণামিকা বৰাই তুৰস্কত ইণ্টাৰ নেচনেল আহমেট কমাৰ্ট বক্সিং চেম্পিয়নশ্বিপত ২০০৪ আৰু ২০০৫ চনত লাভ কৰে ক্ৰমে ব্ৰঞ্জৰ আৰু ৰূপৰ পদক। টাইৱানত হোৱা এছিয়ান চেম্পিয়নশ্বিপত ৰূপৰ পদক পোৱা খেলুৱৈগৰাকীয়ে মস্কোত বিশ্ব মহিলা বক্সিং চেম্পিয়নশ্বিপতো স্বদেশক প্ৰতিনিধিত্ব কৰে। ডেনমাৰ্কত তেওঁ অংশ লয় ইণ্টাৰনেচনেল বক্সিং কাপত। তিনিচুকীয়াৰ মাৰ্ঘেৰিটাৰ ছোৱালী কল্পনা চৌধুৰীয়ে তুৰস্কত ইণ্টাৰনেচনেল আহমেট কমাৰ্ট বক্সিং চেম্পিয়নশ্বিপত অংশ লোৱাৰ পিছত কোৰিয়াত হোৱা পিয়ংয়াং ইণ্টাৰনেচনেল বক্সিং ইনভাইটেচন টুৰ্ণামেণ্টত লাভ কৰে ৰূপৰ পদক। মস্কোত অনুষ্ঠিত তৃতীয় বিশ্ব মহিলা বক্সিং চেম্পিয়নশ্বিপত খেলুৱৈগৰাকীয়ে ব্ৰঞ্জৰ পদক অৰ্জন কৰে। ডেনমাৰ্কত ইণ্টাৰনেচনেল বক্সিং কাপত ৰূপৰ পদক লাভ কৰা কল্পনাই অংশ লয় নতুন দিল্লীত অনুষ্ঠিত বিশ্ব মহিলা বক্সিং চেম্পিয়নশ্বিপত। ।(সংযোজনঃ ২০০৮ চনত গুৱাহাটীত অনুষ্ঠিত এছিয়ান মহিলা বক্সিং চেম্পিয়নশ্বিপত কল্পনাই চেম্পিয়নৰ খিতাপ অৰ্জন কৰাৰ লগতে শ্ৰেষ্ঠ বক্সাৰৰ সন্মানো লাভ কৰে। এই কৃতিত্বৰ বাবে কল্পনাক দহ লাখ টকাৰ আৰ্থিক পুৰস্কাৰ আগবঢ়াই মুখ্যমন্ত্ৰী তৰুণ গগৈয়ে)। লক্ষীমপুৰৰ ঘিলামৰাৰ ছোৱালী জাহ্নৱী গগৈয়ে ২০০৪ চনত অংশ লয় টাইৱান ৱ'মেন্স বক্সিং ইণ্টাৰনেচনেল ইনভাইটেচন চেম্পিয়নশ্বিপত। ভিয়েটনামত অনুষ্ঠিত ভিয়েটনাম ইণ্টাৰনেচনেল বক্সিং চেম্পিয়নশ্বিপত জাহ্নৱীয়ে ৰূপৰ পদক লাভ কৰে। তিতাবৰৰ প্ৰতিভা কছাৰীয়ে ২০০৫ চনত কোৰিয়াত পিয়ংয়োং আন্তঃৰাষ্ট্ৰীয় মহিলা বক্সিং চেম্পিয়নশ্বিপত ৰূপৰ পদক লাভ কৰাৰ লগতে তুৰস্কত হোৱা আন্তৰ্জাতিক বক্সিং প্ৰতিযোগিতাত ভাৰতক প্ৰতিনিধিত্ব কৰে।

**বডী বিল্ডিং ঃ** অসমৰ আন্তঃৰাষ্ট্ৰীয় বডী বিল্ডাৰৰ নাম উল্লেখ কৰিবলৈ হ'লে প্ৰথমেই ল'ব লাগিব হৰকান্ত বৰগোহাঁইৰ নাম। ছৰ্ভিক্ষেৰ হৈ প্ৰতিদ্বন্দ্বিতা আগবঢ়াই এই অসমীয়া

খেলুৱৈজনে ছবাৰ মিঃ ইণ্ডিয়া খিতাপ জয় কৰিছিল। দেশৰ হৈ কেবাখনো প্ৰতিযোগিতাত অংশ লোৱা হৰকান্ত বৰগোঁহায়ে ১৯৮৬ চনত মিঃ ৱৰ্ল্ডত স্বদেশক প্ৰতিনিধিত্ব কৰে। ৰাজ্যখনৰ আন এজন বডী বিল্ডাৰ মহাদেৱ ডেকাই ১৯৯৯ চনত জাৰ্মানীত হোৱা মিঃ ৱৰ্ল্ড প্ৰতিযোগিতাত দেশক প্ৰতিনিধিত্ব কৰিছিল। (**সংযোজন ঃ** ২০০৮ চনত মাছ্‌লমেনিয়া মিঃ ইউনিভাৰ্ছতৰাৰ্ণাছ আপৰ সন্মান অৰ্জন কৰা মহাদেৱে ২০০৯ চনত মিয়ামিত হোৱা মাছ্‌লমেনিয়া মিঃ ইউনিভাৰ্ছত খিতাপ জয় কৰে।) ৰাষ্ট্ৰীয় পৰ্যায়ত তেওঁ জুনিয়ৰ শাখাত তিনিবাৰ ৰাৰ্ণাছ আপৰ সন্মান লাভ কৰে আৰু ছিনিয়ৰত দুবাৰ ৰাৰ্ণাছ আপৰ সন্মান লাভ কৰে। কেবাখনো আন্তঃৰাষ্ট্ৰীয় প্ৰতিযোগিতাত অংশ লোৱাৰ সুযোগ পাইছে বিজিত গগৈয়ে। ২০০৬ চন পৰ্যন্ত তেওঁ ছাংহাই, নিউজিলেণ্ড আৰু মুম্বাইত তিনিবাৰ মিঃ ইউনিভাৰ্ছ প্ৰতিযোগিতাত অংশ লয়। জুনিয়ৰ মিঃ এছিয়া, এছিয়ান চেম্পিয়নশ্বিপ, ছিনিয়ৰ মিঃ এছিয়া আদি প্ৰতিযোগিতাটো তেওঁ অংশ লৈছে। খেলুৱৈজনে অৰ্জন কৰিছে চাৰিবাৰকৈ মিঃ ইণ্ডিয়া খিতাপ। মিঃ ইউনিভাৰ্ছ প্ৰেমচান্দ ডোগ্ৰাৰ দৰে ব্যক্তিৰ প্ৰশিক্ষণেৰে পুষ্ট খেলুৱৈ বিজিত গগৈ।

**কাৰাটে ঃ** আমাৰ হাতত পৰা তথ্য মতে এগৰাকী অসমীয়া খেলৱৈয়েহে কাৰাটেত স্বদেশক আন্তঃৰাষ্ট্ৰীয় ক্ষেত্ৰত প্ৰতিনিধিত্ব কৰাৰ সুযোগ পাইছে। তেওঁ হ'ল বুলবুল বসুমতাৰী। ২০০5 চনত হংকঙৰ মাকাউত হোৱা এছিয়ান চেম্পিয়নশ্বিপত তেওঁ ভাৰতীয় মহিলা দলৰ হৈ অংশ লৈছিল।

**উশ্বু ঃ** ২০০২ চনত নতুন দিল্লীত হোৱা আন্তৰ্জাতিক প্ৰতিযোগিতাত ভাৰতীয় দলক প্ৰতিনিধিত্ব কৰাৰ সুযোগ পাই বিজয় বসুমতাৰীয়ে।

